মোৰ আত্ম-জীৱনীৰ টোকা

আৰু

ৰচনাৱলীৰ কিয়দংশ



# মোৰ আত্ম-জীৱনীৰ টোকা

আৰু

# ৰচনাৱলীৰ কিয়দংশ

শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱা
গুৱাহাটী

৪ এপ্ৰিল, ১৯৯০ চন

*'MOR ATMAJIVANIR TOKA ARU RACHANAVALIR KIYADANGSHA' a short auto-biography and collection of essays by Shri Khanindra Chandra Barua, Rtd. I.A.S. And Published by the Author. Price : Rs. 100/-*

মোৰ আত্ম-জীৱনীৰ টোকা আৰু ৰচনাৱলীৰ কিয়দংশ

শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱা

প্ৰথম সংস্কৰণ : এপ্ৰিল, ১৯৯০
গুৱাহাটী, অসম

মূল্য : এশ টকা

বেটুপাত :
শ্ৰীত্ৰৈলোক্য দত্ত

মুদ্ৰক :
নিবেদন প্ৰিণ্টাৰ্চ
ফটাশিল-আমবাৰী, গুৱাহাটী-২৫

# নিবেদন

১৯৬০ চনত মই চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত অসম আৰু অসমীয়াৰ সমস্যা সম্পৰ্কে বহুতো প্ৰবন্ধ লিখিছিলো। সেই-বোৰ বাতৰি কাকত, আলোচনী আদিত সিঁচৰিত হৈ আছিল। মোৰ দাদা স্বৰ্গীয় প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ উপদেশক্ৰমে বাচি বাচি কিছুমান প্ৰবন্ধ পুথিৰ আকাৰত উলিয়াও। ১৯৭১ চনত ইংৰাজী প্ৰবন্ধবোৰ 'ক্ৰিটিকেল ডেইজ অব আসাম' নাম দি ছপা কৰো। তাৰ পিছত ১৯৮১ চনত অসমীয়া প্ৰবন্ধৰ পৰা বাচি লৈ 'অসমৰ সংকট কাল' নাম দি প্ৰকাশ কৰো।

ইয়াৰ পিচত আৰু বহুতো প্ৰবন্ধ প্ৰকাশ হৈ থাকে। আজিৰ পৰা এঘাৰ মাহমান আগতে (২১।৪।৮৯) বাণীকান্ত বি, টি, কলেজৰ অধ্যাপক শ্ৰীমান কনক চন্দ্ৰ ডেকা, ডুমডুমা কলেজৰ অধ্যক্ষ শ্ৰীমান ৰবীন চৌধুৰী আৰু আসাম বেঙেজ উদ্যোগৰ স্বত্বাধিকাৰ শ্ৰীমান দীপেন বৰুৱাই মোক সাক্ষাৎ কৰি বিভিন্ন আলোচনীত সময়ে সময়ে প্ৰকাশিত তথা অ-প্ৰকাশিত মোৰ প্ৰবন্ধবোৰ থুপ খুৱাই কিতাপ আকাৰে ছপাই উলিয়াবলৈ অনুৰোধ কৰে। লগতে মোৰ আত্মজীৱনী এখনো লিখি তাত সন্নিবিষ্ট কৰিবলৈ কয়। ইয়াৰ আগেয়ে মোক বহুত বন্ধুৱেও মোৰ আত্ম-জীৱনী লিখাৰ কাৰণে কৈ আহিছিল। মই সেই কাৰণে এই নতুন পুথিখনত মোৰ আত্ম-জীৱনীৰ এটা চমু টোকা সন্নিবিষ্ট কৰিবলৈ স্থিৰ কৰিলো। এই কামত মোৰ প্ৰধান সহায় হ'ল অধ্যাপক কনক চন্দ্ৰ ডেকা। এই প্ৰবন্ধবোৰ বাচি উলিওৱাৰ পৰা আৰম্ভ কৰি ছপাশালত

ছপা কৰা, আহিঁ কাকত চোৱা, পুথিখনৰ বেটুপাতৰ কল্পনা, অঙ্গ সজ্জা আদি কৰা সকলো কামত শ্ৰীমান কনকৰ অৱদান মই পাহৰিব নোৱাৰো। পুথিখনৰ ওপৰত কনকৰ অৱদান নহ'লে মোৰ এই পুথি সম্পাদন নহ'লহৈ। মই তেওঁৰ প্ৰতি ঋণী আৰু তেওঁৰ এই নিস্বাৰ্থ কামৰ মই নথৈ শলাগ ললো।

পুথিখন ছপা কৰা খৰচৰ বাবে মোৰ সৰু ছোৱালী শ্ৰীমতী মৈত্ৰেয়ী চৌধুৰী, ডাঙৰ ল'ৰা শ্ৰীমান ৰবীন্দ্ৰ বৰুৱা, মাজু ল'ৰা শ্ৰীমান নীতীন্দ্ৰ বৰুৱা, সৰু ল'ৰা শ্ৰীমান ৰথীন্দ্ৰ বৰুৱা, ডাঙৰ ছোৱালী শ্ৰীমতী অপৰ্ণা দাস, মাজু ছোৱালী শ্ৰীমতী কল্পনা বৰুৱা, সৰু মাজু ছোৱালী শ্ৰীমতী গায়ত্ৰী ফুকনে আৰ্থিক সাহায্য নিদিয়া হ'লে পুথিখন ছপা কৰি উলিওৱাটো কঠিন হ'ল হৈ। সিহঁতৰ এই আদৰ্শনীয় কামৰ মই শলাগ ললো। শ্ৰীমান নীতীন্দ্ৰ আৰু শ্ৰীমান ৰথীন্দ্ৰই আৰ্থিক সাহায্য আগবঢ়োৱাৰ উপৰিও আশাতীতভাবে মোক সেৱা-শুশ্ৰূষা কৰাৰ কাৰণে মৰম আৰু আশীৰ্বাদ দিছো।

বৰ্ত্তমান মোৰ শাৰীৰিক অসুস্থতাৰ কাৰণে নিজে লিখা-পঢ়া কৰা একপ্ৰকাৰ অসম্ভৱ হৈছে। অসম বিধান সভাৰ অধ্যক্ষ শ্ৰীমান পুলকেশ বৰুৱাই এজন টেন'গ্ৰাফাৰ—শ্ৰীমান দুলাল হাজৰিকাক দি সহায় নকৰিলে সেই কামবিলাক কৰা হৈ নুঠিল হৈ। বিশেষকৈ মই নতুনকৈ ইয়াত সন্নিবিষ্ট কৰা ছয় বছৰীয়া আন্দোলনৰ প্ৰবন্ধটো বহু কষ্ট কৰি তেওঁক শ্ৰুতলিপি দিবলৈ সক্ষম হওঁ। শ্ৰীমান পুলকেশ আৰু শ্ৰীমান দুলালো মোৰ শলাগৰ পাত্ৰ। *১

মোৰ শাৰীৰিক অৱস্থা বৰ্ত্তমান ভাল নহয়। এনে অৱস্থাত মোৰ সকলো ৰকমৰ সেৱা-শুশ্ৰূষা মোৰ মাজু বোৱাৰী শ্ৰীমতী ৰূপা আইটীয়ে মাতৃৰ স্নেহেৰে হাতত লৈ পৰোক্ষভাৱে মোৰ পুথিখন উলিওৱাত সহায় কৰিছে। তেওঁক মোৰ মৰম আশীৰ্বাদ জনালো। মোৰ সৰু বোৱাৰী শ্ৰীমতী গীতাঞ্জলিও চোৱা-চিটা কৰাৰ বাবে তেওঁৰ শলাগ লৈছো। লগতে মোৰ কণকণ নাতিনী শ্ৰীমতী পূজা আৰু শ্ৰীমতী পাৰ্বতীয়ে প্ৰবন্ধবোৰ বাচি উলিওৱাত সহায় কৰা কাৰণে সিহঁতকো মোৰ মৰম আশীৰ্বাদ দিলো। মোৰ এই অসুস্থ সময়ত মোৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱ যিসকলে মোৰ খা-খবৰ কৰিছে সিসকলৰ প্ৰতি মোৰ কৃতজ্ঞতা জনাইছো।

শেষত নিবেদন প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰ শ্ৰীমান খৰ্গেশ্বৰ তালুকদাৰে পুথিখন যত্ন সহকাৰে ছপা কৰি দি মোৰ শলাগৰ পাত্ৰ হৈছে।

গুৱাহাটী

৪ এপ্ৰিল, ১৯৯০ শ্ৰীধনীন্দ্ৰ চন্দ্ৰ বৰুৱা

# সূচী-পত্ৰ

# CONTENTS

## ENGLISH SECTION

# মোৰ আত্মজীৱনীৰ টোকা

পূৰ্বপুৰুষৰ পৰিচয় :

↓

আদি পুৰুষ ৪০০ বছৰমান আগতে মিথিলাৰ পৰা আহে —

↓

১ম পুৰুষ—ধনঞ্জয়ধ্বজ

২য় পুৰুষ—থানেশ্বৰধ্বজ

৩য় পুৰুষ—বৈতানন্দ

৪ৰ্থ পুৰুষ—বলভদ্ৰ

৫ম পুৰুষ—দামোদৰ

৬ষ্ঠ পুৰুষ—অপৰাজিত

৭ম পুৰুষ—মাধৱানন্দ—এওঁ বহুতো বৰগীত ৰচনা কৰে।

৮ম পুৰুষ—মধুসূদন—বংশত এওঁ প্ৰথম বুজনবকৰা, এওঁৰ ৭ জন পুত্ৰ আছিল কাৰণে বংশধৰসকলক সাতভাগীয়া বকৰা বোলে।

৯ম পুৰুষ—গৌৰীচন্দ্ৰ—এওঁৰ দিনত শ্ৰীশ্ৰীশ্যামৰায় দেৱালয় স্থাপন কৰা হয় আৰু আহোম ৰজা শিৱসিংহই দেৱোত্তৰ, ধৰ্মোত্তৰ ভূমি দান কৰে।

১০ম পুৰুষ—বিজয়চন্দ্ৰ

১১শ পুৰুষ—ৰজতচন্দ্ৰ—এয়ো কেইবাটাও বৰগীত ৰচনা কৰে। এওঁৰ দিনত ১৮৩৮-৪২ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে আহোম ৰজাই দান কৰা ভূসম্পত্তিৰ স্বীকৃতি দিয়ে আৰু মৌজাদাৰী প্ৰথা আৰম্ভ কৰোঁতে এওঁক প্ৰথম মৌজাদাৰ পাতে।

১২শ পুৰুষ—উত্তমচন্দ্ৰ বৰুৱা—এওঁ ভালেমান লোকহিতকৰ কামত আত্মনিয়োগ কৰে।

- প্ৰফুল্ল চন্দ্ৰ বৰুৱা — পত্নী নিৰ্মলা বৰুৱা
  - ১) শ্ৰীবনেন্দ্ৰ চন্দ্ৰ বৰুৱা, অৱসৰপ্ৰাপ্ত বাগানৰ মেনেজাৰ পত্নী শ্ৰীতী মীনা বৰুৱা
  - ২) শ্ৰীসুধীন্দ্ৰ চন্দ্ৰ বৰুৱা, অৱসৰপ্ৰাপ্ত আই এ. এছ. পত্নী শ্ৰীমতী চিত্ৰা বৰুৱা, এম. এ.
  - ৩) শ্ৰীজ্যোতীন্দ্ৰ চন্দ্ৰ বৰুৱা, জেনেৰেল বীমাৰ বিষয়া পত্নী শ্ৰীমতী নিৰ্মলা বৰুৱা, এম. এ.
  - ৪) ডাঃ দীপেন্দ্ৰ চন্দ্ৰ বৰুৱা, মিলিটাৰী কৰ্ণেল পত্নী শ্ৰীতী অঞ্জলি বৰুৱা, বি. এ.
  - ৫) শ্ৰীমতী কৰবী মহন্ত—স্বামী শ্ৰীদেবীচৰণ মহন্ত অৱসৰপ্ৰাপ্ত অতিৰিক্ত ডি. পি. আই
  - ৬) শ্ৰীমতী অঞ্জলি দত্ত, এম. এ.— স্বামী ডাঃ ত্ৰৈলোক্য দত্ত, F. R. C. S. গুৱাহাটী মেডিকেল কলেজ
- সুদক্ষিণা লহকৰ
- শ্ৰীধনীন্দ্ৰ চন্দ্ৰ বৰুৱা — পত্নী পূৰ্ণিমা বৰুৱা
  - ১) শ্ৰীমতী অপৰ্ণা দাস, বি.এছ.চি স্বামী-শ্ৰীধীৰেন্দ্ৰ নাৰায়ণ দাস অৱসৰপ্ৰাপ্ত ইনকাম টেক্স এচিটেণ্ট কমিচনাৰ
  - ২) শ্ৰীমতী কল্পনা বৰুৱা, বি.এ -স্বামী শ্ৰীক্ষীৰদাকান্ত বৰুৱা ডিগবৈ অইল কোম্পানীৰ অৱসৰপ্ৰাপ্ত প্ৰডাকচন মেনেজাৰ
  - ৩) শ্ৰীৰবীন্দ্ৰ চন্দ্ৰ বৰুৱা, আই. আৰ. এ. এছ., Financial Director, RCON—পত্নী শ্ৰীমতী গীতশ্ৰী বৰুৱা
  - ৪) শ্ৰীমতী গায়ত্ৰী ফুকন, বি.এ.-স্বামী শ্ৰীমাণিকলাল ফুকন যোৰহাট জে. বি. কলেজৰ অধ্যক্ষ
  - ৫) শ্ৰীমতী মৈত্ৰেয়ী চৌধুৰী, এম.এ, স্বামী ডাঃ দীননাথ চৌধুৰী, ইংলণ্ড
  - ৬) শ্ৰীনীতীন্দ্ৰচন্দ্ৰ বৰুৱা, উদ্যোগপতি-পত্নী শ্ৰীমতী ৰূপা বৰুৱা
  - ৭) শ্ৰীৰথীন্দ্ৰচন্দ্ৰ বৰুৱা, বি এ, উদ্যোগপতি-পত্নী শ্ৰীমতী গীতাঞ্জলি বৰুৱা
- প্ৰিয়ম্বদা চৌধুৰী
  - শ্ৰীমতী বিজয়া চৌধুৰী

আতা ৰজতচন্দ্ৰ বৰুৱাৰ ২২খন থাউ আছিল। ডেকাঁৰ ডুপবাৰী পত্নী আছিল। পিতা দ্বিতীয় পক্ষৰ। প্ৰথম পক্ষৰ পুত্ৰ গোপাল চন্দ্ৰ বৰুৱা পিতাতকৈ ২৪ বছৰে ডাঙৰ আছিল। আই চাললুছিয়া বৰুৱাৰ জীয়াৰী আছিল। জেঠা গোপালচন্দ্ৰ বৰ খৰছী আছিল আৰু মৌজাৰ কিস্তি দিবৰ সময়ত এখন খাজ বন্ধক বা বিক্ৰি কৰি কিস্তি মাৰিছিল। পিতা নাবালক অৱস্থাতে এই খাজনাৰ হস্তান্তৰ হোৱাত চাবালক হৈ মোকৰ্দ্দমা কৰি কেইখন আদা উদ্ধাৰ কৰে। মোকৰ্দ্দমাৰ খৰচ-পাতিৰ কাৰণে নিজৰ কিছুমান খাতৰ অংশ বিক্ৰি কৰিব লগা হয় আৰু শেষলৈ ৫/৬ খনমান খাতহে থাকে গৈ। জেঠাৰ পৰা সা-সুবিধা নোপোৱাৰ কাৰণে পিতা সকলো বৰ কষ্টত ডাঙৰ হ'ব লগা হৈছিল আৰু ডাঙৰ হোৱাৰ লগে লগে নিজৰ সা-সম্পত্তি উদ্ধাৰ কৰাত লাগিব লগা হোৱাত হাইস্কুলতে লেখা-পঢ়া এৰিব লগা হৈছিল যদিও নিজাকৈ ঘৰতে অধ্যয়ন কৰিছিল আৰু প্ৰবন্ধপাতি লেখাৰ উপৰিও বহুতো গীত ৰচনা কৰিছিল। তাৰ উপৰিও ভালেমান লোকহিতকৰ কামত নিজৰ জীৱন উৎসৰ্গা কৰিছিল। ১৮৯৭ চনৰ ভূমিকম্পত কামৰূপৰ উত্তৰাংশত বিস্তৰ ক্ষতি হয়। কমাৰকুছিৰ পৰা হাজোলৈ ব্ৰহ্মপুত্ৰ পৰ্যন্ত বিস্তৃত ভূমিখণ্ড দাবি যায় আৰু এখন জলাশয়ত পৰিণত হয়। পিতাই ৰাইজৰ সহায়ত আৰু নিজৰ হাতৰ পৰা বহু ধন ব্যয় কৰি 'ঘোৱামাৰি জান' কাটি জলাতল মাটিবোৰ উদ্ধাৰ কৰে আৰু তাৰপৰা চৰকাৰৰ লাখ লাখ টকা বছৰি আয় হয়। এনেকৈ বহু জনহিতকৰ কাম কৰি পিতা ঋণগ্ৰস্ত হয়। কমাৰকুছিত ঊনৈশ শতিকাৰ ষাঠীৰ দশকতে এটা ছাত্ৰবৃত্তি স্কুল আছিল। ১৮৭২ চনমানত সেই স্কুলখন উঠি যায়। ১৮৮২ চনত পিতাই উচ্চ প্ৰাইমাৰী স্কুল আমাৰ চ'ৰা ঘৰতে পাতে। পিছত নিজৰ মাটিত বেলেগে ঘৰ বান্ধি দিয়ে। এই স্কুলখন পিছত ছাত্ৰবৃত্তিলৈ উন্নীত হয় আৰু বৰ্তমানে উচ্চ বুনিয়াদী স্কুল ৰূপে চলি আছে।

১৯১৫ চনত পিতা হঠাৎ কলেৰাত আক্ৰান্ত হৈ স্বৰ্গী হয় আৰু পিতাৰ মৌজা দাদা প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ নামত সৰবৰাহাকাৰে চলায়। দাদাই ১৯২৪ চনত কলেজৰ পঢ়া এৰি নিজে মৌজাৰ দায়িত্ব লয়। তেওঁ ভালেমান জনহিতকৰ কাম কৰে আৰু হাজো নলবাৰী ৰাস্তাৰ পৰা কমাৰকুছিলৈ প্ৰায় ২ মাইল দীঘল এটা ৰাস্তা ৰাইজৰ সহায়ত নিৰ্মাণ কৰে। পিছত লোকেলবৰ্ডে এই ৰাস্তাৰ নাম 'উত্তমচন্দ্ৰ ৰোড' দিয়ে। দাদাই তলত নাম দিয়া কিতাপবোৰ ৰচনা কৰি প্ৰকাশ কৰে।

(১) কৰ্ত্তব্য আৰু অকৰ্ত্তব্য। (মাহীৰ ল'ৰা ভীমশেখৰৰ লগত মুটীয়াভাৱ)
(২) হুৰোৱা ছবিৰ টুকুৰা
(৩) অসমীয়া প্ৰবচন
(৪) সৰাফুল।
(৫) গুৱাহাটীৰ ইতিবৃত্ত (অপ্ৰকাশিত), আৰু বহুতো প্ৰবন্ধ লিখে।

মোৰ জন্ম আদি কামৰূপ জিলাৰ উপৰবৰভাগ মৌজাৰ কমাৰকুছি গাওঁত ১৯০৪ চনৰ ৪ এপ্ৰিলৰ দুপৰীয়া হয়। কমাৰকুছি উচ্চ প্ৰাইমাৰী স্কুলৰ পৰা বৃত্তি সহ পাছ কৰি ১৯১৪ চনৰ জানুৱাৰীত গুৱাহাটী কলেজিয়েট স্কুলত ভৰ্তি হওঁ। ১৯২২ চনত বৃত্তি লৈ মেট্ৰিকুলেছন পাছ কৰি কটন কলেজত আই, এছ, চি পঢ়োঁ। ১৯২৪ চনত বৃত্তি লাভ কৰি অসমত দ্বিতীয় স্থান অধিকাৰ কৰি কলিকতাৰ স্কটিছ চাৰ্চ্চেচ কলেজত ইকনমিক্সৰ অনাৰ্চ লৈ বি. এ পঢ়োঁ। ১৯২৬ চনত অনাৰ্চ সহ পাছ কৰি কলেজত প্ৰথম হৈ 'কেলো স্বৰ্ণপদক' (Kello Gold medal) লাভ কৰোঁ। ১৯২৭ আৰু ১৯২৮ চনত আই. চি. এছ পৰীক্ষা দিওঁ। কিন্তু দুৰ্ভাগ্য আৰু আৰ্থিক অনাটনৰ হেতুকে কলিকতা বা গুৱাহাটীত থাকি পৰীক্ষাৰ কাৰণে প্ৰস্তুত হ'ব নোৱাৰি কমাৰকুছিত থাকিহে প্ৰস্তুত হ'ব লাগিছিল। পৰীক্ষাত

ছয়োবাৰেই পাছ কৰিলোঁ যদিও প্ৰতিযোগিতাত কৃতকাৰ্য্য হ'ব নোৱাৰিলোঁ। সেই সময়ত আই. চি. এছ'ৰ কাৰণে বিলাতত পৰীক্ষা লৈ ৪০/৫০ জন বছৰে বছৰে বাছনি কৰিছিল আৰু লগতে ভাৰততো পৰীক্ষা লৈ দুই চাৰিজন লৈছিল। ১৯২৭ চনত ৯ জন আৰু ১৯২৮ চনত ৩ জন লৈছিল। ভাৰতত বহুতে কৃতকাৰ্য্য হ'ব নোৱাৰি বিলাতলৈ গৈ দ্বিতীয় বা তৃতীয় বাৰত সফল হৈছিল।

১৯৩০ চনত অসম চিভিল চাৰ্ভিচৰ (প্ৰথম শ্ৰেণী) ৰাজনিত উঠোঁ আৰু এপ্ৰিল মাহত ধুবুৰীত ই. এ. চি হিচাপে কামত সোমাওঁ। ১৯৪৮ চনত তাতে উপায়ুক্ত হিচাপে যাওঁ আৰু তাৰ পৰা ১৯৫২ চনত ছিলঙলৈ বদলি হওঁ। ই. এ. চি হিচাপে থকা কালত ১৯৩৬ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ কোষাধ্যক্ষ আছিলোঁ। তেজপুৰত বিখ্যাত সাহিত্যিক পদ্মনাথ গোহাই বৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা শিল্পী সাহিত্যিক জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুৰাভা আদিৰ সান্নিধ্যলৈ আহোঁ, আৰু সেই বছৰৰ সাহিত্য সভাৰ নিৰ্বাচিত সভাপতি ৰঘুনাথ চৌধাৰীক ঘনিষ্ঠভাৱে জানিবৰ সুযোগ পাওঁ। তেজপুৰৰ পৰা বৰপেটালৈ বদলি হওঁ আৰু তাত মৈমনছিঙীয়া সকল আহি কিদৰে বিয়পি পৰি চৰুৱা বিজাৰ্ভবোৰ বেদখল কৰাৰ উপৰিও নিৰ্দ্দুই জনজাতীয়সকলৰ গাৰঁতো অনুপ্ৰৱেশ কৰিবলৈ ধৰে তাৰ আভাস পাও। দ্বিতীয়বাৰ বৰপেটালৈ গৈ ১৯৪৬ চনত মহকুমাধিপতিৰ কাৰ্য্যভাৰ গ্ৰহণ কৰোঁ আৰু চৰুৱা বিজাৰ্ভবোৰ সম্পূৰ্ণভাৱে বেদখল মুক্ত কৰিবলৈ সক্ষম হওঁ আৰু লাইন প্ৰথাৰ লাইনৰ ভিতৰৰ পৰাও মৈমনছিঙীয়াসকলক উচ্ছেদ কৰিবলৈ সক্ষম হওঁ। কাৰণ জনজাতীয়সকলে শান্তিত বসবাস কৰাৰ উপৰিও

স্থানীয় লোকসকলে আৰু কিছুদিনৰ কাৰণে মাছ গাখীৰ আদি ভোগ কৰিবলৈ পায়। পিছত অৱশ্যে চৰকাৰৰ হেমাহিত চৰণীয়া ৰিজাৰ্ভত আকৌ অনুপ্ৰৱেশ আৰম্ভ হয় আৰু ১৯৫৮ চনত মই ৰাজহ সচিব থাকোঁতে তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ নিৰ্দ্দেশ ক্ৰমে ভূমি-নীতিৰ নতুন প্ৰস্তাব গ্ৰহণ কৰি ৰিজাৰ্ভ ৰক্ষা কৰা আৰু অইন চৰকাৰী খাছ মাটিত পট্টা দিওঁতে ৰিফিউজী আৰু স্থানীয় লোকক প্ৰাধান্য দিয়াৰ ব্যৱস্থা কৰোঁ। মই অৱসৰ লোৱাৰ পাছত, ষাঠীৰ দশকত ভূমিনীতিৰ আকৌ পৰিবৰ্ত্তন হয় আৰু ফলত বৰপেটাৰ চৰণীয়া ৰিজাৰ্ভবোৰ ভাঙি অনাঅসমীয়াই দখল কৰাৰ সুবিধা পায়।

১৯৪৭ চনৰ আগষ্ট মাহত বৰপেটাৰ পৰা ছিলঙলৈ বদলি হওঁ আৰু অসমৰ প্ৰথম শ্ৰমআয়ুক্ত হিচাপে স্বাধীনতা লাভ কৰাৰ পিছদিনা কাৰ্য্যভাৰ গ্ৰহণ কৰোঁ। তাৰ আগেয়ে এই কাম পশ্চিম বঙ্গৰ শ্ৰমআয়ুক্তই সম্পন্ন কৰিছিল। ১৯৪৮ চনৰ এপ্ৰিলত ধুবুৰীলৈ জিলাৰ উপায়ুক্ত হিচাপে বদলি হওঁ। ইয়াৰ আগতে ১৯৪২ চনত স্বাধীনতা আন্দোলনৰ সময়ত এপ্ৰিল মাহত নগাওঁলৈ বদলি হৈ এক-মাহ অস্থায়ী উপায়ুক্ত হিচাপে কাম কৰিছিলো আৰু পাছত তাত চিনিয়ৰ ই. এ. চি হিচাপে কাম কৰোঁ আৰু অক্টোবৰত ডিব্ৰুগড়লৈ বদলি হৈ সামৰিক বাহিনীৰ কাৰণে ঘৰ মাটি আদি বিকুইজিছন কৰা কামত নিযুক্ত হওঁ। নগাওঁত থকা কালতে ভাৰত মুক্তি আন্দোলনে চূড়ান্ত পৰ্য্যায় পায় আৰু পুলিচ মিলিটাৰীৰ ৰাইজৰ ওপৰত অৱৰ্ণনীয় অত্যাচাৰ চলে। এই সন্দৰ্ভত পুলিচৰ লগত মোৰ মতভেদ হোৱাৰ ফলতেই ডিব্ৰুগড়লৈ বদলি হওঁ। মতভেদৰ বিষয়টো আছিল বেআইনী বুলি ঘোষণা কৰা জনতাক ছত্ৰভঙ্গ কৰা কথালৈ। উপস্থিত থকা মেজিষ্ট্ৰেটে ছত্ৰভঙ্গ কৰাৰ লিখিত আদেশ দিয়াৰ পাছত কি ধৰণৰ বল প্ৰয়োগ কৰিব, লাঠি চালনা কৰিব, নে গুলী চলাব ইত্যাদি বিষয়ে মেজিষ্ট্ৰেটে সিদ্ধান্ত কৰে

নে পুলিচে লব, সেই কথাত আমাৰ মতভেদ হয়। পুলিচ মেম্বৰৰ মতে এই দায়িত্ব পুলিচৰ। মোৰ লগত থকা উচ্চ পুলিচ বিষয়ায়ো তাৰে ওপৰত জোৰ দি কৈছিল যে পুলিচ বিষয়াজন এজন হাবিলদাৰ হলেও তেওঁহে সেই সিদ্ধান্ত লব। মেজিষ্ট্রেটে বলপ্ৰয়োগ কৰি ছত্ৰভঙ্গ কৰা আদেশ দিয়াৰ পাছতেই তেওঁৰ কাম শেষ। মোৰ মতে ভাৰতীয় কাৰ্য্যবিধি আৰু হাইকোৰ্টৰ কলিং অনুসৰি মেজিষ্ট্রেট উপস্থিত থাকিলে পৰিস্থিতি তেওঁৰ নিয়ন্ত্ৰাধীনত থাকিব আৰু কি ধৰণৰ বল প্ৰয়োগ কৰিব সেই বিষয়েও তেওঁহে সিদ্ধান্ত লব; পুলিচে নহয়। ডি, চি য়ে পুলিচৰ মতকে সমৰ্থন কৰি মোৰ প্ৰতি কটুবাক্য প্ৰয়োগ কৰাত অত্যন্ত অপমানিত বোধ কৰি পুলিচ আৰু ডি,চিৰ দম্ভালিৰ বিৰুদ্ধে যুজিবলৈ মুক্তি আন্দোলনতে জপিয়াই পৰিবলৈ উত্তেজিত হৈছিলো। নানা কাৰণত সেইটো হৈ নুঠিল। মই অৱশ্যে এটা মানসিক শান্তি পালো। কাৰণ পুলিচ মিলিটাৰীয়ে আইন শৃঙ্খলা ৰক্ষাৰ নামত আন্দোলনকাৰী ৰাইজক গুলীয়াই মাৰি ফুৰোতে এজন মেজিষ্ট্রেট লগত পঠিয়াইছিল। সেই কামৰ পৰা মই তেতিয়া অব্যাহতি পালো। মোক বেলৰে ৰক্ষণাবেক্ষণৰ ভাৰ দি চাপৰমুখত কেম্প কৰি মিলিটাৰীৰ লগত লামডিঙৰপৰা জাগীৰোডৰ মাজত ৰেলেৰে অহা-যোৱা কৰা কামৰ ভাৰ দিলে আৰু এই কামত ৰাইজ আৰু মিলিটাৰীৰ মাজত সংঘৰ্ষ দেখা নাছিলো। এই সময়ত ব্ৰহ্মদেশ জাপানৰ দখললৈ অহাত তাত থকা ভাৰতীয়সকল বিকিউজী হৈ স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰিবলৈ ধৰে। লাখ লাখ টকাৰ কাৰবাৰ কৰা ব্যৱসায়ী লোক আৰু উচ্চ চৰকাৰী বিষয়াসকল শ শ মাইল দুৰ্গম ৰাস্তাৰে খোজ কাঢ়ি আহোতে খাদ্যাভাৱত আৰু বেমাৰত ভুগি লৰা-ছোৱালী আনকি নিজৰ পৰিয়ালকো মৃত্যুমুখত ভুগি দি অস্থি কঙ্কালেৰে অসম পায় আৰু লামডিঙৰ ৰেলৱে প্লেটফৰ্মত ৰেছুৱী আদি বোগত ভুগি অস্থি দুখ-কষ্ট পাবলগীয়া হয়

বৰ্মাৰ পৰা মণিপুৰ হৈ অহা চুটি আৰু ভাল ৰাস্তাটো ইউৰোপীয় সকলৰ কাৰণে ৰিজাৰ্ভ কৰা আছিল। ভাৰতীয়সকল কেইদিনমান ষ্টেচনত পৰি থকাৰ পাছত নিজ নিজ প্ৰদেশলৈ ৰেলৰ মাল গাড়ীৰ দাবাত পঠিয়াই দিছিল।

১৯৪২ চনৰ অক্টোবৰত ডিব্ৰুগড়লৈ বদলি হোৱা সময়ত সেই এলাকাত জাপানীয়ে বোমা পেলাবলৈ আৰম্ভ কৰে। তাত মুক্তি আন্দোলনৰ প্ৰভাৱ নাছিলেই বুলিব পাৰি। কাৰণ গোটেই মহকুমাটো যুদ্ধক্ষেত্ৰৰ দৰে হৈছিল আৰু যুদ্ধৰ প্ৰচেষ্টাতেই সকলো ব্যস্ত আছিল। মই সামৰিক বাহিনীৰ কাৰণে ৰবমাটি চাই ফুৰিব লগা হোৱাত বহু বিপদৰ মাজেদি ফুৰিছিলোঁ। বহুত সময়ত মটৰেৰে গৈ থাকোঁতে হঠাৎ 'ছাইৰেণ' বাজি উঠিছিল আৰু আমি গাড়ী এৰি খান্দি থোৱা 'চেল্টাৰ' (shelter) নহলে ৰাস্তাৰ কাষৰ নলাতে পেটপেলাই পৰি থাকিছিলো।

১৯৪৮ চনৰ পৰা ১৯৫২ চনলৈ গোৱালপাৰা জিলাৰ উপায়ুক্ত হিচাপে চাৰি বছৰ থাকো। ১৯৪৯ চনত 'আই চি এছ'ৰ পৰিবৰ্ত্তে 'আই এ এছ'ৰ প্ৰৱৰ্ত্তন কৰি অকৰীকালীন হিচাপে কিছুমান বিষয়াক বাছি লোৱাত ময়ো সেই বাছনিত উঠোঁ। গোৱালপাৰা জিলাৰ উপায়ুক্ত হিচাপে থকা কালছোৱাত কেইটামান উল্লেখযোগ্য ঘটনা তলত সংক্ষেপে দিলো।

(১) ১৯৫১ চনৰ লোকপিয়লত ভাষাৰ ক্ষেত্ৰত আগৰ বহুতো ভুল শুধৰোৱা হ'ল। বোৰকৰি বঙালী চলাই থকা প্ৰাইমাৰী স্কুলবোৰত অভিভাৱকসকলৰ শতকৰা ৮০ জনেো বেছিজনে তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰক অসমীয়াত শিক্ষা দিব লাগে বুলি লিখিত আবেদন কৰাত সেইবোৰত অসমীয়া চলোৱা হ'ল। গোৱালপৰীয়া কথিত ভাষাটোক বঙালী ভাষা বুলি ধৰা হৈছিল। ভাষাবিদ ডঃ গ্ৰীয়াৰ্চনৰ মতে সেইটো অসমীয়াহে। সেই লোক গণনাত গোৱালপৰীয়া কথিত ভাষাটোক অসমীয়া বুলি ধৰিলে।

(২) ধুবুৰী অঞ্চলত অসমীয়া নাম-প্ৰসঙ্গ চলি আছিল যদিও বঙালীসকলৰ ঠাট্টা বিদ্ৰূপৰ ভয়ত বাজহুৱাভাৱে নাম-প্ৰসঙ্গ নকৰিছিল। আমি স্থানীয় লোকসকলৰ ভয় সঙ্কোচ গুচাই দি নাম-প্ৰসঙ্গ আদি পুনৰ বাজহুৱাভাৱে প্ৰচলন কৰাত উদগনি দিছিলো আৰু এইদৰে লুপ্তপ্ৰায় অসমীয়া সংস্কৃতি পুনৰুদ্ধাৰ কৰাত সহায় কৰিছিলো। মই তাত থকা কালতে "অসম সদন" বুলি অসমীয়া বাজহুৱা ভৱন এটা বাহিৰে নিৰ্মাণ কৰিছিল আৰু মহিলা সমিতিৰ কাৰণেও এটা ঘৰ নিৰ্মাণ কৰিছিল। সেইবোৰ কাৰ্য্যত চৰকাৰী মাটি দি সহায় কৰিছিলো।

(৩) ১৯৫২ চনৰ সাধাৰণ নিৰ্ব্বাচনত অসম বিধান সভাৰ কাৰণে প্ৰাৰ্থী স্বৰ্গীয় চাৰ্ ছৈয়দ মহম্মদৰ মনোনয়ন পত্ৰ বিধি সন্মত নোহোৱাত নাকচ কৰিছিলো। লগতে কংগ্ৰেছ নেতা স্বৰ্গীয় মণিকান্ত দাসৰ মনোনয়ন পত্ৰও বিধি সন্মত নোহোৱাত নাকচ কৰা হৈছিল।

(৪) ১৯৪৯/৫০ চনত পাকিস্তানৰ পৰা প্ৰায় ডেৰ লাখ বিফিউজী ভাগি আহে; আৰু তাৰ প্ৰতিক্ৰিয়া হিচাপে প্ৰায় ১,২৫,০০০ পূৰ্ব্ব-পাকিস্তান পৰা অহা মুছলমানক বাহিৰে বহিষ্কাৰ কৰাত এটা ভয়াবহ আইন শৃংখলাৰ পৰিস্থিতিৰ উদ্ভৱ হোৱাত তাক অতি সোনকালে আয়ত্বাধীন কৰি ৩/৪ মাহৰ ভিতৰতে নেহৰু-লিয়াকত আলি চুক্তি মতে ভাগি যোৱা মুছলমানসকলক পুনৰ ঘূৰাই আনি, সা-সুবিধা দি নিজ নিজ মাটিত পুনৰ সংস্থাপন কৰা হয়। ভালেমান বিফিউজী নিজ দেশলৈ উভতি যায় আৰু বাকীবোৰক চৰকাৰৰ পৰিকল্পনা অনুসৰি অসমত সংস্থাপন কৰা হয়। এইবোৰ কামত অৱশ্যে বহুতো প্ৰতিক্ৰিয়াৰ সন্মুখীন হব লগা হৈছিল।

(৫) জমিদাৰী উচ্ছেদ আইন মই তাত থকা কালতে কাৰ্য্যকৰী কৰাৰ দিহা কৰা হয়।

(৬) ফকিৰাগ্ৰামৰ পৰা নিউ আলিপুৰ দুৱাৰলৈ ৰেলৱে সংযোগ লাইন (Link line) নিৰ্মাণত সকলোৰকম সহযোগ কৰি ২২৮ কি. মি. পথ দুবছৰৰ ভিতৰতে যাত্ৰীবাহী গাড়ী চলিব পৰা কৰা হ'ল। আনুষ্ঠানিকভাবে মাটি অধিগ্ৰহণ কৰোতে আৰু ২ বছৰ লাগিল। কিন্তু বঙাইগাওঁৰ পৰা গুৱাহাটীলৈ ১৭২ কি. মি ব্ৰডগেজ কৰা কাম সম্পূৰ্ণ কৰোতে চৈধ্য বছৰও অধিক সময় লাগিল।

(৭) বঙাইগাওঁত ৰেলৱে গাড়ী নিৰ্মাণ কাৰখানা কৰোতে অতি সোনকালেই ৪০০০ বিঘা মাটি অধিগ্ৰহণ কৰি কাম সুচল কৰি দিয়া হৈছিল। ধুবুৰীৰ পৰা প্ৰথমে চিলঙলৈ জিলাৰ উপায়ুক্ত তাৰ পাছত ১৯৫২ চনৰ পৰা ১৯৫৯ চনলৈ সচিবালয়ত বিভিন্ন বিভাগৰ বিভাগীয় মুৰব্বী আৰু সচিব হিচাপে কাম কৰি ১৯৬০ চনত পাৰ্ব্বত্য বিভাগৰ আয়ুক্ত হিচাপে অৱসৰ লওঁ। এইছোৱা কালত উল্লেখনীয় কামৰ তালিকা সংক্ষেপে দিয়া হ'ল—

[১] মৃতপ্ৰায় সমবায় আন্দোলনক পুনৰ সঞ্জীবিত কৰা।

[২] দেৰগাওঁত সমবায় চেনি কল স্থাপন কৰা হয়। ইয়েই অসমত প্ৰথম বৃহৎ উদ্যোগত আৰু বহু বাধা-বিঘিনি অতিক্ৰম কৰি ইয়াক স্থাপন কৰা হৈছিল।

[৩] জাগীৰোডত স্পান চিল্ক মিল স্থাপন।

[৪] ফুলবাৰীত কটন জিনিং মিল স্থাপন।

[৫] গুৱাহাটীত ক্ষুদ্ৰ উদ্যোগপাম (Industril Estate) স্থাপন।

[৬] সমগ্ৰ অসম জুৰি (পাৰ্ব্বত্য জিলা আৰু চাহবাগিছা বাদে) প্ৰায় ৩০০০ 'প্ৰাইমাৰী পঞ্চায়ত' স্থাপন' কৰো। মোৰ পাছত আইন সংশোধন হোৱাত এইবোৰৰ নাম 'গাওঁ পঞ্চায়ত' দিয়া হয়।

১৯৬০ চনত চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছতেই অসমত বিকাইনেৰো আৰু তাৰা আন্দোলনত পুলিচৰ গুলীত বঞ্জিত ৰৰপূজাৰীৰ কটন কলেজ হোষ্টেলৰ ভিতৰতে মৃত্যু হয়। গোটেই অসম জুৰি হুলস্থুল লগাত প্ৰধানমন্ত্ৰী নেহৰু অসমলৈ আহিছিল আৰু ছিলঙত অসমীয়াৰ বিৰুদ্ধে বহুতো স্মাৰক পত্ৰ পাইছিল। অসমীয়াৰ ফালৰ পৰা আমি কেইজনমানে দিয়াখনেই একমাত্ৰ স্মৰক পত্ৰ আছিল। তাতেই আমি পোন প্ৰথমে উল্লেখ কৰো যে অসমৰ জনসংখ্যাৰ হাৰ প্ৰতি বৰ্গ মাইলত ৬০০শৰো ওপৰ। এই কথা শুনি নেহৰুৱে প্ৰথমে জাপমাৰি উঠিছিল যদিও অঙ্ককৰি বুজাই দিয়াত মানি লৈছিল।

১৯৬৩ চনত গুৱাহাটী উদ্যোগপামত ত্ৰিপাল, তম্বু আদি তৈয়াৰ কৰা এটা ক্ষুদ্ৰ উদ্যোগ আৰম্ভ কৰো। উদ্দেশ্য আছিল অৱসৰ লোৱা লোকৰো যে কাম কৰাৰ সামৰ্থ্য থাকে, অসমীয়া মানুহেও যে উদ্যোগ চলাব পাৰে আৰু দুৰ্নীতি অৱলম্বন নকৰাকৈয়ো যে উদ্যোগ চলাব পাৰি তাক দেখুৱাব। মোৰ দ্বিতীয় ল'ৰা শ্ৰীমান নীতীন্দ্ৰই মোক সহায় কৰে আৰু পিছত নিজাকৈ মটৰ গাড়ীৰ বেটাৰী নিৰ্মাণ কাৰখানা স্থাপন কৰে। মোৰ তৃতীয় ল'ৰা শ্ৰীমান ৰথীন্দ্ৰই চাহ বাগিছাৰ এচিষ্টেন্ট মেনেজাৰৰ কাম এৰি দি মই আৰম্ভ কৰা ত্ৰিপাল উদ্যোগ হাতত লয় আৰু এতিয়াও চলাই আছে।

স্কুলীয়া জীৱনৰপৰাই অসম আৰু অসমীয়াৰ স্থায্যস্থান ভাৰতৰ যি কোনো ৰাজ্যত আৰু সেই ৰাজ্যৰ লোক সকলৰ লগত সমান স্থানত প্ৰতিষ্ঠিত কৰাৰ বাবে চিন্তা কৰিছিলো আৰু পিছলৈ ইয়েই জীৱনৰ লক্ষ্য হৈ পৰিল। চাকৰিত থাকোঁতেও মনতে এই কথা মনত ৰাখি কাম কৰিছিলো। অৱসৰ লৈ সম্পূৰ্ণভাৱে এই কামত প্ৰত্যক্ষভাৱে লাগিবৰ কাৰণে থিৰ কৰিলো আৰু সেই কাৰণে মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই পুনৰ্নিয়োগ কৰিব খোজাত বিনীতভাৱে

ঐবাই আছিলো। বাতৰি কাকতত—ইংৰাজীত আৰু অসমীয়াত অসমৰ সমস্যাৱলীৰ আলোচনা কৰি প্ৰবন্ধ লিখিব ধৰিলো আৰু সৰু সৰু পুস্তিকাও প্ৰকাশ কৰিলো। ১৯৬০ চনৰ ভাষা আন্দোলনত Assam, Her Peaple and Her Language বুলি এখন পুস্তিকা উলিয়াই পাৰ্লিয়ামেন্টৰ সংসদ সদস্য হেম বৰুৱাৰ যোগেদি সদস্যসকললৈ পঠিয়ালো। হেম বৰুৱা এম. পি. এ. বঙালীসকলে অসমীয়াৰ বিৰুদ্ধে বহুতো পুস্তিকা উলিয়াত অসমীয়াৰ হকে মোৰ পুস্তিকাখনেই একমাত্ৰ পুস্তিকা আছিল বুলি কৈছিল আৰু পুস্তিকাখনিৰ প্ৰশংসা কৰিছিল। পিছত অৱশ্যে অসম সাহিত্য সভা আৰু অইন অনুষ্ঠান আৰু ব্যক্তিয়ে বহুতো পুস্তিকা লিখি উলিয়ায়।

অসম বিভাজন কৰি এটা ফেডাৰেছন গঠন কৰিবলৈ কেন্দ্ৰীয় চৰকাৰে প্ৰস্তাৱ গ্ৰহণ কৰাত অসমক ৰাজ্যিক মৰ্যাদাৰ পৰা নমাই মেঘালয়, মিজোৰাম আদিৰ নিচিনা ফেডাৰেছনৰ এটা গোট কৰিব খোজাত ৰাজ্য জুৰি চলা তুমুল আন্দোলনৰ আগ ভাগ লৈছিলো আৰু Reoganisation of Assam on Federal Sturcture নাম দি এখন পুস্তিকা উলিয়াইছিলো। সদৌ অসম অভিবৰ্ত্তন পাতি তাত কাৰ্য্যকৰী সভাপতি নিৰ্ব্বাচিত হৈ ফেডাৰেছনৰ বিৰোধিতা প্ৰবলতৰ কৰো আৰু শেষত চৰকাৰে এই আঁচনি প্ৰত্যাহাৰ কৰে। কিন্তু অসম চৰকাৰৰ সহায়ত "উত্তৰ-পূব পৰিষদ" গঠন কৰি পিছদুৱাৰেদি ফেডাৰেচন চৰকাৰৰ কাম আৰম্ভ কৰিলে। চৰকাৰে এই পৰিষদ এখন পৰামৰ্শ কমিটি বুলি আজিকোপতি ফাঁকি দি আহিছে। কিন্তু কাৰ্য্যক্ষেত্ৰত ই এখন কাৰ্য্যকৰী পৰিষদ। কাৰণ কোনো পৰামৰ্শ কমিটিৰ এটা বিশাল সচিবালয় কেইবাজনো বিভাগীয় সঞ্চালক আৰু সচিব আৰু বছৰে ৩০০/৪৮০ কোটি টকাৰ বাজেট নাথাকে।

ৰঙিয়াত ৰেলৱে ডিভিজনৰ অফিচৰ কাৰণে আন্দোলন কৰোঁতে শ্ৰীশৰৎ চন্দ্ৰ সিংহক সভাপতি আৰু শ্ৰীদিবাকৰবৰাক সম্পাদক

পাৰ্টি কৰা সমিতিত মই উপ-সভাপতি আছিলো। অসমত তেল শোধনাগাৰৰ কাৰণে কৰা আন্দোলনত আগভাগ লৈ বহুতো প্ৰবন্ধ-পাতি লেখিছিলো আৰু "অসমত তেল শোধনাগাৰ" বুলি এখন পুস্তিকা উলিয়াইছিলো। অসমক বাংলাদেশীৰ পৰা ৰক্ষা কৰাৰ কাৰণেও বহুতো প্ৰবন্ধ লিখিছিলো আৰু মধ্যেমধ্যে মধ্যৱৰ্তী নিৰ্ব্বাচন কৰি ৰাইজৰ উপকাৰতকৈ অপকাৰ বেছি কৰা বুলি মধ্যৱৰ্তীৰ বিৰোধিতা কৰিছিলো।

ইংৰাজী প্ৰবন্ধবোৰৰ পৰা বাছি বাছি কেইটামান প্ৰবন্ধ লৈ "Critical Days of Assam" নাম দি ১৯৭১ চনত কিতাপ আকাৰে উলিয়াওঁ আৰু সেইদৰে অসমীয়া প্ৰবন্ধ কিছুমান লৈ "অসমৰ সঙ্কট কাল" নাম দি ১৯৮২ চনত কিতাপ আকাৰে উলিয়াওঁ।

অকল লেখা-লেখি আৰু মিটিঙৰ বক্তৃতাৰ দ্বাৰাই চৰকাৰৰ গা নলৰে কাৰণে ৰাজনীতিত সোমাই পি এচ. পিত ('প্ৰজা চোছিয়েলিষ্ট পাৰ্টিত') যোগ দি ১৯৬২ চনৰ বিধান সভাৰ সাধাৰণ নিৰ্ব্বাচনত উঠো। কিন্তু প্ৰতিদ্বন্দ্বীৰ সংখ্যা ৭ জন হোৱাত অকংগ্ৰেছীসকলৰ ভোট ভাগভাগ হোৱাত ২৪০০০ ভোটৰ ভিতৰত কংগ্ৰেছে মাত্ৰ ৭২০০ পায়েই জয়ী হ'ল। ১৯৬৭ চনৰ নিৰ্ব্বাচনত মোক আকৌ উঠিবলৈ ধৰিছিল। কিন্তু মোৰ উদ্দেশ্যৰ লগত খাপ নোখোৱাত মই উঠিব নুখুজিলো। মই বিচাৰিছিলো কংগ্ৰেছ চৰকাৰক ওকৰাই দুৰ্নীতিৰ গুৰ পেলোৱা আৰু অসমক ন্যায্য প্ৰাপ্তিৰ পৰা বঞ্চিত কৰাত কেন্দ্ৰীয় চৰকাৰৰ নীতি পৰিবৰ্তন কৰা। কিন্তু ৰাজনৈতিক পাৰ্টিত সোমাই দেখিলো যে তেওঁলোকে কংগ্ৰেছক পৰাভূত কৰাৰ চেষ্টা নকৰি বিৰোধী দলবোৰৰ ভিতৰত প্ৰধান বিৰোধী দলৰ স্থান অধিকাৰ কৰাৰ কাৰণেহে যুঁজ কৰে। ১৯৭২ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ সময়ত গ্ৰেণ্ড এলায়েন্স'বা সংযুক্ত মোৰ্চা গঠন কৰাত আৰু কংগ্ৰেছক [illegible] তৈ [illegible]

লোক সভাৰ কাৰণে বৰপেটাৰ পৰা প্ৰাৰ্থী হৈছিলো। সেইখন আসনৰ কাৰণে কংগ্ৰেছৰ পৰা প্ৰভাৱশালী ব্যক্তি ফকৰুদ্দিন আলি আহমদ চাহাব আছিল আৰু তেওঁৰ বিৰুদ্ধে কোনেও উঠিব খুজিছিল। ইকালে সংযুক্ত মৰ্চ্চাই সেইখন আসন জনসংঘৰ কাৰণেহে ৰাখিছিল; কাৰণ আগতে জনসংঘৰ প্ৰাৰ্থীয়ে তাত কংগ্ৰেছৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰিছিল। মোক বহুতো বন্ধুৱে আৰু জনসংঘৰ পৰাও হেঁচা দিয়াত, ফকৰুদ্দিন চাহাব মোৰ ব্যক্তিগত বন্ধু আছিল যদিও ৰাইজৰ কাম হিচাপে তেওঁৰ বিৰুদ্ধে থিয় দিছিলো। কিন্তু সেইবেলি ইন্দিৰা কংগ্ৰেছৰ অভূতপূৰ্ব্ব জয়লাভ হ'ল। অসমৰ আটাইকেইখন আসনতো পালেই, আনকি ৩ জনৰ বাহিৰে আটাইবোৰ প্ৰাৰ্থীৰে জামিনৰ ধন বাজেয়াপ্ত হ'ল। অধ্যক্ষ হেম বৰুৱা, শ্ৰীচৰণ নাৰ্জাৰী আৰু মোৰ ধন বাজেয়াপ্ত নহ'ল। হেম বৰুৱাই ৫০০০০ হাজাৰ আৰু মই ৭৬০০০ ভোট পাইছিলো।

ইয়াৰ পাছত ১৯৭৭ চনত জৰুৰী অৱস্থাৰ অৱসানৰ পাছত কংগ্ৰেছৰ বিৰুদ্ধে জনতা দল গঠন কৰে। এইবেলি আগৰ দলবোৰ নতুন জনতা দলত লীন গ'ল। কিন্তু দুৰ্ভাগ্য বশতঃ কোনোজনে আগৰ লুপ্ত হোৱা দলৰ অস্তিত্ব পৰিহাৰ কৰিব নোৱাৰিলে আৰু সেয়ে চৰকাৰ গঠন কৰিও টিকিব নোৱাৰাৰ এটা প্ৰধান কাৰণ আছিল। জনতা পাৰ্টি গঠন হওঁতে অতি আগ্ৰহেৰে পাৰ্টিত যোগ দিব খুজিলো। কিন্তু অসমত ছোচিয়েলিষ্ট পাৰ্টিয়ে, (আগৰ পি এচ. পি) মই ১৯৭১ চনত জনসংঘৰ প্ৰাৰ্থী হোৱাৰ কাৰণে মোক জনতা দলত সোমোৱাত অত্যন্ত বাধা দিলে। অসমত ছোচিয়েলিষ্ট পাৰ্টিৰ সেই সময়ত প্ৰাধান্য থকাত তেওঁলোকে আইন পাৰ্টিবোৰক হেঁচা দি ৰাখি নিজৰ প্ৰাধান্য ৰাখিবলৈ চেষ্টা কৰিছিল। দলত শ্ৰীদেবেশ্বৰ শৰ্মা, শ্ৰীবিষ্ণুদেৱ শৰ্মা, হীৰালাল পাটোৱাৰী আদি কৰি আমি বহুতে এখন অভিবৰ্ত্তন পতাৰ থিৰ কৰিলো

আৰু মোক তাৰ আহ্বায়ক পাতিলে। জনতাৰ কৰ্মীসকলৰ অভিবৰ্ত্তন বুলি অভিহিত কৰা এই অভিবৰ্ত্তনত কেইবাশ লোক গোট খাইছিল আৰু তেওঁলোকৰ বহুতে এখন যেনেকৈ বাছনি কমিটি পতাৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু পাটিৰ স্বাৰ্থত আমি সন্মত নহলো। ওপৰৰ পৰা জাপি দিয়া অৰ্থ কমিটিৰ পৰামৰ্শ মতে নিৰ্বাচন পতা কমিটিয়ে প্ৰাৰ্থী বাছি দিয়াত বিধান সভাৰ সাধাৰণ নিৰ্বাচনত একক সংখ্যা গৰিষ্ঠতা লাভ কৰিব নোৱাৰি এটা দুৰ্বল চৰকাৰ গঠন কৰি বেছি দিন থাকিব নোৱাৰিলে আৰু বাছি দিয়া প্ৰাৰ্থীসকলৰ এতিয়া সৰহ সংখ্যকে কংগ্ৰেছ (আই)ত যোগ দিলে।

বহুত ভাবিচিন্তি দেখিলো যে অসমত আকালি বা দি. এম. কেৰ নিচিনা এটা আঞ্চলিক দল নহলে সৰ্বভাৰতীয় দলৰ পৰা অসমে ন্যায় বিচাৰ পাবৰ আশা কৰিব নোৱাৰে। আঞ্চলিক দলৰ সপক্ষে যুক্তি দেখুৱাই বহু প্ৰবন্ধ লিখিলো। কেন্দ্ৰবিৰোধী আন্দোলনৰ সময়তে যোৰহাটত এখন সদৌ অসম অভিবৰ্ত্তন পাতি এটা আঞ্চলিক দল গঠনৰ সৰ্বসন্মতিক্ৰমে প্ৰস্তাৱ গ্ৰহণ কৰাও হৈছিল; আৰু স্বৰ্গীয় জ্ঞাননাথ বৰাক সভাপতি কৰি এখন অৰ্থ কমিটি গঠন কৰি নতুন দলৰ নামকৰণ আৰু বিধি প্ৰস্তুত কৰিবৰ কাৰণে আমাক কেইজনমানক ভাৰ দিছিল। আমি বিধিৰ খচৰা প্ৰস্তুত কৰি আৰু নতুন ৰাজনৈতিক দলটোৰ নাম বাছি লবৰ কাৰণে কেইবাটাও নাম প্ৰস্তাৱ কৰি পৰবৰ্তী মিটিঙত দিছিলো। গুৱাহাটী জগৎ প্ৰসাদ বৰুৱা ভৱনত বহা সেই মিটিঙত নামকৰণতে কেবোঁৱা লাগিল। অসম জাতীয় মহাসভাই দাবি কৰিলে যে মহাসভাৰ সৌজন্যতে যোৰহাট অভিবৰ্ত্তন পতা হৈছিল আৰু নতুন দলৰ নাম জাতীয় মহাসভাই থাকিব, আইন নাম হব নোৱাৰে। আমি কেইজনমানে সেই কথা অপ্ৰাসঙ্গিক বুলি আপত্তি কৰোতে সভাপতিয়ে একো কৰিব

নিষ্ক্ৰিয় আছি ওলাই আহোঁ আৰু নতুন দল গঠনৰো জড়িত ওৰ পৰে।

ইয়াৰ পাছতো আঞ্চলিক দল গঠনৰ চেষ্টা চলাই আছিলো। বৰ্তমানৰ বিদেশী বহিষ্কাৰ আন্দোলনৰ আগে আগে 'অসম জাতীয়তা-বাদী দল' আৰু 'পূৰ্বাঞ্চলীয় লোক পৰিষদ গঠন' হয়। এই দুয়োটা দলকে লগ লগাই এটা দল কৰাৰ চেষ্টা কৰি বিশেষ আগ বাঢ়িব নোৱাৰি শেষত অসম যুৱক সমাজৰ সৌজন্যত এখন সৰো অসম অভিবৰ্তন পাতি দুই দলকে লগ লগাবৰ শেষ চেষ্টা কৰা হয়। কিন্তু সফল নহলো। এটা দল নহৈ কেইবাটাও আঞ্চলিক দল হলে ফলপ্ৰসূ নহব বুলি কোনোটোতে যোগ দিব নোৱাৰিলো।

ছাত্ৰসথাৰ লগত গণসংগ্ৰাম পৰিষদ গঠন কৰি বিদেশী বহিষ্কাৰ আন্দোলন আৰম্ভ কৰোতে অসম যুৱক সমাজৰ প্ৰেচিডেণ্ট হিচাপে আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিলো; আৰু ১৯৮০ চনৰ এপ্ৰিল মাহত একমাহৰ কাৰণে কাৰাবৰণ কৰিছিলো। যোৱা বছৰৰ পৰা শাৰীৰিক অসুস্থতাৰ কাৰণে এতিয়া নিষ্ক্ৰিয় সদস্য হৈ থাকি লেখালিখিতে জোৰ দি আছো।

১৯৬৭ চনত প্ৰতিষ্ঠাপক প্ৰেচিডেণ্ট অসম কেশৰী অম্বিকাগিৰি ৰায় চৌধুৰী স্বৰ্গী হোৱাৰ পৰা অসম যুৱক সমাজৰ প্ৰেচিডেণ্ট হৈ আছো; আৰু প্ৰধান মন্ত্ৰীকে আদি কৰি কেন্দ্ৰীয় মন্ত্ৰীসকল অসমলৈ আহিলে অসমৰ সমস্যাৱলী সমাধানৰ কাৰণে স্মাৰকপত্ৰ দি আহিছো।

বিদেশী বহিষ্কাৰৰ অন্তৰ্গত অসম সাহিত্য সভাই ১৯৭৯ চনতে নিৰীহ কৰ্তৃপক্ষৰ ওচৰত স্মাৰক পত্ৰ দিয়াৰ থিৰ কৰি বিশিষ্ট সাংবাদিক শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱা আৰু মোক স্মাৰক পত্ৰ প্ৰস্তুত কৰাৰ ভাৰ দিয়ে। স্মাৰক পত্ৰ প্ৰস্তুত কৰি ৰাষ্ট্ৰপতিৰ ওচৰত দাখিল কৰিবলৈ এটি ৪ জনীয়া প্ৰতিনিধি দল পঠিয়ায়। তাত মইয়ো আছিলো আৰু অসম মুখপাত্ৰ হিচাপে সাংবাদিক মেলত ভাগ লৈছিলো।

জুলীয়া জীৱনবপৰা অন্যায়-অবিচাৰ আৰু অসত্যৰ বিৰুদ্ধে যুঁজি আহিছো আৰু তাৰ কাৰণে বহু সময়ত লোকৰ অপ্ৰিয়-ভাজন হৈ নিজৰ স্বাৰ্থৰ ক্ষতি কৰিছো। বঙালী শিক্ষকে অসমীয়া ভাষাক নিন্দা কৰা সহ্য কৰিব পৰা নাছিলো। বঙালীসকলৰ এটা দলে অসম আৰু অসমীয়াক হেয় প্ৰতিপন্ন কৰাৰ চেষ্টা আৰু বৃহত্তৰ বাংলাৰ সপোন দেখি অসমকো তাৰ অন্তৰ্ভুক্ত কৰাৰ অপচেষ্টাৰ আপ্ৰাণ প্ৰতিৰোধ কৰিছিলো। বৃটিছ বিষয়া কিছুমানে অত্যন্ত দাম্ভিক আছিল আৰু অসমীয়া তথা ভাৰতীয়াক তাচ্ছিল্য কৰিছিল। মই ডিব্ৰুগড়ত ই. এ চি হৈ থকা কালৰ দুটামান সক-সুৰা ঘটনাৰ কথা কওঁ।

এদিন বাতিপুৱা নদীৰ পাৰেদি যাওঁতে বাটৰ কাষৰ নলাত এজন মানুহ মৰাৰ দৰে পৰি থকা দেখা পাই ওচৰলৈ গৈ দেখিলো মানুহজন মৰা নাই। ওচৰতে চিভিল চাৰ্জন লেঃ কৰ্ণেল দোনেলীৰ বাংলা আছিল। মই গৈ তেওঁক মাতি মানুহ-জনৰ কথা কোৱাত তেওঁ বৰ বিৰক্তি প্ৰকাশ কৰি মই নিজেই কিবা এটা ব্যৱস্থা নকৰি কিয় তেওঁক আমনি দিছো ইত্যাদি ভোৰভোৰাই মানুহটোৰ ওচৰলৈ আহি চাই কলে যে সি দেখো তেওঁলোকৰ হাচপাতালৰে ৰোগী। এনেতে এচ পি. বাউতলেজ আহি পাই আৰু ঘটনাৰ কথা শুনি তেওঁ মানুহজনক তেওঁৰ চৰকাৰী গাড়ীতে লৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰাত দোনেলীয়ে তেওঁক প্ৰচুৰ ধন্যবাদ দি দুয়ো কথা-বাৰ্তা হ'ল। কিন্তু মোক ধন্যবাদ দিয়াৰ পৰিবৰ্তে বিৰক্তিহে প্ৰকাশ কৰিলে। ইয়াৰ কিছুদিনৰ পাছত এটা মটৰ দুৰ্ঘটনাত জখম হোৱা মানুহ এজনক মই হাচপাতাললৈ লৈ যাওঁ আৰু মোৰ বন্ধু ডাক্তৰ দাসগুপ্তই লাগে লগে মানুহজনক অপাৰেছন টেবিললৈ লৈ যায়। মই খবৰ লৈ বাট চাই বাৰান্দাতে ঘূৰা-ঘূৰি কৰি আছিলো। এনেতে ডাঃ দোনেলীয়ে মোক দেখা পাই এইখন ঘূৰা-ঘূৰি কৰি থকাৰ ঠাই

নহয় বুলি ধমকৰ সুৰে কথা কৈ গুচি গ'ল। তাৰে কেইদিনমান পাছত ডাঃ দোনেলী মোৰ আদালতত এটা মোকৰ্দমাৰ সাক্ষী দিবলৈ আহিল। সেই সময়ৰ চলিত দস্তুৰ অনুসৰি উচ্চ পদস্থ বিষয়া সাক্ষী দিবলৈ আহিলে মেজিষ্ট্ৰেটৰ কাষতে বহি সাক্ষী দি যায়। সাক্ষী কাটবালৈ নাযায়। দোনেলীও আহি মোৰ ওচৰত বহিল। কিন্তু সাক্ষী দিবৰ সময়ত সাক্ষী কাটবাত এখন চকি দি মই তেওঁক তালৈ যাবলৈ কলো। তেওঁ বঙা চিঙা পৰি তালৈ গ'ল। আদালতৰ উকীল, মহৰী সকলো অবাক। দোনেলী এবাৰ চকিত বহি পিছ মুহূৰ্ত্ততে উঠি থিয় হ'ল আৰু থিয় হৈয়েই সাক্ষী দি গ'ল। এই ঘটনাই এটা চাঞ্চল্যৰ সৃষ্টি কৰিছিল আৰু মোৰ শত্ৰু বঢ়াইছিল।

আৰু এটি ঘটনা। স্বৰ্গীয় আবদুল মজিদ আই চি. এচ ডিব্ৰুগড়ত ডি. চি.। সেই সময়ত অধিক শস্য উৎপাদনৰ নামত কিছুমান আইন বিৰোধী কাম কৰিও মানুহক যতে ততে খেতি কৰিব দিছিল। কিছুমান মানুহে দি. চি. ৰ অনুমতি লৈ এখন চৰণীয়া বিজাৰ্ভত খেতি কৰে। গাওঁৰ মানুহে চৰণীয়া পথাৰ হিচাপে খেতিৰ ওপৰতে গৰু চৰায় আৰু পুলিচে তেওঁলোকক চালান দিয়ে। বিচাৰত মই তেওঁলোকক খালাচ দিওঁ। এই ঘটনাত মজিদ চাহাব মোৰ ওপৰত অত্যন্ত অসন্তুষ্ট হয় আৰু পুলিচে মোক দেখিব নোৱাৰা হয়।

এইদৰে পুলিচে চাৰ্জচিত দিয়া বহু মোকৰ্দমাত আচামী মোৰ আদালতত খালাচ পাইছিল। আনকি ১১০ ধাৰাৰ আচামীও খালাচ পাইছিল। তেতিয়াৰ দিনত এটা চলিত কথা আছিল যে—"No conviction no promotion". অৰ্থাৎ আচামীক দোষী সাব্যস্ত কৰি শাস্তি নিদিলে প্ৰমোচন নহয়। বিশেষকৈ পুলিচে চালান দিয়া আচামীক শাস্তি দিবই লাগিব। আপীলত লাগে খালাচ পাওক। মই এই নিয়মৰ ব্যতিক্ৰম কৰাত পুলিচ বৰ অসন্তুষ্ট হৈছিল।

এদিন এজন বাকী মন্ত্ৰীয়ে (স্বৰ্গীয় হৰেশ্বৰ দাস) মই বিভাগীয় সচিব হৈয়ো মোৰ বিভাগৰ পৰিপাটী নোট দিওঁ বুলি মোক বৰ টান কথা কৈছিল। উত্তৰত মই কৈছিলো যে মন্ত্ৰীয়ে যি বিচাৰে তাকে লিখি নোট দিবৰ কাৰণে আমাক সচিব কৰি অনা নাই। সেই কাম এজন নিম্ন পৰ্য্যায়ৰ সহায়কক মাত্তি আনি নোট লিখাই অনুমোদন দিব পাৰিলে হৈ। আমি আমাৰ বুদ্ধি আৰু অভিজ্ঞতাৰ পৰা যেনেদৰে বুজো সেইদৰে মন্ত্ৰীৰ আগত দাঙ্গি ধৰিম আৰু মন্ত্ৰীয়ে তাৰ ওপৰত যি হুকুম দিয়ে তাকে পালন কৰিম। আবেলি তেখেতে ঘৰৰপৰা ফোন কৰি দুপৰীয়াৰ কথাবোৰৰ কাৰণে দুখ প্ৰকাশ কৰি সেইবোৰ পাহৰি যাবলৈ কলে আৰু তাৰদ্বাৰা নিজৰ উচ্চ মনৰ পৰিচয় দিলে।

ওপৰত উল্লেখ কৰা এনেকুৱা বহু ঘটনা স্বত্বেও মোৰ সহকৰ্মী উপবিষয়া বিষয়া আৰু মন্ত্ৰীসকলৰ লগতো অতি সদ্ভাৱ ৰাখি কাম কৰি যাব পাৰিছিলো আৰু অৱসৰ লোৱাৰ পাছতেই মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই মাত্তি নি পুনৰ কিছুদিন কামত সোমাবলৈ নিজে অনুৰোধ কৰিছিল। বেতনভোগীবোৰৰ অধীনত চাকৰিত পুনৰ নোসোমালো যদিও চৰকাৰে মোক কিছুমান অবৈতনিক কামত লগাইছিল আৰু কিছুমান কামত নিৰ্বাচিত হৈ সমাজৰ কাম কৰিছিলো আৰু এতিয়াও কৰি আছো। তলত এনেকুৱা কামবোৰৰ কিছুমান উল্লেখ কৰিলো।

১। অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্বাহকৰ সদস্য—বছৰেকীয়া নিৰ্বাচনত ১৯৬১ ৰ পৰা ১৯৭৮ পৰ্য্যন্ত।

২। শ্ৰীশ্ৰীদামোদৰ ধামৰ ধৰ্ম প্ৰচাৰিণী সভাৰ সভাপতি—একেৰাহে কেইবাবছৰো নিৰ্বাচিত।

৩। বৈকুণ্ঠপুৰ সত্ৰ ( কোচবিহাৰ ) সমিতিৰ প্ৰধান সম্পাদক—১৯৬৪ চনৰপৰা ১৯৮৩ চনলৈ নিৰ্বাচিত।

৪। অসম গ্লাইং ক্লাবৰ উপ-সভাপতি—১৯৬৭ ৰ পৰা ১৯৮১ লৈ—মনোনীত।

৫। অসম যুৱক সমাজৰ প্ৰেচিডেণ্ট—১৯৬৭ ৰ পৰা ১৯৮৮ লৈ নিৰ্বাচিত।

৬। অসম ৰাজ্যিক পৰিবহন বোৰ্ডৰ সদস্য— ১৯৬০ ৰ পৰা ১৯৬২ লৈ মনোনীত

৭। River Steam Navigation Co. ডিৰেক্টৰ—১৯৬২ৰ পৰা বৰ্ত্তমানলৈ মনোনীত।

৮। অসম স্পান চিল্কমিলৰ ডিৰেক্টৰ—৩ বছৰ মনোনীত।

৯। অসম সমবায় এপেক্স বেঙ্কৰ চেয়াৰমেন—৩ বছৰ ১৯৭০ৰ পৰা ১৯৭২ লৈ নিৰ্বাচিত।

১০। সৰ্বভাৰতীয় সমবায় ফেডাৰেছনৰ সদস্য—নিৰ্বাচিত

১১। Aero Club of India, Council member—১৯৬৭ ৰপৰা ১৯৮১ লৈ নিৰ্বাচিত

১২। ৰিজাৰ্ভ বেঙ্কৰ কৃষি ঋণ বোৰ্ডৰ সদস্য—২ বছৰ মনোনীত

১৩। ক্ষুদ্ৰ উদ্যোগৰ সৰ্বভাৰতীয় Official level commttee—৩ বছৰ মনোনীত।

১৪। All India Manufacturers Organisation সদস্য—১ বছৰ নিৰ্বাচিত।

১৫। থিয়চফিকেল ছোচাইটি—গুৱাহাটী লজৰ প্ৰেচিডেণ্ট—১৯৬৫ৰ পৰা এতিয়ালৈ নিৰ্বাচিত।

১৬। থিয়চফিকেল ছোচাইটিৰ অসম ফেডাৰেছন প্ৰেচিডেণ্ট আৰম্ভনিৰ (১৯৭৮)ৰ পৰা এতিয়ালৈ নিৰ্বাচিত।

১৭। Member Zonal Railway users Consultative Committee—১৯৭৯ৰ পৰা ১৯৮২ লৈ মনোনীত।

১৮। গুৱাহাটী চিটি কোঃ অঃ বেঙ্ক—Founder President--১৯৮০-৮১।

১৯। সদৌ অসম দেৱালয় সংঘৰ প্ৰেচিডেণ্ট— ১৯৮১ৰ পৰা এতিয়ালৈ নিৰ্বাচিত।

২০। অসম কন্যা মহাবিদ্যালয়— Founder President in 1983.

আগেয়ে উল্লেখ কৰা কিতাপ কেইখনৰ উপৰিও তলত লিখা কিতাপ কেইখন প্ৰকাশ হৈছে।

১। ভাৰতৰত্ন কুমাৰপ্পা সম্পাদিত মহাত্মা গান্ধীৰ সৰ্বোদয়— ইংৰাজীৰ পৰা অনুবাদ।

২। শোক-সন্তপ্তসকললৈ বিছপ্ লেড বিটাৰে লেখা "To those who Mourns"ৰ অনুবাদ।

৩। পাতালিকাণ্ড ৰামায়ণ—পুৰণি পুথি সম্পাদনা।

৪। অসমৰ ভূমি সমস্যা।

৫। অসম আৰু অসমীয়াৰ জাতীয় সমস্যা।

৬। শ্ৰীশ্ৰীশ্যামৰায় দেৱালয়ত নাম প্ৰসঙ্গ।

আমাৰ শ্ৰীশ্ৰীশ্যামৰায় দেৱালয়ত কেইবাশ সাঁচিপতীয়া পুথি আছিল। ৯০ বছৰমান আগতে এবাৰ ঘৰত জুই লাগি গাওঁৰ প্ৰায়বোৰ ঘৰেই পুৰি যায়। দেৱালয়ৰ বিগ্ৰহ দুটা আৰু কেই-খনমান পুথি অতিকষ্টে ৰক্ষা কৰা হয়। এতিয়া ৩৮ খন পুথি আছে। সেইবোৰ ছপা কৰি উলিয়াবৰ বৰ ইচ্ছা আছিল। কিন্তু ইচ্ছা পূৰণ নহব যেন পাওঁ।

# অসমৰ খাৰুৱা তেল আৰু শোধনাগাৰ

**ভাৰতৰ প্ৰথম তেল উৎপাদন কেন্দ্ৰ আৰু**
**ডিগবই শোধনাগাৰ**

ভাৰতৰ ভিতৰত সৰ্ব্বপ্ৰথম অসমতে যেতিয়া খাৰুৱা তেলৰ পুং আৱিষ্কাৰ হয় তেতিয়া বিদেশী ইংৰাজ কোম্পানীয়ে সেই তেল অসমতে শোধন কৰিবৰ ব্যৱস্থা কৰে। ১৮৮২ চনত ডিব্ৰুগড়ৰ পৰা লিডুলৈ ৰেল বাষ্টা নিৰ্মাণৰ সময়ত ডিগবইৰ ওচৰত খাৰুৱা তেল দেখা যায় আৰু ১৮৮৯/৯০ চনত ৬৬২ ফুট দ' প্ৰথম কুঁৱা খন্দা হয়। ১৮৯৯ চনলৈ ১৪টা কুঁৱা খন্দা হয় আৰু সেই চনতে তেলৰ পৰিচালনাৰ কাৰণে "অসম অইল কোম্পানী" নামেৰে এটা কোম্পানী ৰেজিষ্টাৰ কৰা হয়। ১৯১৭ চনত এই কোম্পানীয়ে দৈনিক ১৮০০০ গেলন পৰ্য্যন্ত তেল উদঘাটন কৰিব পাৰিছিল। কিন্তু এই সক কোম্পানীয়ে টকাৰ অভাৱত আধুনিক যন্ত্ৰ-পাতি আদি সংগ্ৰহ কৰি আধুনিক বিজ্ঞান সম্মত উপায়ে কুঁৱা খনন আৰু তেল শোধন কৰাৰ অসুবিধা পোৱাত বৰ্মা অইল কোম্পানীয়ে পৰিচালনাৰ ভাৰ হাতত লয় আৰু দহ বছৰৰ ভিতৰতে তেল আহৰণ দৈনিক ১৮০০০০ গেলনলৈ বাঢ়ে। বৰ্মা অইল কোম্পানীটো পৃথিৱীৰ ভিতৰতে বৃহত্তম তেল কোম্পানীবিলাকৰ ভিতৰত এটা। এই কোম্পানীয়ে অসমৰ খাৰুৱা তেল কলিকতা বা অইন ঠাইলৈ নি শোধন কৰাৰ কথা নাভাবি তেল পুখুৰ ওচৰতে ডিগবইত শোধনাগাৰ স্থাপন কৰি তাতে শোধন কৰাৰ ব্যৱস্থা কৰে আৰু এই শোধনাগাৰৰ পৰা যথেষ্ট লাভ কৰে। বৰ্ত্তমানে ডিগবই শোধনাগাৰৰ পৰা এস

বিধজকৈও বেছি শোধিত বস্তু তৈয়াৰ কৰে। তাৰে তিতৰত তলত দিয়া কেইটাই হ'ল প্ৰধান :

| | | | | |
|---|---|---|---|---|
| ১। | পেট্ৰল | শতকৰা | ২৩ | ভাগ |
| ২। | চাকা কেৰাছিন | ” | ৯ | ” |
| ৩। | বগা কেৰাছিন | ” | ১৩ | ” |
| ৪। | ডিজেল অইল | ” | ১৩·৩ | ” |
| ৫। | কাৰ্‌নেছ অইল | ” | ১১·১ | ” |
| ৬। | মম | ” | ৯৭ | ” |
| ৭। | বাকী অইন অইল | ” | ২০·৯ | ” |
| | | | ১০০·০০ | |

উক্ত কোম্পানীয়ে তেল বিচাৰি খনন কাৰ্য্য চলাই থাকে। দ্বিতীয় মহাযুদ্ধৰ কাৰণে কিছুদিন এই কাম বন্ধ থাকে। যুদ্ধৰ পাছত স্বাধীনতা লাভ কৰাৰ পাছত অসম চৰকাৰৰ পৰা লাইচেন্স লৈ ১৯৫২ চনত আধুনিক পদ্ধতিত দ' কুঁৱা খনন কাম হাতত লৈ ১৯৫২ চনত নাহৰকটীয়া অঞ্চলত দহ হাজাৰ ফুট দ' এটা কুঁৱাত তেল পালে। আগৰ তুলনাত এই নতুন আবিষ্কাৰে বহুগুণে বেছি তেলৰ সন্ধান দিলে আৰু এটা নতুন যুগৰ সূচনা কৰিলে। ইয়াৰ পিচত মৰাণ অঞ্চলতো নাহৰকটীয়া অঞ্চলৰ দৰে খনন কাৰ্য্য চলাই ১৯৫৬ চনত ১১০০০ ফুট দ' কুঁৱা এটাত তেল পালে। ১৯৫৮ চনত ভাৰত চৰকাৰে বৰ্মা অইল কোম্পানী আৰু অসম অইল কোম্পানীৰ লগত লগ লাগি নাহৰকটীয়া আৰু মৰাণৰ পৰা তেল উদ্ঘাটন কৰাৰ অৰ্থে এটা টকা কোম্পানী স্থাপন কৰাৰ কাৰণে চুক্তি কৰে আৰু অইল ইণ্ডিয়া প্ৰাইভেট লিমিটেডৰ জন্ম হয়। নতুন কোম্পানীৰ চুক্তি পত্ৰ স্বাক্ষৰ হয় ১৮।২।৫৯ তাৰিখে আৰু চুক্তিমতে ভাৰত চৰকাৰৰ নাহৰকটীয়া, মৰাণ আৰু হুগৰিজান অঞ্চলৰ তেলৰ ⅔ অংশ থাকে। ইয়াৰ পাছত নেফাৰ নিংগ্ৰু অঞ্চল আৰু অসমৰ তুমজুমা অঞ্চলতো তেলৰ সন্ধানৰ কাৰণে অইল ইণ্ডিয়াক লাইচেন্স দিয়া

হয় আৰু এই লাইচেঞ্চ লোৱাৰ কাৰণে যোগাযোগ কৰাৰ সময়ত ভাৰত চৰকাৰে অইল ইণ্ডিয়াৰ শতকৰা ৫০ ভাগৰ অধিকাৰী হ'বলৈ সক্ষম হয়। এই নতুন চুক্তি সম্পাদিত হয় ২৭।৭।৬১ তাৰিখে। ইতিমধ্যে "তেল আৰু প্ৰাকৃতিক গেচ কমিচনে" (O. N. G C.)ও অসমত তেল অনুসন্ধানৰ কাৰ্য্য চলাবলৈ আৰম্ভ কৰে।

## গুৱাহাটী শোধনাগাৰ

নাহৰকটীয়া আৰু মৰাণ হুগ্ৰিজানৰ তৈল ভূমি আবিষ্কাৰ হোৱাত অসমৰ ৰাইজ স্বাভাৱিকতে আনন্দত উৎফুল্ল হৈ পৰিছিল আৰু ভাৱিছিল অচিৰতে অসমত তেল শোধনাগাৰ, পেট্ৰ'কেমিকেল আৰু আনুষাঙ্গিক উদ্যোগসমূহৰ দ্বাৰা অসম এখন উদ্যোগপূৰ্ণ দেশ হৈ উঠিব আৰু ইয়াৰ লোকৰ উৎপন্নৰ বাঢ়ি গৈ জীৱনৰ মানদণ্ডও উন্নীত হ'ব। কিন্তু মানুহৰ এই আশা-আকাঙ্ক্ষাৰ ওপৰত কেন্দ্ৰীয় চৰকাৰে চেঁচা পানী ঢালি দিলে। তেতিয়াৰ কেন্দ্ৰৰ তৈল মন্ত্ৰী মালব্যজীয়ে কলে যে শোধনাগাৰ অসমত স্থাপন কৰাটো অৰ্থনৈতিক আৰু শিল্প বৈজ্ঞানিক ফালৰ পৰা সম্ভৱ নহব। চৰকাৰে আৰু কলে যে সমৰনৈতিক (Stratagical) ফালৰ পৰাও অসম শোধনাগাৰ স্থাপন কৰাৰ কাৰণে উপযুক্ত ঠাই নহয়। তেওঁলোকে অসমৰ খাৰুৱা তেল পাইপ লাইনেৰে নি বাৰাউনিত শোধনাগাৰ পতাৰ স্থিৰ কৰিলে। কিন্তু কোন নীতিৰ ফালৰ পৰা অসমতকৈ বাৰাউনি উপযুক্ত তাক ক'ব নোৱাৰিলে। অসমত হুলস্থুল লাগি পৰিল আৰু ৰাইজ আন্দোলনমুখী হ'ল। তেওঁলোকক শান্তনা দিবৰ কাৰণে তেতিয়াৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰু অসমলৈ আহোতে নগাৱঁত এখন ৰাজহুৱা সভাত কলে যে অৰ্থনৈতিক আৰু শিল্পবৈজ্ঞানিক ফালৰ পৰা যদি অসমত শোধনাগাৰ হ'ব পাৰে তেনেহলে শোধনাগাৰ ইয়াত নপতাৰ কাৰণ নাই। কিন্তু

তাৰ পিচতো নতুনকৈ আৱিষ্কাৰ হোৱা আটাইখিনি তেল বাৰাউনিলৈ নিবৰ ব্যৱস্থা কৰিব ধৰাত অসমত আন্দোলন আৰম্ভ হ'ল। কেন্দ্ৰীয় চৰকাৰে উপায় নাপাই এটা বিশেষজ্ঞ কমিটি পাতি দি বিষয়টো পৰীক্ষা কৰি চাবলৈ কলে। এই কমিটিয়ে অসমত শোধনাগাৰ পতাটো শিল্পবৈজ্ঞানিক ফালৰ পৰাতো সম্ভৱপৰ হবই, অৰ্থনৈতিক ফালৰ পৰাও লাভজনক হ'ব বুলি অভিমত দিলে। কিন্তু কলিকতাত শোধনাগাৰ পাতি অতিৰিক্ত খাৰুৱা তেল ৰপ্তানি কৰিলে বেছি লাভজনক হ'ব বুলি কলে।

ইফালে অসম অইল কোম্পানীয়ে প্ৰথমতে শোধনাগাৰ কলিকতাত পতাৰ কাৰণে সুপাৰিশ কৰিছিল। কাৰণ, কলিকতা ডাঙৰ চাহিদা কেন্দ্ৰ আৰু তাৰ পৰা বাহিৰলৈ ৰপ্তানি কৰাৰো সুবিধা। কিন্তু কেন্দ্ৰীয় চৰকাৰে বাৰাউনিত পতাৰ পোষকতা কৰাৰ এ, ও, চিয়ে আমেৰিকাৰ পৰা ইণ্টাৰনেছনেল পেট্ৰোলিয়াম কন্সালটেণ্ট (International Petro'eum C nsultant ) অনাই বিষয়টো পৰীক্ষা কৰালে। এই আন্তৰ্জাতিক বিশেষজ্ঞ কমিটিয়ে ইয়াৰ সবিশেষ তদন্ত কৰি এইদৰে অভিমত দিলে—

১। শোধনাগাৰ যিমানদূৰ পৰা যায় তেল উৎপত্তি ঠাইৰ ওচৰত পাতিব লাগে।

২। ৰেল, জাহাজ, ৰাস্তা আদিৰ সুবিধা থাকিব লাগে।

৩। শোধিত সামগ্ৰী প্ৰডাক্ট পাইপ লাইনেৰে বিক্ৰিৰ কেন্দ্ৰলৈ নিব লাগে।

৪। দুটা শোধনাগাৰৰ পৰিবৰ্ত্তে এটা শোধনাগাৰ কৰিলে প্ৰায় ১৪ কোটি টকা ৰাহি হ'ব।

৫। খাৰুৱা তেল নিবলৈ ডাঙৰ পাইপৰ প্ৰয়োজন। কিন্তু শোধিত তেল আদি সামগ্ৰী নিবলৈ সৰু পাইপ লাগে। সেই কাৰণে বাৰাউনিলৈ খাৰুৱা তেলৰ কাৰণে ডাঙৰ পাইপ দিনি

শোধিত সামগ্ৰীৰ কাৰণে সৰু পাইপ নিলে প্ৰায় ১৯½ কোটি টকা বাহি হ'ব।

এই আটাইবোৰ কথা কঁহিয়াই দেখুৱাই বিশেষজ্ঞ কমিটিয়ে অসমৰ শিলঘাটকে শোধনাগাৰৰ কাৰণে উপযুক্ত ঠাই বুলি অভিমত দিলে। কিন্তু মালব্যই হলে বাৰাউনিত শোধনাগাৰ পাতিবই। অসমৰ বাইজে এটা সৰু-সুৰা আন্দোলন কৰাৰ কাৰণে ৭½ লাখ টনৰ এটা সৰু শোধনাগাৰ অসমত আৰু ২২½ লাখ টনৰ এটা ডাঙৰ শোধনাগাৰ বাৰাউনিত পতাৰ থিৰ কৰিলে। অসমৰ কোন ঠাইত পাতিব তাৰ কাৰণে মাটি পৰীক্ষা কৰি চাব ধৰিলে, অসমৰ পশ্চিম সীমাৰ পৰা আৰম্ভ কৰি। কাৰণ, বাৰাউনিৰ যিমান ওচৰত এই শোধনাগাৰ পাতিব পাৰি খাৰুৱা তেল নিয়াৰ খৰছটো তিমানেই অসমৰ শোধনাগাৰৰ ওপৰত জাপি দি বাৰাউনিৰ শোধ-নাগাৰৰ খৰছটো কমাব পাৰে। অৱশেষত গুৱাহাটীতে (নুনমাটিত) মাটি পালে আৰু তাতে এই সৰু শোধনাগাৰ পাতিলে। বিশেষজ্ঞ কমিটিয়ে সুপাৰিশ কৰা শিলঘাট নললে। ইফালে বাৰাউনিৰ বেলিকা কিন্তু তাৰ মাটি আদি পৰীক্ষা নকৰাকৈ ঠাই ঠিক কৰিলে। ফলত ৰুছিয়াৰ বিশেষজ্ঞ সকলে ( বাৰাউনিৰ শোধনাগাৰৰ যন্ত্ৰপাতি ৰুছিয়াৰ পৰা লোৱা হৈছিল ) শোধনাগাৰ স্থাপন কৰিবলৈ আহি নিম্নলিখিত কাৰণবোৰৰ বাবে বাৰাউনি অনুপযুক্ত বুলি কলে।

১। বাৰাউনিৰ মাটি বালিয়া।
২। ই ভুঁইকপৰ জোকাৰণিৰ ঠাই।
৩। ই গঙ্গা নদীৰ বুকুতকৈ দ'। যদি মাথাউৰি বান্ধি গঙ্গাৰ বানপানীৰ পৰা ৰক্ষা কৰাৰ দিহা কৰে তথাপি শোধনাগাৰৰ ময়লা পানী উলিয়াই নি ক'ত পেলাব সেই সমস্যাৰ সমাধান নহ'ব।

মালব্যজীয়ে কিন্তু বাৰাউনিত পাতিবই। ইফালে সেই সময়ৰ বিহাৰৰ মুখ্যমন্ত্ৰীয়ে কলে যে ৰুছিয়াৰ বিশেষজ্ঞ সকলে দেখুওৱা দোষবোৰ গুচাবৰ কাৰণে যি খৰচ লাগে তাক বিহাৰ চৰকাৰে

বহন কৰিব। কিন্তু শোধনাগাৰ বাৰাউনিত হ'বই লাগিব। গতিকে মালব্যজীৰ সুবিধা হ'ল। প্ৰডাক্ট পাইপ লাইনৰ খৰছ কমৰ কথাত তেওঁ কলে যে প্ৰডাক্ট পাইপ লাইন নতুন বস্তু। ভাৰতে ইয়াক পৰীক্ষামূলক ভাবে ব্যৱহাৰ কৰিবলৈ গৈ খৰছান্ত হ'ব নোৱাৰে। কিন্তু আন্তৰ্জাতিক বিশেষজ্ঞ দলে প্ৰডাক্ট পাইপ লাইনৰ সম্বন্ধে এইদৰে কৈছিল।" শোধিত সামগ্ৰীবোৰ প্ৰডাক্ট পাইপ লাইনেৰে আমেৰিকা আৰু কিছুমান দেশত আজি প্ৰায় ২০ বছৰ (১৯৫৮ চনত) ধৰি নি আছে। পৰীক্ষা কৰি কৰি ভুলবোৰ সংশোধন কৰি অভিজ্ঞতা লাভ কৰি আজি পাইপ লাইনেৰে সংশোধিত সামগ্ৰী পৰিবহন কৰাটো অতি কাৰ্য্যক্ষম হৈছে আৰু ৰেল, জাহাজ বা ৰাস্তাৰে পৰিবহন কৰাতকৈ সস্তা হৈছে।" তেলমন্ত্ৰী মালব্যই ইয়ালৈ কৰ্ণপাত নকৰিলে। কিন্তু তেওঁ এই পাইপ লাইনৰ পৰীক্ষা ভাৰতত কৰিব খোজাতো ভুল বুলি কোৱাৰ এমাহ পাছতে পাৰ্লিয়ামেণ্টত ঘোষণা কৰিলে যে বাৰাউনিৰ শোধিত পেট্ৰল আদি দিল্লীলৈ পাইপ লাইনেৰে নিব। তাৰ ছমাহমান পাছত আকৌ কলে যে কলিকতালৈও বাৰাউনিৰ পৰা শোধিত তেল আদি পাইপ লাইনেৰে নিব। আৰু আমি এতিয়া দেখিছোঁ যে দিল্লী, কলিকতালৈ বাৰাউনিৰ পেট্ৰল আদি পাইপ লাইনেৰে নিয়াৰ উপৰিও গুৱাহাটী শোধনাগাৰৰ স্থানীয় চাহিদাৰ ওপৰঞ্চি পেট্ৰল আদি পাইপ লাইনেৰে শিলিগুৰীলৈ নি তাতে এটা ডিপো খুলিছে। বিশেষজ্ঞৰ অভিমত বা অসমৰ ৰাইজৰ চিঞৰ-বাখৰ সকলোকে আওকাণ কৰি কেন্দ্ৰীয় চৰকাৰে গুৱাহাটীত ৭½ লাখ টনৰ আৰু বাৰাউনিত ২২½ লাখ টনৰ শোধনাগৰ স্থাপন কৰিলে। এই সম্পৰ্কে লোকসভাৰ এটা কমিটিয়ে ১৯৬৬ চনত কি লিখিছে চাওক—

"কমিটিয়ে অতীতৰ কথা আলোচনা কৰি অনুভৱ কৰে যে (বাৰাউনিৰ) বৰ্ত্তমান ঠাইত শোধনাগাৰ স্থাপন কৰা সিদ্ধান্তটো

সম্পূর্ণ ভুল আছিল। এই সিদ্ধান্ত কছিয়া আৰু ভাৰতীয় বিশেষজ্ঞ সকলে শিল্পবৈজ্ঞানিক কাৰণত দৃঢ়ভাবে আপত্তি জনোৱা স্বত্বেও লোৱা হৈছে। বিশেষজ্ঞ সকলৰ মতেই যে ঠিক আছিল আৰু সিদ্ধান্ত লোৱা সকলৰ মত যে ভুল আছিল সেই কথা জলজল্ পট্পট্ হৈ পৰিছে। বানপানী আৰু ভুঁইকপৰ পৰা ৰক্ষা কৰাৰ কাৰণে বিৰাট পৰিমাণৰ খৰছ কৰা স্বত্বেও এই বিপদবোৰৰ পৰা ৰক্ষা পৰাৰ সন্তোষজনক ব্যৱস্থা হৈছে নে নাই সি সন্দেহজনক।" Committee on Public Uudertakings (Third Lok Sabha) 36th Report P. 24-25 Para 77।

লোকসভাৰ এই কমিটিৰ ৰিপোর্ট ১৯৬৭ চনৰ মার্চ মাহত গৃহীত হয়। বাৰাউনিত শোধনাগাৰ স্থপনৰ বিৰুদ্ধে এনেকুৱা আপত্তি থকা স্বত্বেও তাৰ শোধনাগাৰৰ ক্ষমতা ২২½ লাখ টনৰ পৰা আৰু ৭½ লাখ ( গুৱাহাটী শোধনাগাৰৰ সমান ) টন পৰিবর্দ্ধন কৰি ৩০ লাখ টন পোৱাৰ ব্যৱস্থা কৰিছে। ইফালে গুৱাহাটী শোধনাগাৰ সম্পর্কে এই কমিটিয়ে লিখিছে যে গুৱাহাটী শোধনাগাৰে পূর্ণ পর্য্যায়ত কাম কৰিছে আৰু যোৱা বছৰ (১৯৬৫-৬০) ভাল লাভো কৰিছে। এই কমিটিয়ে ভাৰতত থকা ৰিফাইনাৰী বিলাকৰ শোধন কৰা খৰছ তলত দিয়া দৰে দেখুৱাইছে—

| | | | | |
|---|---|---|---|---|
| ১। | গুৱাহাটী | টনে প্রতি | ২১.৬০ | টকা |
| ২। | বাৰাউনি | ,, | ৩৭.৯৩ | ,, |
| ৩। | গুজৰাট | ,, | ৩৭.৪৮ | ,, |
| ৪। | বর্ম্মা চেল | , | ৮.০২ | ,, |
| ৫। | এচ্চো | ,, | ১২.১৯ | ,, |
| ৬। | কেল্টেক্স | ,, | ১৯.৯৮ | ,, |

৪, ৫ আৰু ৬ নম্বৰৰ কোম্পানীবোৰ বিদেশী কোম্পানী আৰু মধ্য প্রাচ্যৰ পৰা খাৰুৱা তেল আনি শোধন কৰিছে আৰু এই-বোৰৰ শোধন কৰাৰ ক্ষমতা ২৫ৰ পৰা ৪০ লাখ টনলৈ। গুৱাহাটীত

মাত্ৰ ৭½ লাখ টন হৈও ইয়াত খৰছ বাৰাউনি আৰু গুজৰাটতকৈ কম। গতিকে কি উপায়ে গুৱাহাটী তথা অসমত দ্বিতীয় শোধনাগাৰ নিদিয়াৰ ব্যৱস্থা কৰিব পাৰি তাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে নানা বুদ্ধি সাজিবলৈ ধৰিলে।

কেন্দ্ৰীয় চৰকাৰে কলে যে অসমত শোধনাগাৰ স্থাপন কৰিলে চৰকাৰৰ বহুত লোকচান হ'ব। ১৯৬৬ চনৰ মাৰ্চ্চ মাহত কেন্দ্ৰীয় তেল মন্ত্ৰী অশোক মেহতা ডাঙৰীয়াই কলে যে অসমৰ খাৰুৱা তেলৰ পৰিমাণ তেতিয়া পোৱা ৩২.৬ লাখ টনৰ পৰা লাকুৱা আৰু ৰুদ্ৰেশ্বৰৰ কাম হলে ৪৭.৫ লাখ টনলৈ বৃদ্ধি পাব। এই বৰ্দ্ধিত তেল অসমৰ বাহিৰলৈ নি শোধন কৰা হ'ব। কাৰণ, ডিগবই আৰু গুৱাহাটী শোধনাগাৰত বৰ্ত্তমান যি পৰিমাণ তেল শোধিত হয় অসমৰ চাহিদাৰ অভাৱত তাৰো শতকৰা প্ৰায় ৮০ ভাগ বাহিৰলৈ নিব লগা হয়। আৰু এই তেল বাহিৰলৈ নিওঁতে পৰিবহণৰ যি খৰছ হয় সেইটো লোকচানৰ ঘৰত। তাৰ উপৰিও অসমৰ বিক্ৰিকৰ, বিজুলীৰ খৰচ আদিয়ে অসমৰ শোধনাগাৰৰ খৰছ বঢ়াই দিছে। সেই কাৰণে জাতীয় স্বাৰ্থৰ খাতিৰত নতুন শোধনাগাৰ পতাৰ কথাতো নুঠেই, গুৱাহাটী শোধনাগাৰৰ ক্ষমতা বঢ়োৱাৰ কথা বিবেচনা কৰিব পৰা যাব যদিহে বৰ্দ্ধিত তেল অসমতে বিক্ৰি হ'ব পাৰে।

ওপৰত উল্লেখ কৰা উক্তি কিমান অযুক্তিকৰ তাক অলপ ভাবি চালেই ওলাই পৰে। যি ঠাইত যিমান বস্তুৰ ব্যৱহাৰ হয়, সেই ঠাইত সেই পৰিমাণ বস্তুহে উৎপন্ন কৰাৰ কাৰণে উদ্যোগ স্থাপন হ'ব। যদি উৎপাদিত বস্তু বেছি হয় আৰু তাক বাহিৰত বেচিব লগা হয় তেনেহলে সেই বস্তু উৎপাদানৰ কাৰণে বাহিৰতহে উদ্যোগ স্থাপন কৰিব লাগিব। এনেকুৱা স্থানীয় চাহিদাৰ ওপৰতহে যদি উদ্যোগ প্ৰতিষ্ঠা হ'ব লগা হ'লহেতেন, তেনেহলে পৃথিবীত আন্তৰ্জাতিক বেহা-বেপাৰৰ বা নিজৰ দেশতো আন্তঃৰাজ্যিক বেহা-

ধৰণৰ কথাই নাথাকিলহেঁতেন। কিন্তু আমাৰ দেশতে এই উক্তিৰ অসত্যতা চাওঁক। বিহাৰৰ দেশত উৎপন্ন হোৱা লো-তীখাৰ শতকৰা ২৯ ভাগ উৎপন্ন হয়, কিন্তু উৎপাদিত লো-তীখাৰ ৮ ভাগহে বিহাৰত ব্যৱহাৰ হয়। পশ্চিম বঙ্গত লো-তীখাৰ উৎপন্ন হয় শতকৰা ৩০ ভাগ আৰু সেই ৰাজ্যৰ চাহিদা মাত্ৰ ১৯ ভাগ। উৰিষ্যাত উৎপাদন ১৯ ভাগ কিন্তু চাহিদা মাত্ৰ ১ ভাগ। মহাৰাষ্ট্ৰত উৎপাদন নাই কিন্তু চাহিদা ১৮ ভাগ। সেইদৰে কঁপাহী কাপোৰৰ ক্ষেত্ৰত মহা-ৰাষ্ট্ৰৰ উৎপাদন হ'ল ১৫০ কোটি মিটাৰ আৰু চাহিদা মাত্ৰ ৬৪ কোটি মিটাৰ। গুজৰাটত উৎপাদন ১.৭ কোটি মিটাৰ আৰু চাহিদা মাত্ৰ ৩৬ কোটি মিটাৰ। উত্তৰ প্ৰদেশত উৎপাদন ৩২ কোটি মিটাৰ কিন্তু চাহিদা ১১৮ কোটি মিটাৰৰ। বিহাৰত এক মিটাৰো উৎপাদন নহয় কিন্তু তাৰ চাহিদা ৭৫ কোটি মিটাৰ।

পেট্ৰ'লৰ ক্ষেত্ৰত চাওক আমেৰিকা আৰু ৰুছিয়াই গোটেই পৃথিবীতে পেট্ৰলৰ যোগান ধৰে। মধ্য প্ৰাচ্যৰ খাৰুৱা তেল ভাৰতত আনিও শোধন কৰিছে ; আৰু চৰকাৰে অসমৰ খাৰুৱা তেল বাৰাউনিত নি যে শোধন কৰিছে সেই শোধিত তেলৰ চাহিদা জানো বাৰাউনি বা বিহাৰত ? সেই তেল দিল্লী আৰু কলিকতালৈ নিয়াৰ ব্যৱস্থা কৰা নাইনে ? মেহতাৰ যুক্তি মতে যি বস্তুৰ বজাৰ নাই সেই ঠাইত সেই বস্তু উৎপাদন কৰিব নালাগে। খাৰুৱা তেলৰ বজাৰ হ'ল শোধনাগাৰ। গতিকে যি ঠাইত শোধনাগাৰ নাই তাত খাৰুৱা তেল উৎপাদনো কৰিব নালাগে। অৰ্থাৎ তেওঁৰ যুক্তিমতেই অসমত যদি খাৰুৱা তেল উৎপাদন কৰিব খোজে তেনেহলে অসমত প্ৰথমতে শোধনাগাৰ পতাৰ ব্যৱস্থা কৰক !

এতিয়া মেহতা ডাঙৰীয়াই দিয়া, অসমত পতা শোধনাগাৰৰ লোকচানৰ যুক্তিলৈ আহো। প্ৰথমতে পাৰ্লিয়ামেণ্টৰ ১৯৬৬ চনৰ শেষ ভাগত পতা কমিটিৰ ৰিপোৰ্টলৈ আঙুলিয়াওঁ। সেই ৰিপোৰ্টৰ পৰা উদ্ধৃত কৰি দেখুৱাইছো যে বাৰাউনিত শোধনাগাৰ পতাটো

মস্ত ভুল আৰু গুৱাহাটীৰ শোধনাগাৰে লাভ দিছে। দ্বিতীয়তে এই লাভটোকে লোকচান কৰি দেখুওৱাৰ কাৰণে এটা অভিনৱ ব্যৱস্থা লৈছে। খাৰুৱা তেল অসমত উৎপাদন হয়। সেই কাৰণে এই খাৰুৱা তেলৰ দাম অসমত সকলোতকৈ সস্তা হব লাগে আৰু যিমান দূৰলৈ এই তেল পৰিবহণ কৰি নিয়া হয়, দূৰত্ব আৰু পৰিবহনৰ সা-সুবিধা অনুসাৰে তাৰ দাম বেছি হ'ব লাগে। এই স্বাভাৱিক নীতি অনুসৰণ কৰিলে বাৰাউনিৰ শোধনাগাৰে গুৱাহাটী শোধনাগাৰতকৈ খাৰুৱা তেলৰ দাম বেছি দিব লাগে আৰু ই এটা জল্-জল্ পট্-পট্ কৰে অৰ্থনৈতিক কথা। কিন্তু কেন্দ্ৰীয় চৰকাৰৰ বুদ্ধিমান লোকসকলে বুদ্ধি কৰি উলিয়ালে যে খাৰুৱা তেলৰ দাম মধ্য-প্ৰাচ্যৰ পৰা আমদানি কৰি অনা তেলৰ দামৰ ওপৰত ভিত্তি কৰিব লাগিব। অৰ্থাৎ মধ্য প্ৰাচ্যৰ পৰা ওখা, বোম্বাই, মাদ্ৰাচ, কলিকতা আদি বন্দৰলৈ অনা খৰছৰ লগত শোধনাগাৰলৈ নিয়া খৰছ যোগ দিব লাগিব। গুৱাহাটী আৰু বাৰাউনিৰ কাৰণে কলিকতা বন্দৰলৈ অনা খৰছৰ লগত গুৱাহাটী বা বাৰাউনিলৈ নিয়া খৰছ যোগ দিয়া হ'ব। আৰু এই ফৰমুলা মতে বাৰাউনিয়ে গুৱাহাটীতকৈ অলপ কম দামহে দিয়ে। ১৯৫৮ চনত অইল ইণ্ডিয়াৰ লগত হোৱা চুক্তিমতে চৰকাৰে হয় আমদানি তেলৰ দামৰ সামঞ্জস্য নহলে উৎপাদনৰ খৰছৰ লগত কিছু মুনাফ দি শোধনাগাৰৰ কাৰণে খাৰুৱা তেল লোৱাৰ কথা আছিল। ১৯৬১ চনত এই চুক্তি সংশোধন কৰি নতুন এনেকুৱা এটা কিম্ভূত কিমাকাৰ আৰু জটিল ফৰমুলা আবিষ্কাৰ কৰিলে যে পাৰ্লিয়ামেণ্টৰ ১৯৬৭-৬৮ চনৰ এচ্-টিমেট কমিটিয়ে তেওঁলোকৰ বিপৰ্টৰ ১৫০ পৃষ্ঠাত এনেদৰে কব লগা হৈছে—

"কমিটিয়ে ১৫৪৮ চনৰ মূল্য নিৰূপণৰ ফৰমুলা পৰিবৰ্ত্তন কৰি নৱম ধাৰাত সন্নিবিষ্ট কৰা জটিল ফৰমুলাৰ অৱতাৰণা কৰাৰ কোনো ন্যায়সঙ্গত যুক্তি বিচাৰি নাপালে।" নতুন ফৰমুলা মতে খাৰুৱা

তেলৰ উৎপাদনৰ খৰছৰ লগত মুনাফা যোগ দি দাম নিৰ্দ্ধাৰণ কৰাৰ চৰকাৰৰ ক্ষমতা নাথাকিল। কিন্তু আমদানি কৰা খাৰুৱা তেলৰ দামৰ ভিত্তিত আৰু কিছুমান সৰ্ত্ত এনেভাবে লগাই দিলে যে ফলস্বৰূপে অইল ইণ্ডিয়াক ১৯৬৬-৬৭ চন পৰ্য্যন্ত ১৮ কোটি টকা সাহায্য (Subsidy) দিব লগা হ'ল। এচটিমেট কমিটিয়ে সেই কাৰণে এই নতুন ফৰমুলা আনি চৰকাৰৰ লোকচান কৰাৰ কাৰণে কোন দায়ী তাক নিৰ্ধাৰণ কৰাৰ কাৰণে পৰামৰ্শ দিব লগা হ'ল। এই ফৰমুলাৰ ফলত গুৱাহাটী শোধনাগাৰে বাৰাউনি শোধনাগাৰতকৈ বেছি দাম দি খাৰুৱা তেল কিনিব লগা হ'ল। যদি গুৱাহাটীত নহৈ নাহৰকটীয়া বা মৰাণ তৈল ভূমিত শোধনাগাৰ হ'লহেঁতেন তেনেহলে ফৰমুলামতে খাৰুৱা তেলৰ দাম আৰু বেছি দিব লগা হ'লহেঁতেন। কাৰণ—তাৰ দূৰত্ব কলিকতা বন্দৰৰ পৰা আৰু বেছি। বাৰাউনি শোধনাগাৰৰ পৰাও এনেদৰে কম দামত বেচিব লগা (under recovery) হোৱা তেলৰ পৰা ৩ কোটি টকা লোকচান হ'ব। কিন্তু তৎ-স্বত্বেও বাৰাউণিৰ শোধনাগাৰত আৰু ৭৫ লাখ টন বেছিকৈ শোধন কৰা প্ৰস্তুতি চলিল।

ইফালে শোধিত তেল আদিৰ দাম নিৰ্দ্ধাৰণ কৰোতেও ওপৰোক্ত ফৰমুলাকে প্ৰয়োগ কৰিলে। অৰ্থাৎ গুৱাহাটীত পেট্ৰলৰ দাম হ'ব বন্দৰৰ দামৰ লগত পৰিবহণৰ খৰছ দি। এই ক্ষেত্ৰত অসমৰ মানুহে অসমতে পেট্ৰল উৎপাদন হোৱা স্বত্তেও ভাৰতৰ ভিতৰত সৰ্ব্বোচ্চ দাম দি পেট্ৰ'ল কিনিব লাগে। বহু দিনৰ পৰা আপত্তি চলাত আৰু শেষত অসম চৰকাৰেও আপত্তি তোলাত বৰ্ত্তমানে ডিগবইকো এটা বন্দৰ বুলি ধৰি লোৱা হয়। কিন্তু গুৱাহাটীক এতিয়াও ধৰি লোৱা হোৱা নাই। সেই কাৰণে গুৱাহাটীত পেট্ৰল জাতীয় সামগ্ৰীৰ দাম থিৰ কৰা হৈছে ডিগবইৰ দামৰ লগত গুৱাহাটীলৈ অনা খৰছ যোগ দি আৰু কলিকতাৰ দাম হৈছে বাহিৰৰ পেট্ৰল আমদানি কৰি কলিকতা বন্দৰলৈ অনা খৰছ।

এই অদ্ভুত ফৰমুলাৰ দ্বাৰা নিৰ্ধাৰণ কৰা কৃত্ৰিম দামৰ কাৰণে গুৱাহাটীতে পেট্ৰল উৎপাদন হোৱা স্বত্বেও গুৱাহাটীৰ মানুহে কলিকতাৰ মানুহতকৈ বেছি দামত পেট্ৰল কিনিব লাগে। কিন্তু কেন্দ্ৰীয় চৰকাৰ এইখিনি অন্যায় কৰিয়েই ক্ষান্ত হোৱা নাই। তেওঁলোকে কয় যে গুৱাহাটী আৰু ডিগবইত শোধিত তেল আটাইখিনি অসমে ব্যৱহাৰ কৰিব নোৱৰাত প্ৰায় ৬০ ভাগ তেল বাহিৰলৈ নি কলিকতা আদি ঠাইত বেচিব লগা হয়। কিন্তু সেইবোৰ তেলৰ দাম কম। গতিকে অসমৰ শোধনাগাৰবোৰত যি উচ্চ দাম (কৃত্ৰিম উপায়েৰে) নিৰ্ধাৰণ কৰা হৈছিল তাতকৈ কম দামত কলিকতা আদি ঠাইত বেচিব লগা হয় আৰু সেই কম মূল্য পোৱাৰ কাৰণে (under recovery) অসমত শোধনাগাৰ পাতিলে লোকচান। কলিকতাত পাতিলে লোকচান নহ'লহেঁতেন। কাৰণ তাত মূল্য নিৰ্ধাৰণ কৰোতেই কম কৰি ধৰা হ'ব। অৰ্থাৎ অসমৰ শোধনাগাৰে কম খৰচত পেট্ৰল আদি উৎপাদন কৰিলেও যিহেতু তাৰ মূল্য চৰকাৰে বান্ধিদিয়া ফৰমুলা মতে বেছি, সেই কাৰণে সেই পেট্ৰল আদি সামগ্ৰী কলিকতাত চৰকাৰে বান্ধি দিয়া মূল্যতকৈ কম দামত বেচাৰ কাৰণে লোকচান।

ওপৰত উল্লেখ কৰা কথাবোৰৰ পৰা এই কথা স্পষ্ট যে চৰকাৰৰ ফৰমুলা মতে নিৰ্ধাৰণ কৰা মূল্যৰ উৎপাদিত খৰচৰ লগত কোনো সম্পৰ্ক নাই। আচল খৰচৰ পৰা আঁতৰি গৈ কেন্দ্ৰীয় চৰকাৰে নিজ খুচীমতে খাৰুৱা তেল আৰু শোধিত সামগ্ৰীৰ দাম নিৰূপণ কৰিছে। বাস্তৱৰ লগত তাৰ সম্পৰ্ক নাই আৰু এই অবাস্তৱ কৃত্ৰিম দামৰ ওপৰত ভিত্তি কৰি তেওঁলোকে কব খোজে যে অসমত শোধনাগাৰ পাতিলে লোকচান হ'ব। আৰু সেই কাৰণে মেহতা ভাণ্ডাৰীয়াই অসমৰ উদ্বৃত্ত খাৰুৱা তেল উত্তৰ পশ্চিম ভাৰতলৈ নি এটা শোধনাগাৰ পতাৰ কথা কৈছিল। কিন্তু বৰ্তমানে এই অদ্ভুত তেল কলিকতাৰ ওচৰৰ হালদিয়াত পাতিব খোজা শোধনাগাৰলৈ নিবৰ চেষ্টাত আছে। পাৰ্লিয়ামেণ্টৰ ১৯৬৬-৬৭

চনৰ এচ্টিমেট কমিটিৰ ৰিপোৰ্টত ১৩-১৪ পৃষ্ঠাত অইল ইণ্ডিয়াই ভুমভুমা আৰু নিংগ্ৰু অঞ্চলত তেল সন্ধান কাৰ্য্যত গাফিলতি কৰা বুলি এই বুলি লিখিছে—

"দেশত খাৰুৱা তেলৰ চাহিদা আৰু আমদানিৰ মাজৰ পাৰ্থক্য কমাই অনাৰ কাৰণে আৰু বাৰাউনিৰ সম্প্ৰসাৰণ আৰু হালদিয়া শোধনাগাৰ স্থাপনৰ কাৰণে যি খাৰুৱা তেলৰ দৰকাৰ হ'ব তাক যোগাবৰ কাৰণে এই দুই অঞ্চলৰ (ভুমভুমা আৰু নিংগ্ৰু) তেলৰ সম্ভাৱনা সম্পৰ্কে তেল সন্ধানৰ কাম ক্ষিপ্ৰগতিত চলাই অতি সোনকালে নিৰ্ণয় কৰাৰ একান্ত আৱশ্যক হৈ পৰিছে বুলি এই কমিটিয়ে অনুভৱ কৰে।" ইয়াৰ দ্বাৰা এইটো স্পষ্ট হৈ পৰিছে যে অসমৰ পৰা খাৰুৱা তেল নি বাৰাউনি শোধনাগাৰৰ সম্প্ৰসাৰণ কৰাৰ উপৰিও প্ৰস্তাৱিত হালদিয়া শোধনাগাৰৰ যোগান ধৰাৰ অভিসন্ধি চলিছে।

১৯৬১ চনত খাৰুৱা তেলৰ উৎপাদিত খৰছ টনে ৪৮'০০ টকা বুলি ধৰি লোৱা হৈছিল। এতিয়া (১৯৬৭-৬৮) আচলতে হিচাপ কৰি পোৱা হ'ল টনে ৪০'০০ টকা। কিন্তু চৰকাৰৰ ফৰমুলা মতে তলত দিয়া মতে অইল ইণ্ডিয়াক খাৰুৱা তেলৰ দাম দিয়া হ'ল—

| | | | |
|---|---|---|---|
| ১৯৬২ | চনত | টনে | ১০৮'৯২ টকা |
| ১৯৬৩ | ,, | ,, | ১৫২'৪২ ,, |
| ১৯৬৪ | ,, | ,, | ১২৬'৪৪ ,, |
| ১৯৬৫ | ,, | ,, | ১১২ ৩৭ ,, |
| ১৯৬৬ | ,, | ,, | ১০০'৯৬ ,, |
| ১৯৬৭ | ,, | ,, | ৯৭'৫০ , |

কিন্তু বাৰাউনি সম্পূৰ্ণভাৱে চালু নোহোৱাত আৰু গুৱাহাটীয়েও প্ৰথমতে পূৰ্ণ পৰ্য্যায়ত কাম কৰিব নোৱাৰাত যিমানখিনি খাৰুৱা তেল লব লাগিছিল তাক লব নোৱাৰিলে। ইফালে ১৯৬১ চনত কৰা নতুন চুক্তি মতে অইল ইণ্ডিয়াক অন্ততঃ শতকৰা ৯ টকা লাভ দিব লাগে। সেই কাৰণে ইমান অতিৰিক্ত দাম দিয়াৰ উপৰিও

১৮ কোটি টকা সাহায্য (Subsidy) দিব লগা হ'ল আৰু সেয়েহে এচ্.টিমেট কমিটিয়ে কোন কোন এই লোকচানজনক নতুন চুক্তিৰ কাৰ্যণে দায়ী তাক নিৰ্ণয় কৰাৰ কাৰণে পৰামৰ্শ দিছে।

অৰ্থনৈতিক কালৰ পৰা অসমত শোধনাগাৰ পতাৰ বিৰুদ্ধে যিবোৰ যুক্তি দেখুৱাই আহিছে সেইবোৰৰ দুৰ্বলতা উপলব্ধি কৰি কেন্দ্ৰীয় চৰকাৰে এতিয়া শেষত কৰ ধৰিছে যে নতুন শোধনাগাৰ এটা স্থাপন কৰিবলৈ অসমত যথেষ্ট পৰিমাণে খাৰুৱা তেলেই নাই। এই সন্দৰ্ভত আলোচনা কৰি আমি দেখো যে ১৯৬৬ চনৰ মাৰ্চ মাহত আশোক মেহতাই কৈছিল যে লাকুৱা আৰু ৰুদ্ৰসাগৰৰ কাম হ'লে খাৰুৱা তেলৰ উৎপাদন বছৰি ৪৭.৫০ লাখ টনলৈ বৃদ্ধি পাব। ১৯৬৬ চনৰ শেষৰ ফালে বহা লোকসভাৰ কমিটিৰ ৩৬তম ৰিপোৰ্টত অইল ইণ্ডিয়াৰ পৰা মুঠ ৫৬.৫ লাখ টন হ'ব বুলি হিচাপ পাইছিল। এইটো মন কৰিবলগীয়া যে এইবোৰ তেল অকল অইল ইণ্ডিয়াই পাবৰ কথা। তেল আৰু প্ৰাকৃতিক গেছ কমিছনে পাব পৰা হিচাপ বেলেগ। এচ্.টিমেট কমিটিৰ আগত কেন্দ্ৰীয় সচিবে সাক্ষ্য দিয়াৰ সময়ত কৈছিল যে সেই সময়ত ( ১৯৬৭-৬৮ ) অইল ইণ্ডিয়াই বছৰি ৩০ লাখ টনতকৈ বেছি দিব নোৱাৰিব আৰু বাৰাউনিৰ ক্ষমতা বঢ়াই আৰু যি ৭.৫ লাখ টন দিব লাগিব তাক তেল আৰু প্ৰাকৃতিক গেছ কমিছনৰ পৰা লব। আমি জনাত নাহৰকটিয়া আৰু মৰাণ তৈলভূমিৰ পৰাই বছৰি ৩০ লাখ টন খাৰুৱা তেল উদ্‌ঘাটন কৰি গুৱাহাটী আৰু বাৰাউনি শোধনাগাৰ চলাবৰ কথা আছিল। তাৰ পাছত ৰুদ্ৰসাগৰ আৰু লাকুৱাত আৰু তিমানখিনি তেল পাবৰ অৰ্থাৎ বছৰি ৬০ লাখ টন হ'বৰ কথা। এতিয়া গেলেকী তৈলভূমিত ইমান তেল থকাৰ সন্ধান পাইছে যে আগৰ তৈল-ভূমিবোৰতকৈ ইয়াত বেছি হ'ব। তাতো যদি আমি বছৰি ৩০ লাখ টনকৈ ধৰোঁ তেনেহ'লে বছৰি ৯০ লাখ টন পাওঁ।

আৰু তাৰে বাৰাউনি, গুৱাহাটী আৰু ডিগবৈত বৰ্দ্ধিত হাৰে খাৰুৱা তেল দিলেও প্ৰায় ৪৫ লাখ টনহে খৰচ হ'ব আৰু ৪৫ লাখ টন অতিৰিক্ত তেলৰ দ্বাৰা আৰু এটা ডাঙৰ শোধনাগাৰ নহ'বৰ কথা নাই। সেয়েহে ১৯৬৭ চনৰ আগষ্টত অসম চৰকাৰে বহুওৱা ঔদ্যোগিক কন্‌ফাৰেন্সত চাৰ কমিটিয়ে পৰামৰ্শ দিছিল যে গুৱাহাটী শোধনাগাৰৰ সম্প্ৰসাৰণ অচিৰাৎ হ'ব লাগে আৰু অন্ততঃ ৪২ লাখ টনৰ এটা নতুন শোধনাগাৰ অসমত স্থাপন কৰি তাৰ শোধিত সামগ্ৰী পাইপ লাইনেৰে অসমৰ বাহিৰলৈ নিব লাগে। এইবোৰ বিশেষজ্ঞ দলৰ অভিমত ওফৰাব টান পাই কেন্দ্ৰীয় চৰকাৰে এতিয়া অসমত তেলেই নাইকীয়া বুলি কব খুজিছে। অইল ইণ্ডিয়া বা তেল আৰু প্ৰাকৃতিক গেছ কমিছনে অসমৰ পৰা পাব পৰা তেলৰ আনুমানিক হিচাপো দিব নোখোজে। বিশেষকৈ তেল আৰু প্ৰাকৃতিক গেছ কমিছনে সদায় সকলো কথাতে অসমৰ বিৰোধিতা কৰি আহিছে আৰু তেওঁলোকে আমাক গেলেকী আদি তৈল-ভূমিৰ সাম্ভাব্য তেলৰ পৰিমাণৰ অলপো আভাস দিব খোজা নাই। আৰু কেন্দ্ৰীয় চৰকাৰে সেই সুবিধা লৈ অসমত যথেষ্ট পৰিমাণ তেল নাই বুলি কবৰ সুযোগ পাইছে। কিন্তু আমাৰ কথা হ'ল নাহৰকটিয়া আৰু মৰাণ হুগ্ৰীজান তৈল ভূমিৰ ওপৰত ভিত্তি কৰি বাৰাউনি আৰু গুৱাহাটী শোধনাগাৰ নিৰ্মাণ কৰিলে আৰু বাৰাউনিত ২২½ লাখ টন শোধনৰ ব্যৱস্থাহে আছিল। বিশেষজ্ঞ সকলৰ আৰু পাৰ্লিয়ামেণ্টৰী কমিটিবোৰে বাৰাউনি শোধনাগাৰ পতাৰ যুক্তি-যুক্ত নাছিল বুলি কৈছে। এনেস্থলত বাৰাউনি শোধনাগাৰত আৰু ৭½ লাখ টন শোধনৰ ক্ষমতা বঢ়োৱাৰ কোনো ন্যায়সঙ্গত কাৰণ থাকিব নোৱাৰে। গতিকে ৰুদ্ৰসাগৰ, লাকুৱা আৰু গেলেকী তৈলভূমিৰ পৰা যি তেল উদ্ঘাটন কৰা যায় তাক অসমৰ বাহিৰলৈ নিব নোৱাৰে। যিহেতু অৰ্থনৈতিক কাৰণ

পৰা অসমত অৰ্থাৎ তৈলভূমিৰ ওচৰতে শোধনাগাৰ পতা উচিত, সেই কাৰণে নতুন আৱিষ্কৃত তেল বাহিৰলৈ নিনি অসমতে শোধন কৰিব লাগিব। যেতিয়ালৈ নতুন তেল এটা শোধনাগাৰৰ কাৰণে যথেষ্ট নহয় তেতিয়ালৈ এই তেল পুৰুৰ ভিতৰতে থাকিব লাগিব। অসমৰ বাহিৰলৈ নিব নোৱাৰে। এই ন্যায্য দাবী অকল অসমৰ স্বাৰ্থৰ কাৰণেই নহয় ই জাতীয় স্বাৰ্থৰ কাৰণেও।

কেন্দ্ৰৰ অসহানুভূতিপূৰ্ণ মন্ত্ৰী আৰু বিষয়াসকলে অসমক সকলো ফালৰ পৰা বঞ্চিত কৰি আহিছে। অসমৰ তেল নি বাহিৰত শোধনাগাৰ পাতি আমাক বিক্ৰি কৰৰ পৰা বঞ্চিত কৰিছে। বাৰাউনিত ৩০ লাখ টন শোধন কৰিব আৰু ৩০ লাখ টন খাৰুৱা তেল নিব। এই তেলৰ বিক্ৰি কৰ টনে ১২ টকা আৰু সেই হিচাপে ৩৬০ টকা আমি হেৰুৱাম। শোধনাগাৰে নিবনুৱা সমস্যা কিছু পৰিমাণে সমাধা কৰিব। আমাৰ বহুতে খণ্ডত বা অভিমানত কব খুজিছে যে যিহেতু গুৱাহাটী শোধনাগাৰত অসমীয়া লোকৰ নিয়োগ উচিত মতে হোৱা নাই আৰু উপযুক্ত অসমীয়া লোক থকা স্বত্তেও বাহিৰৰ লোক আনি অফিচ পিয়ন আদিৰ কাম বিলাকো পূৰণ কৰিছে, সেই কাৰণে আমাক শোধনাগাৰেই নালাগে। স্বৰ্গীয় জৱাহৰলাল নেহৰুৱে কৈছিল যে ডাঙৰ শোধনাগাৰ এটাত মাত্ৰ ৪০০ মান লোকহে নিয়োগ হয়। আৰু তাৰে বেছি ভাগ শিল্প বৈজ্ঞানিক বা নিপুণ কৰ্মচাৰী। বৰ্ত্তমানৰ মন্ত্ৰী সকলেও তাকে দোহাৰি কয় যে শোধনাগাৰ স্থাপনৰ দ্বাৰা নিবনুৱা সমস্যা সমাধানত বিশেষ সহায় নহয়। কিন্তু এইবোৰ ডেঙৰলোকৰ ভুৱা দিয়া কথা। কাৰণ, আগেয়ে উল্লেখ কৰা ১৯৬৬ চনৰ লোকসভাৰ ৰিপোৰ্টৰ পৰা পোৱা যায় যে গুৱাহাটী শোধনাগাৰৰ মুঠ কৰ্মী সংখ্যা ১১০৯ জন; বাৰাউনিৰ ২২৫১ জন আৰু গুজৰাটৰ ১৬৯৬ জন। ১৯।৭।৬৮ তাৰিখে গুৱাহাটী শোধনাগাৰৰ পাব্লিক সংযোগ সম্বন্ধী বিষয়াই অসম ট্ৰিবিউনত

দিয়া বিধিমতে মুঠ কৰ্মচাৰীৰ সংখ্যা ১৩২৬ জন। কিন্তু শোধনাগাৰত কাম কৰাৰ বাহিৰেও তাৰ ঘৰ-দুৱাৰ আৰু কৰ্মীসকল থকা ঘৰ-দুৱাৰ, ৰাস্তা-পদূলি আদি নিৰ্মাণ কৰোঁতে কেইবাহাজাৰো লোকে কাম পাইছিল আৰু সেইবোৰ সংৰক্ষণৰ কাৰণে যথেষ্ট সংখ্যক লোকে কাম কৰিয়েই আছে। তাৰ পিচত এই লোকসকলৰ আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীৰ কাৰণে হাস্পাতাল, স্কুল হৈছে আৰু এই আটাইবোৰ মানুহৰ কাৰণে দোকান-পোহাৰ, হাট-বজাৰ, ধোবা, নাপিত, মুচি আদিৰ দৰকাৰ হৈছে। এই শোধনাগাৰ লৈয়েই এখন সৰু-সুৰা নগৰ হৈছে আৰু তাৰ আনুসঙ্গিক উদ্যোগ হিচাপে ইণ্ডিয়া কাৰ্বন আদি নতুন উদ্যোগ স্থাপন হৈ সেইবোৰতো মানুহ নিয়োগ কৰিছে। মুঠৰ ওপৰত গুৱাহাটী শোধনাগাৰে গুৱাহাটী উদ্যোগমুখী কৰি তুলিছে। অৱশ্যে নিয়োগৰ ক্ষেত্ৰত ইয়াতো অসমীয়াৰ প্ৰতি অন্যায় আৰু অবিচাৰ হৈ আছিছে। আমি সেই অন্যায় অবিচাৰৰ বিৰুদ্ধে যুঁজিম। কিন্তু সেই বুলি আমাক শোধনাগাৰকে নালাগে বুলি কব নাযাওঁ।

অকল শোধনাগাৰেই নহয়, আমাৰ তৈলভূমিত পোৱা প্ৰাকৃতিক গেছ আৰু শোধনাগাৰৰ গেছৰ দ্বাৰা পেট্ৰকেমিকেল উদ্যোগ স্থাপন হ'ব লাগিছিল কিন্তু এই গেছবোৰৰ সৰহ ভাগেই তেওঁলোকে জুই লগাই পুৰি দিছে। শোধনাগাৰ বা নাহৰকটিয়া আদি তেল পথাৰলৈ গলে দেখিব দিনে ৰাতিয়ে বহুত কুঁৱাত জুই জ্বলায়েই আছে। ই এটা জাতীয় ক্ষতি। কিন্তু পেট্ৰকেমিকেল উদ্যোগ এটা আমাৰ ইয়াত হৈ উঠিব দিয়া নাই। এই গেছ উৎপাদনৰ খৰছ অইল ইণ্ডিয়াৰ অসমত প্ৰতি ১০০০ ঘন মিটাৰত ১৭'৫৪ পইচা, তেল আৰু প্ৰাকৃতিক গেছ কমিছনৰ গুজৰাটৰ কাম্বেত ৩৬'৭০ টকা আৰু আঙ্কলেশ্বৰত ৪২'৮৮ টকা। কিন্তু চৰকাৰে গুজৰাটত পেট্ৰকেমিকেল উদ্যোগ পাতিবৰ ব্যৱস্থা কৰিলে

আৰু অসমত নামৰূপ সাৰকাৰখানা আদিত কিছু গেছ ব্যৱহাৰ কৰি বাকী গেছ জ্বলাই দৈনিক ৪৬০০০ টকা ক্ষতি কৰিব ধৰিছে। এই ক্ষতিৰ বাবে দায়ী কোন?

তেল, গেছৰ বাহিৰে অন্য অন্য উদ্যোগৰ কৌশলত কেন্দ্ৰই অসমৰ প্ৰতি অন্যায়, অবিচাৰ কৰি আহিছে। তেওঁলোকে সদায় ঘোষণা কৰি আহিছে যে পিছপৰা ৰাজ্যবোৰত উদ্যোগ স্থাপনত বেছি সহায় কৰি আঞ্চলিক সামঞ্জস্যতা দূৰ কৰিব। কিন্তু কাৰ্য্যক্ষেত্ৰত ওলটা কথাহে হৈ আহিছে। উন্নত ৰাজ্যবোৰ উদ্যোগীকৰণত বেছি সুবিধা পাই বেছিকৈহে আগবাঢ়িছে আৰু পিচ পৰা ৰাজ্যবোৰ বেছিকৈ পিচ পৰিব ধৰিছে। অসম কেঁচা সামগ্ৰীৰে ভৰপূৰ। কিন্তু উদ্যোগ নাই। ভাৰতৰ শতকৰা ৩০ ভাগ মৰাপাট অসমত উৎপাদন হয়। কিন্তু আজিলৈ এটাও মৰাপাটৰ কল হোৱা নাই। কাগজৰ কলৰ কাৰণে উৎকৃষ্ট সামগ্ৰী বাঁহ, ইকৰা আদি অসমত অপৰ্য্যাপ্ত আৰু তাৰ দ্বাৰা ৪/৫ টা কাগজৰ কল হ'ব পাৰে। কিন্তু এটাও নাই। বিলাতী মাটিৰ কাৰণে উৎকৃষ্ট চূণশীল ইয়াত যথেষ্ট আছে। কিন্তু সেই সিদিনাহে এটা সৰু কাৰখানা স্থাপিত হ'ল। তাৰ পূৰ্ণপাঠ দিব লাগিলে এখন মহাভাৰত হ'ব। অসমৰ প্ৰতি কেন্দ্ৰৰ এনেকুৱা মনোভাব আঁতৰিব লাগিব। তেহে অসমৰ তথা ভাৰতৰো মঙ্গল হ'ব।

**খাৰুৱা তেলৰ ৰয়েলটি ঃ**

কেন্দ্ৰীয় চৰকাৰে অসমৰ খাৰুৱা তেলৰ ৰয়েলটি টনে ৬২'০০ টকাৰ পৰা বঢ়াই ১৯২'০০ টকা কৰিছে। ইয়াৰ আগেয়ে আমাক টনে ৪২'০০ টকা মাত্ৰ দিছিল। ১৯৭৮ চনত বহা সপ্তম বিত্ত আয়োগৰ আগত আমাক সাক্ষ্যদানৰ কাৰণে মাতিছিল

আৰু আমি আমাৰ অইন অইন দাবীৰ লগতে অসমৰ খাৰুৱা তেলৰ ৰয়েলটি টনে ৪২'•• টকাৰ পৰিবৰ্ত্তে ১৬০'০০ (একশ ষাঠি) টকা হ'ব লাগে বুলি যুক্তি দৰ্শাইছিলো। কাৰণ সেই সময়ত খাৰুৱা তেলৰ দাম শতকৰা ২০ ভাগ আমাক ৰয়েলটি দিছিল। আৰু বাহিৰৰ পৰা আমদানি কৰা খাৰুৱা তেলৰ দাম আছিল টনে ৮০০'০০ আঠশ টকা: আৰু তাৰে ২০ শতাংশ হয় ১৬০'০০ টকা কেন্দ্ৰীয় চৰকাৰে সেই সময়ত আমদানি কৰা তেল সহ প্ৰায় ২০০ লাখ টন খাৰুৱা তেল কেইবাটাও শোধনাগাৰত শোধন কৰিছিল; আৰু সেই শোধনাগাৰবোৰৰ পৰা শোধিত হোৱা নানা বিধ পেট্ৰলিয়াম সামগ্ৰীৰ পৰা বছৰি ১২২১'৫০ কোটি টকা আবকাৰী শুল্ক হিচাপে পাইছিল। অসমৰ পৰা উদ্‌ঘাটিত কৰা খাৰুৱা তেলখিনিৰ পৰা ১৭৫ কোটি টকা পাইছিল। চাহপাতৰ আবকাৰী শুল্কৰ টকা ৰাজ্যবিলাকত বিতৰণ কৰা নিয়ম অনুসৰি পেট্ৰলিয়াম সামগ্ৰীৰ পৰা পোৱা শুল্কৰো অসমৰ পাব লগা অংশ দিবৰ কাৰণেও দাবী জনোৱা হৈছিল।

বিত্ত আয়োগৰ আগত সাক্ষ্যদানৰ পাছত আয়োগৰ সদস্য আৰু কেন্দ্ৰীয় চৰকাৰৰ বিত্ত সচিব শ্ৰীএইচ. এন. ৰে ডাঙৰীয়াৰ লগত ৰয়েলটি সম্পৰ্কত চিঠিৰ আদান-প্ৰদান চলে। তেওঁ ব্যাখ্যা কৰি কয় যে আমদানি কৰা তেলৰ দামৰ ভিত্তিত ৰয়েলটি নিৰ্দ্ধাৰণ কৰা হোৱা নাই। ভাৰতৰ খাৰুৱা তেলৰ পুঁজত যি দাম দিয়া যায় তাৰে ওপৰতহে ৰয়েলটি নিৰ্দ্ধাৰণ হয়। আমদানি কৰা তেলৰ দাম টনে ৮০০'০০ টকা হ'ব পাৰে। কিন্তু পুঁজৰ মুখৰ তেলৰ দাম তলত দিয়া হিচাপে নিৰূপণ কৰা হৈছিল—

বোম্বাই হাই (সাগৰৰ মাজৰ পৰা উদ্‌ঘাটিত)

| | | |
|---|---|---|
| তেলৰ মূল্য বেৰেলত | ৫ | ডলাৰ |
| ৰয়েলটি বেৰেলত | ০'৬৩ | ,, |
| চেছ বেৰেলত | ০'৯০ | ,, |
| মুঠ | ৬'৫৩ | ডলাৰ |

=বেবেলত প্ৰায় ৫৮'৮৪ টকা
বা টনে প্ৰায় ৪৩২'০০ টকা

ভিতৰৰ অৰ্থাৎ অসম আৰু গুজৰাটৰ তেলৰ দাম নিৰূপণ কৰা হৈছিল বেবেলত ৪'৬৪ ডলাৰ বা টনে ৩১৫'০০ টকা।

ওপৰত লিখা দৰে নিৰূপণ কৰা তেলৰ দামৰ ভিত্তিত অৰ্থাৎ টনে ৩১৫'০০ টকাকৈ ধৰি তাৰে ২০ শতাংশ অৰ্থাৎ ৬২'০০ টকা আমাক দিয়ে। কিন্তু আমি যুক্তি দেখুৱাইছিলো যে অসমৰ তেল নাপালে সেই পৰিমাণৰ তেল বাহিৰৰ পৰা আনিব লাগিল হৈ আৰু তাৰ দাম টনে ৮০০'০০ টকাকৈ দিব লাগিল হৈ। সেই কাৰণে ২০ শতাংশ এই ৮০০'০০ টকাৰ ভিত্তিত হ'ব লাগে। বৰ্ত্তমানে আমদানি কৰা তেলৰ দাম টনে ২২০০'০০ টকাতো ওপৰ ; আৰু তাৰ ২০ শতাংশ হিচাপে আমাক ৪৪০ টকা অন্ততঃ দিব লাগে। কেন্দ্ৰীয় চৰকাৰে কি হিচাপে টনে ১৯২'০০ টকা ধাৰ্য্য কৰিলে আৰু অসম চৰকাৰে কি হিচাপে টনে ৩৩৬'০০ টকা বিচাৰিছিল আমি ক'ব নোৱাৰো। কিন্তু আমি তেলৰ দামৰ শতকৰা ২০ ভাগ দিলেও সন্তুষ্ট হ'ব নোৱাৰো। কেন্দ্ৰীয় চৰকাৰে এই তেলৰ শোধিত সামগ্ৰীৰ ওপৰত আবকাৰী শুল্ক, চেছ, বিক্ৰিকৰ আদি নানা ৰকমৰ কৰ বহুৱাই কোটি কোটি টকা বছৰি আয় কৰিব ধৰিছে। আমাক ৰয়েলটি হিচাপে আমদানি তেলৰ দামৰ পৰা উদ্ঘাটনৰ খৰচ বাদে বাকী টকাৰ অন্ততঃ শতকৰা ৫০ ভাগ আমাক দিয়ক। বিত্ত সচিব ভাণ্ডাৰীয়াই দিয়া হিচাপ মতে উদ্ঘাটনৰ খৰচ টনে ২০০'০০ টকা পৰে। গতিকে আমদানি কৰা তেলৰ দাম ন্যুনতম ২২০০'০০ৰ পৰা ২০০'০০ বাদ দি বাকী দুই হাজাৰৰ ৫০ ভাগ অৰ্থাৎ টনে আমাক ১০০০ ০০ এক হাজাৰকৈ দিয়ক। বৰ্ত্তমানে আমাৰ উদ্ঘাটিত তেলৰ পৰিমাণ প্ৰায় ৫৪ লাখ টন আৰু ইয়াৰ ৰয়েলটি টনে ১৯২'০০ টকাকৈ ধাৰ্য্য কৰা ১০৩'৬৮ কোটিৰ পৰিবৰ্ত্তে আমি '৫৪০ পাঁচশ চল্লিচ কোটি টকা পাব লাগে।

# বহিৰাগত সমস্যা আৰু এটা সমাধান সূত্ৰ

. জগতত এটা অঞ্চলৰ পৰা আন এটা অঞ্চললৈ প্ৰব্ৰজন চিৰকাল ধৰি চলি আহিছে। মধ্য-এচিয়াৰ পৰা আৰ্য্যসকল ভাৰতলৈ আহে। দক্ষিণ-পূব এচিয়াৰ পৰা আহোম সকল অসমলৈ আহে। ইৰানৰ পৰা পাৰ্চি সকল ভাৰতলৈ আহে। ইত্যাদি। আহোম সকলে অসমকে তেওঁলোকৰ পিতৃভূমি বুলি ধৰি সম্পূৰ্ণ ভাবে অসমীয়া হৈ পৰিল। সেইদৰে বিহাৰ, উত্তৰপ্ৰদেশ, ৰাজস্থান পাঞ্জাব আদি ঠাইৰ পৰাও বহু পৰিয়াল অসমলৈ আহি স্থানীয় লোকসকলৰ লগত মিলি গ'ল আৰু অসমকে নিজৰ পিতৃভূমি বুলি গ্ৰহণ কৰিলে। কিন্তু ১৮২৬ চনত বৃটিছে অসম অধিকাৰ কৰাৰ পাছত প্ৰব্ৰজনে এটা বেলেগ ৰূপ ল'লে।

অসম অধিকাৰ কৰাৰ বহু পূৰ্বৰ পৰাই বৃটিছ সকলে কলিকতাত এটা মুখ্য কাৰ্য্যালয় পাতে আৰু ১৭৮৫ চনত মোগল সম্ৰাটৰ পৰা বঙ্গৰ দেৱানী লৈ কলিকাতাৰ প্ৰাধান্য নিকপকপীয়া কৰে। ১৮২৬ চনত ছিলেট জিলা ১৭৬৫ চনৰ পৰাই বঙ্গদেশৰ ঢাকা বিভাগৰ অন্তৰ্ভুক্ত হৈ আছিল। কাছাৰৰ ৰজা গোবিন্দ চন্দ্ৰ বৃটিছৰ লগত ১৮২৪ চনতে সন্ধি চুক্তিত আৱদ্ধ হয়। ১৮৩০ চনত তেওঁৰ আততায়ীৰ হাতত মৃত্যু হয় আৰু বৃটিছে কাছাৰ জিলা অধিগ্ৰহণ কৰি ঢাকা বিভাগৰ কমিচনাৰৰ শাসনাধীন কৰে। অসমৰ জিলা ৫ খনৰ সৈতে কাছাৰক বঙ্গদেশৰ ৰেভিনিউ বোৰ্ডৰ অধীনত দিয়ে। পূব দুৱাৰ সমূহৰ বাদে গোৱালপাৰা জিলাৰ বাকী অংশ বঙ্গদেশৰ ৰংপুৰ জিলাৰ অন্তৰ্গত কৰি বৃটিছে ৰাখিছিল। ১৮২২ চনত ইয়াক ৰংপুৰৰ পৰা বেলেগ কৰা হয় আৰু ১৮২৬ চনত অসমৰ লগত চামিল কৰা হয়। ১৮৬৭

চনত গোৱালপাৰা আৰু গাৰোপাহাৰ কোচবিহাৰ কমিচনাৰৰ অধীনত দিয়া হয় ; আৰু ১৮৭৪ চনত অসম সুকীয়া চীফ কমিচনাৰৰ অধীনত অহাত গোৱালপাৰা আৰু গাৰো পাহাৰো কোচবিহাৰ বিভাগৰ পৰা আনি অসম প্ৰদেশৰ অন্তৰ্ভুক্ত কৰা হয়।

ওপৰত উল্লেখ কৰা সংক্ষেপ বিৱৰণীৰ পৰা দেখা যায় যে অসম কলিকতাৰ শাসনাধীন আছিল আৰু সেই হেতুকে বঙালী সকলে অসমৰ ওপৰত অত্যন্ত প্ৰভাৱ পেলাব পাৰিছিল। ১৮২৬ চনত বৃটিছে অসম অধিকাৰ কৰাত শাসন কাৰ্য্য চলাবৰ কাৰণে কলিকতাৰ পৰা বঙালী বিষয়া আৰু আমোলা মহৰি আনিব লগা হৈছিল। কাৰণ সেই সময়ত ইংৰাজী জনা অসমীয়া লোক নাছিল বুলিলেই হয়। বঙালী বিষয়া আৰু আমোলাসকলে তেওঁলোকৰ বন্ধুবৰ্গ আৰু আত্মীয়-স্বজন সকলটি অসমলৈ আহি চাকৰী ব্যৱসায় আদিৰ দ্বাৰা ধন উপাৰ্জ্জন কৰাৰ নানা সুবিধা গ্ৰহণ কৰাৰ কাৰণে উদগনি দিছিল। বঙালীসকল অকল অৰ্থ নৈতিক সুবিধা গ্ৰহণ কৰিয়েই ক্ষান্ত নাথাকি বৃহত্তৰ বাংলাৰ সপোন দেখিব ধৰিলে। প্ৰথমতে তেওঁলোকে বৃটিছ শাসনকৰ্ত্তা সকলক বুজাই দিলে যে অসমীয়া এটা সুকীয়া ভাগ নহয়। ই বঙালী ভাষাৰে এটা অপভ্ৰংশ। আৰু তাৰ ফলত ১৮৩৬ চনত আদালত আৰু স্কুলবোৰৰ পৰা অসমীয়া উঠাই দি তাৰ ঠাইত বঙালী প্ৰচলন কৰিলে। কেইবা গৰাকী অসমীয়া মনীষী লোক আৰু সেই সময়ৰ শিৱসাগৰৰ মিছনাৰী চাহাব কেইগৰাকী-মানৰ অহোপুৰুষাৰ্থৰ ফলত অসমীয়া ভাষাই ১৮৭২ চনত পুনৰ নিজৰ অধিকাৰ সাব্যস্ত কৰি স্কুল আৰু আদালতত নিজৰ ঠাই দখল কৰিব পাৰিলে। কিন্তু বহুদিনলৈ বহুবিলাক স্কুলত বঙালী ভাষাই চলি আছিছিল। বিশেষকৈ গোৱালপাৰা জিলাত অসমীয়া ভাষা পুনৰ প্ৰৱৰ্ত্তন কৰোতে আৰু বহুদিন লাগিল।

বুজিছে দেখিলে যে অসমত ব্যৱসায়িক ভিত্তিত চাহ উৎপন্ন কৰিব পাৰি। সেই কাৰণে তেওঁলোকে চাহ খেতি আৰম্ভ কৰিলে। চৰকাৰে চাহ খেতিয়কসকলক বিশেষ সুবিধাৰ চৰ্ত্তত মাটি পট্টন দিলে। চাহ খেতিয়কসকলৰ বেছি ভাগেই বৃটিছ আছিল। সেই সময়ত অৱশ্যে গৰাবাদ মাটিৰ অভাৱ নাছিল। চাহ খেতিয়ক সকলে বাগিছাত কাম কৰিবৰ কাৰণে কেইবা লাখ শ্ৰমিক বিহাৰ, উৰিষ্যা আৰু মধ্যপ্ৰদেশৰ পৰা আনিছিল। তেওঁলোকক সাধাৰণতে কেইবছৰমান কাম কৰাৰ কাৰণে চুক্তি কৰি আনিছিল। এই শ্ৰমিকসকলক "গিৰমিট" দিয়া শ্ৰমিক বুলিছিল। "গিৰমিট" শব্দটো ইংৰাজী 'এগ্ৰিমেণ্ট (agreement)ৰ অপভ্ৰংশ। বেছিভাগ শ্ৰমিকেই চুক্তিৰ মিয়াদ শেষ হোৱাত দেশলৈ উভতি নগৈ অসমতে স্থায়ীভাৱে বাস কৰিবলৈ লয়। আৰু স্থানীয় অসমীয়া লোকৰ সৈতে মিলি যায়। সেই সময়ত বহু মাটি জঙ্গল হৈ পৰি থকাত আৰু স্থানীয় মানুহৰ খেতিৰ কাৰণে মাটিৰ কোনো অভাৱ নথকাত চাহ খেতিৰ কাৰণে বিশেষ বন্দোবস্তিত মাটি- দিয়াত আৰু বাহিৰৰ পৰা শ্ৰমিক আনি কাম কৰোৱাত কোনো সংঘাতৰ সৃষ্টি হোৱা নাছিল। বৰং গৰাবাদ মাটি আবাদ কৰি চাহ উৎপন্ন কৰি অসমৰ অৰ্থ নৈতিক উন্নয়নত সহায় হে হৈছিল। স্থানীয় মানুহে নিজৰ খেতি থকাৰ কাৰণে বাগিছাত কাম কৰিবলৈ নাহিছিল। কিন্তু খেতি চপোৱাৰ পাছত বাগিচাত শ্ৰমিক সকলৰ ঘৰ আদি সজা কামত বহুতে ২/৪ মাহ কাম কৰি ওপৰঞ্চি ধন ঘটিছিল।

বৰ্ত্তমান শতাব্দিৰ আৰম্ভণিৰ পৰা পূৰ্ব্ব বঙ্গৰ (পিচত পূব পাকিস্তান আৰু এতিয়াৰ বাংলাদেশ) বিশেষকৈ অতি ঘনবসতি মৈমনসিং জিলাৰ পৰা মাটি বিচাৰি অসমলৈ অহা লোকৰ সোঁত বব আৰম্ভ কৰে। প্ৰথমতে তেওঁলোকৰ সংখ্যা খুব বেছি নাছিল। কিন্তু ১৯২০ চন মানৰ পৰা দ্ৰুত সংখ্যক

লোক আহিবলৈ ধৰে আৰু গৰাখহনীয়া চৰকাৰী মাটিত উপৰিও সংৰক্ষিত চৰণীয়া পথাৰ (গ্ৰেজিং ৰিজাৰ্ভ) বোৰত বেআইনী ভাবে সোমাব ধৰে। লাহে লাহে তেওঁলোক ভিতৰলৈ সৈ জনজাতীয় লোকৰ গাওঁবোৰতো প্ৰবেশ কৰিব ধৰে। আৰু ফলত সংঘৰ্ষ আৰম্ভ হয়। স্থানীয় লোক, বিশেষকৈ জনজাতীয় লোকসকলক পূৰ্ব্ব বঙ্গৰ মুছলমানসকলৰ পৰা ৰক্ষা কৰিবলৈ চৰকাৰে "লাইন" প্ৰথা আৰু "কলোনাইজেচন" আঁচনিৰ প্ৰৱৰ্ত্তন কৰে। পথাৰত অদৃশ্য সীমাৰেখা টানি বহিৰাগতসকলক সেই ৰেখা অতিক্ৰম কৰিব নিদি কিছুমান নিৰ্দ্দিষ্ট এলেকাতে তেওঁলোকক আবদ্ধ কৰি তাৰ ভিতৰতে মাটি পট্টন দিয়াৰ ব্যৱস্থা কৰিলে। কংগ্ৰেছ কোৱালিচন চৰকাৰে শাসন ভাৰ গ্ৰহণ কৰি ৫।১১।৩৯ তাৰিখৰ প্ৰস্তাৱ যোগে সকলো চৰণীয়া ৰিজাৰ্ভৰ পৰা স্থানীয় আৰু বহিৰাগত সকলো লোকৰে বেদখল উচ্ছেদ কৰাৰ স্থিৰ কৰে। কিন্তু এই প্ৰস্তাৱ কাৰ্য্যকৰী কৰাৰ আগতে কোৱালিচন মন্ত্ৰীসভা ভঙ্গ হয় আৰু চাদুল্লা মুছলিমলীগ মন্ত্ৰীসভাই তাক গ্ৰহণ নকৰিলে। নতুন মন্ত্ৰীসভাই অধিক শস্য উৎপাদনৰ নামত বহিৰাগতক উৎসাহ দি তেওঁলোকক নিগাজীকৈ বছুৱাবৰ কাৰণে "উন্নয়ন আঁচনি" ( Development scheme ) প্ৰৱৰ্ত্তন কৰিলে আৰু গোলাঘাট মহকুমাতে প্ৰথম এই আঁচনি পৰীক্ষামূলক ভাবে আৰম্ভ কৰিলে। সেই সময়ত বিধানসভাৰ চলিত অধিবেশনত বিৰোধী পক্ষৰ পৰা এই আঁচনিৰ তীব্ৰ সমালোচনা হয় আৰু চাদুল্লা সভাৰো পতন ঘটে। নতুন মন্ত্ৰীসভা গঠন নোহোৱা পৰ্য্যন্ত গৱৰ্ণৰে ডেভেলপমেণ্ট আঁচনি পৰিহাৰ কৰি পূৰ্ব্বৰ কলোনাইজেচন আঁচনিৰ প্ৰচলন কৰে। তাৰ পাছত ভূমি পট্টন সম্পৰ্কে ২৪।৮।৪৩, ১৫।৪।৪৫ আৰু ১৩।৭।৪৫ তাৰিখৰ আৰু তিনিটা প্ৰস্তাৱ লোৱা হয়। শেষৰ ১৩।৭।৪৫ তাৰিখৰ প্ৰস্তাৱ মতে মাটি পট্টন দিওঁতে তাত দিয়া নীতি অনুসৰণ কৰাৰ স্থিৰ হয়।

(১) পৰিকল্পিত বন্দোবস্তি—গাওঁৰ বাহিৰৰ পৰা অহা লোকে কেৱল অনুন্নত গাওঁ অৰ্থাৎ ২০০ বিঘাতকৈও অধিক গৰাবাদ মাটি, থকা গাওঁতহে মাটিৰ পট্টন পাব।

(২) ১।১।৩৮ তাৰিখৰ পূৰ্বে অহা বহিৰাগতসকলে মাটিৰ পট্টনৰ স্থানীয় ভূমিহীনলোকৰ সমপৰ্য্যায়ত থাকিব।

(৩) জনজাতীয় লোকসকলৰ সুৰক্ষণৰ বাবে জনজাতীয় প্ৰধান অঞ্চলবোৰত জনজাতীয় বেল্ট বা ব্লক গঠন্ কৰা হ'ব।

(৪) চৰণীয়া আৰু অইন সংৰক্ষিত ভূমি সংৰক্ষণ কৰা হ'ব।

ওপৰত উল্লেখ কৰা ৩নং নীতি কাৰ্য্যকৰী কৰাৰ কাৰণে অসম ভূমি আৰু ৰাজহ আইনত দশম অনুচ্ছেদ বুলি এটা নতুন অনুচ্ছেদ সন্নিবিষ্ট কৰা হ'ল; আৰু শতকৰা ৫০ ভাগতকৈ বেছি জনজাতীয় লোক থকা অঞ্চলত ৫৭১৪ বৰ্গ মাইল মাটি জুৰি জনজাতীয় 'বেল্ট' আৰু 'ব্লক' গঠন কৰা হ'ল। সৰহ সংখ্যক জনজাতীয় লোক বাস কৰা ভূ-খণ্ড যদি একেলানীয়ে বহুদূৰ ব্যাপী দীঘলীয়া হয় তেনেহলে বেল্ট; আৰু লানী ছিডি গ'লে প্ৰত্যেক খণ্ডকে ব্লক বোলা হয়।

উল্লেখিত ২নং নীতিৰ ক্ষেত্ৰত ২০।২।৪০ তাৰিখৰ চৰকাৰৰ ভূমিনীতি প্ৰস্তাৱ অনুসৰি স্থিৰ কৰা হ'ল যে পূৱ পাকিস্তানৰ পৰা বহিৰাগতৰ যি সকলে ভাৰতীয় নাগৰিকত্ব পোৱা নাই তেওঁলোকক মাটি পট্টন দিয়া নহয়। সৎ উদ্দেশ্য লৈ গ্ৰহণ কৰা এইবোৰ প্ৰস্তাৱ যদি কাৰ্য্যক্ষেত্ৰত ঠিকমতে প্ৰয়োগ কৰা হ'ল হৈ তেনেহলে বহুবোৰ গণ্ডগোলৰ পৰা হাত সাৰিব পৰা হ'ল হৈ; আৰু অগণিত বিদেশী বহিৰাগতই অসমত অনুপ্ৰৱেশ কৰি সৃষ্টি কৰা সমস্যাৰ হয়তো উদ্ভবেই নহ'ল হৈ আৰু বৰ্ত্তমানৰ বিদেশী বহিষ্কাৰ কৰা আন্দোলনবো প্ৰয়োজন নহ'ল হৈ। কিন্তু দুৰ্ভাগ্যক্ৰমে চৰকাৰে গ্ৰহণ কৰা ভূমি নীতি কোনো কালেই সৎভাৱে পালন কৰা নহ'ল। আৰু শৰনাৰ্থীকে ধৰি বিদেশী বহিৰাগতই সংৰক্ষিত

জনজাতীয় বেল্ট আৰু ব্লক আৰু চৰণীয়া পথাৰ 'আৰু সংৰক্ষিত বনাঞ্চল নিৰ্বিবাদে বিনা বাধাই দখল কৰি থাকিব ধৰিলে। চৰকাৰে আকৌ সংৰক্ষিত চৰণীয়া পথাৰ আৰু বনাঞ্চলৰ মাটি বিজাৰ্ভৰ পৰা কাটি নি বেদখলকাৰীসকলক পট্টন দিব ধৰিলে। এইবোৰৰ ফলত গৰু মহৰ চৰণীয়া পথাৰৰ অভাৱত এতিয়া গাখীৰৰ আকাল হৈছে আৰু সংৰক্ষিত বনাঞ্চল কমি যোৱাত ভূমিস্খলন বাঢ়িছে। আন্তৰ্জাতিক নিৰ্দ্ধাৰিত মান অনুসৰি দেশৰ শতকৰা অন্ততঃ ২৫ ভাগ সংৰক্ষিত বনাঞ্চল হ'ব লাগে। ১৯৫৮ চনত ইয়াৰ পৰিমাণ আছিল শতকৰা ২১'৫০ ভাগ; আৰু ২০।৪।৬৮ তাৰিখৰ চৰকাৰৰ ভূমি বন্দোবস্তি প্ৰস্তাৱত দেখা যায় যে এই পৰিমাণ ১৩৪ লৈ হ্ৰাস পালে। কিন্তু সংৰক্ষিত বনাঞ্চলৰ কৰ্ত্তন চলিয়েই থাকিল। অলপতে প্ৰেচিডেণ্ট শাসনৰ অধীন হৈ থকা অৱস্থাতে ভাৰতীয় নাগৰিকত্ব নোপোৱা লোকক মাটি পট্টন নিদিয়া নীতি কাৰ্য্যকৰী কৰাৰ কাৰণে অভাৰতীয়লৈ মাটি হস্তান্তৰ কৰিব নোৱাৰাকৈ এখন অধ্যাদেশ জাৰী কৰা হৈছে।

১৯৫৮ চনত ২৫।৯।৫৮ তাৰিখে চৰকাৰে এটা বিশদ ভূমিনীতিৰ প্ৰস্তাৱ গ্ৰহণ কৰে। এই প্ৰস্তাৱত অইন অইন নীতিৰ লগতে তলত দিয়া নীতি কেইটা গ্ৰহণ কৰা হৈছিল—

১। সংৰক্ষিত বনাঞ্চল আৰু চৰণীয়া পথাৰৰ পৰা বেদখল কঠোৰভাবে উচ্ছেদ কৰা হ'ব। আৰু বেদখলকাৰীয়ে নিগাজীকৈ বহা বা কোনো এটা শস্য উৎপাদন কৰাৰ আগতে তেওঁক উচ্ছেদ কৰা হ'ব।

২। মাটি বন্দোৱস্তি ক্ষেত্ৰত কোনো এজন ব্যক্তিয়ে মাটিৰ উৰ্ব্বৰতা অনুসৰি ৮ৰ পৰা ১২ বিঘাতকৈ বেচি পাব নোৱাৰিব। তলত দিয়া অনুসৰি বন্দোৱস্তিত অগ্ৰাধিকাৰ পাব।

(ক) যি সকল পট্টাদাৰ বানপানী গৰা খহনীয়া বা ভূমিকম্পৰ কাৰণে বা কোনো ৰাজহুৱা কাৰণত অধিগ্ৰহণ বা ৰিকুইজিচন কৰাৰ ফলত ভূমিহীন হৈ পৰিছে।

(খ) ভূমিহীন খেতিয়ক আৰু শৰণাৰ্থীলোক।

(গ) যি সকল নদীভঙা পট্টাদাৰে উপায়ুক্তৰ অনুমতি ক্ৰমে কোনো বিজাৰ্ভত আশ্ৰয় লৈছে।

১৯৪০ চনত চাদুল্লা মন্ত্ৰীসভাৰ পতন হোৱাত নতুন মন্ত্ৰীসভা গঠন নোহোৱা পৰ্য্যন্ত গৱৰ্ণৰ শাসনাধীন থকা সময়ত মাটি বন্দোবস্তিৰ ক্ষেত্ৰত এটা নীতি অনুসৰণ কৰিছিল যে বিজাৰ্ভ বেদখলকাৰী-সকলৰ বেলিকা যি সকলে একে লানীয়ে কেইবা বছৰো বেদখল কৰি আছিছে সেই সকলক বিজাৰ্ভৰ এটা খণ্ড কাটি দি পট্টন দিব লাগে। এই অবিবেচক নীতিৰ ফলত সাংঘাতিক ভাবে বিজাৰ্ভৰ বেদখল চলিল আৰু হাজাৰ হাজাৰ বিঘা মাটি বিজাৰ্ভৰ পৰা কাটি দিয়া হ'ল। এই পৰিস্থিতি বৰপেটা মহকুমাত বিশেষকৈ পৰিলক্ষিত হৈছিল। আৰু চৰণীয়া পথাৰ হ্ৰাস হোৱাৰ ফলত গাখীৰৰ খুব নাটনি হ'ল। ১৯৪৫ চনত কংগ্ৰেছ চৰকাৰ যেতিয়া ক্ষমতাত অধিষ্ঠিত হ'ল বিজাৰ্ভ সংৰক্ষণৰ ব্যৱস্থা তেতিয়া কটকটীয়া কৰা হ'ল। বেদখল পহৰা দিয়াৰ কাৰণে বিজাৰ্ভ গাৰ্ড নিযুক্ত কৰা হ'ল আৰু বেদখলকাৰীক লগে লগে বহিষ্কাৰ কৰাৰ কাৰণে সশস্ত্ৰ পুলিচ বাহিনী নিয়োগ কৰা হ'ল। এই ব্যৱস্থাই এটা ভাল পৰিবেশ সৃষ্টি কৰিলে আৰু কেইবা বছৰলৈ বিজাৰ্ভত বেদখল বন্ধ হ'ল। কিন্তু লাহে লাহে এই নীতি শিথিল হৈ আহিল আৰু চৰকাৰে স্বাস্থ স্বাৰ্থৰ হেঁচাত বিজাৰ্ভৰ মাটি কাটি আনি শৰনাৰ্থী বহুৱাবলৈ ধৰিলে। ৰাজনৈতিক কাৰণতে পূব পাকিস্তানৰ পৰা বহিৰাগতক অহাত উৎসাহ যোগালে আৰু তেওঁলোকৰ নামো ভোটাৰ তালিকাত অন্তৰ্ভুক্ত কৰিব ধৰিলে। দুৰ্নীতিপৰায়ণ কিছুমান ব্যক্তি আৰু চৰকাৰী কৰ্মচাৰী বিষয়াৰ সক্ৰিয় সহযোগত এইবোৰ হ'ব ধৰিলে। চৰকাৰৰ দুৰ্ব্বল নীতি, তেওঁলোকৰ ২০।১।৬৮ তাৰিখৰ ভূমিনীতিৰ নতুন প্ৰস্তাৱত স্পষ্ট হৈ পৰিছে। সেই প্ৰস্তাৱ মতে—

১। 'যি সকলে নিজে খেতি কৰে তেওঁলোকক হে মাটি পট্টন দিয়া হ'ব ;

২। অগ্ৰাধিকাৰ তলত লিখামতে পাব—

(ক) যাৰ অলপো মাটি নাই।

(খ) যাৰ ৫ বিঘাতকৈ কম মাটি আছে।

(গ) যাৰ মাটিৰ পৰিমাণ ৫ ৰ পৰা ৮ বিঘাৰ ভিতৰত।

(ঘ) যাৰ ৮ বিঘাতকৈ বেচি মাটি আছে।

চৰণীয়া ৰিজাৰ্ভৰ বেলিকা গাওঁ সভাৰ সৰু কমিটি এখোটাই ৰিপোৰ্ট দিব আৰু কেনেকৈ এই বেদখল বন্ধ কৰিব পাৰি সেই বিষয়ে পৰামৰ্শ দিব।

ওপৰত উল্লেখ কৰা নীতিৰ পৰা এইটো স্পষ্ট হৈ পৰিছে যে স্থানীয় খিলঞ্জীয়া লোক আৰু বহিৰাগতৰ (পাকিস্থানৰ পৰা অহা বিদেশী বহিৰাগতকে ধৰি) ভিতৰত কোনো পাৰ্থক্য ৰখা নাই। যাৰ মুঠেই মাটি নাই তেৰেঁই সকলোতকৈ অগ্ৰাধিকাৰ পাব। আৰু যিহেতু বহিৰাগতৰ মাটি থাকিবই নোৱাৰে, সেই কাৰণে কাৰ্য্যক্ষেত্ৰত তেওঁলোকেই আগভাগ পাব। ইফালে ৰিজাৰ্ভ বেদখলকাৰীৰ বেলিকা তেওঁলোকক লগে লগে বহিস্কাৰ নকৰি গাওঁ সভাৰ পৰা ৰিপোৰ্ট আৰু পৰামৰ্শৰ কাৰণে বাট চাই থাকিব। এনেকুৱা দুৰ্ব্বল নীতিয়ে মাটিৰ কাৰণে হাহাকাৰ কৰি ফুৰা জনবহুল পূব পাকিস্থানৰ লোকক অসমলৈ অহাৰ উদগনি দিলে। নেপাল আৰু ভাৰতৰ অইন ৰাজ্যৰ পৰাও লোক অহাত আৰু ৰিজাৰ্ভৰ মাটি বেদখল কৰাত উৎসাহ যোগালে। ১৯৭৭ চনত জনতা চৰকাৰ ক্ষমতাত অধিষ্ঠিত হৈ ঘোষণা কৰিলে যে চহৰ অঞ্চলৰ বেদখলকাৰী সকলক অইন ঠাইত মাটি নিদিয়া পৰ্য্যন্ত উচ্ছেদ কৰা নহব। সেই সময়ত এটা চৰকাৰী অনুসন্ধান সমিতিৰ ৰিপোৰ্ট মতে অকল গুৱাহাটী মহানগৰীতেই চৰকাৰী মাটিত ৮০০০ আঠ হাজাৰতকৈও অধিক বেদখলকাৰী আছিল। ইফালে বেলৱে

জেঔলোকৰ মাটিত বেদখল কৰা ৪০০০ হাজাৰ লোকক উচ্ছেদ কৰাৰ কাৰণে ৰাজ্যিক ৰাজহ আৰু পুলিচ বিভাগৰ সহায় বিচৰাত ৰাজনৈতিক হেঁচাত সেই সহায়ো দিয়া নহল। ৰাজ্যিক চৰকাৰে লামডিং চহৰত কিছুমান উচ্ছেদ কাৰ্য্য হাতত লৈছিল। কিন্তু ৰাষ্ট্ৰপতি শাসনাধীনত মুখ্য সচিবে সেইবোৰ বন্ধ কৰাৰ হুকুম দিলে।

ওপৰত উল্লেখ কৰা কথাৰ পৰা এইটো পৰিষ্কাৰ হৈ ওলাই পৰে যে ৰাজ্যিক চৰকাৰৰ দুৰ্বল আৰু হেহো-নেহো নীতি আৰু এই নীতি কাৰ্য্যকৰী কৰাত সোপাচিলা স্বভাৱৰ কাৰণেই আজি বাংলাদেশ (আগৰ পূব পাকিস্থান) আৰু অইন অইন ঠাইৰ পৰা বহিৰাগতৰ এই অবিৰাম সোঁত বব ধৰিছে। অসমত প্ৰায় ২½ আঢ়ৈ লাখ খিলঞ্জীয়া মাটিহীন পৰিয়াল আছে। যদি আজি ৰিজাৰ্ভবোৰ সম্পূৰ্ণ ভাবে সংৰক্ষিত ৰাখি এই মাটিহীন সকলক পতিত মাটিখিনি পট্টন দিয়াৰ ব্যৱস্থা কৰিলে হৈ তেনেহলেও বহিৰাগতৰ সোঁত বহুখিনি বন্ধ হলহৈ।

স্থানীয় পিচপৰা লোকসকলৰ ৰক্ষণৰ বাবে চৰকাৰে ভূমি আৰু ৰাজহ আইনত দশম অনুচ্ছেদ সংযোগ কৰিছে। এই অনুচ্ছেদৰ উদ্দেশ্য হ'ল পিচপৰা শ্ৰেণীৰ লোকসকলৰ সংৰক্ষণ। ৰাজহ আইনৰ ১৬০ (২) ধাৰা মতে ৰাজ্যিক চৰকাৰে এই অনুচ্ছেদৰ অধীনত কোন কোন শ্ৰেণীৰ লোকে সংৰক্ষণ পাব পাৰে তাক নিৰ্দ্ধাৰণ কৰি দেখুৱাব। ৫।১২।৪৭ তাৰিখৰ R D ৬৯।৪৬।১৯ নং ঘোষণাপত্ৰ মতে চৰকাৰে তলত উল্লেখ কৰা লোকসকলক সংৰক্ষণৰ অধিকাৰী বুলি কৈছে—যেনে, ভৈয়ামৰ জনজাতি, পৰ্ব্বতৰ জনজাতি, চাহবাগিছাৰ বনুৱা জনজাতি, সাওতাল, নেপালী খেতিয়ক আৰু গো-পালক, আৰু অনুসূচীত জাতি। এতিয়ালৈ অইন পিচপৰা শ্ৰেণীক (other backward classes) ইয়াৰ অন্তৰ্ভুক্ত কৰা হোৱা নাই। অনুসূচীত জনজাতি আৰু অনুসূচীত জাতিৰ

লোকসংখ্যা অসমত শতকৰা ১৭ ভাগ ( ১১+৬ )। ও, বি, চি,ৰ সংখ্যা সঠিককৈ এতিয়াও নিৰ্ণয় কৰা হোৱা নাই। তেওঁলোকৰ কাৰণে এটা নিগম গঠন কৰা হৈছে। কিন্তু নিগমেও তেওঁলোকৰ সংখ্যা দিব নোৱাৰিলে। পৰিকল্পনা বিভাগে তেওঁলোকৰ সংখ্যা শতকৰা ৪২ জন বুলি অনুমান কৰে। যদি সেয়ে হয়, তেনেহলে জনজাতি আৰু অনুসূচীত জাতিৰ ১৭ ভাগ যোগ কৰি অসমৰ মুঠ জনসংখ্যাৰ শতকৰা ৫৭ ভাগ অৰ্থাৎ আধাতকৈ বেচি হয়। আৰু সেই হিচাপে সমগ্ৰ অসমকে দশম অনুচ্ছেদৰ অধীনত আনিব পাৰি আৰু ইয়াত মাটি দখল কৰা বা পট্টন লোৱা বন্ধ কৰিব পাৰি। অৱশ্যে নগৰ অঞ্চলত এই আইন প্ৰযোজ্য নহয়। তাত বেদখলকাৰী সকলক কঠোৰ ভাবে উচ্ছেদ কৰিলে তাতো অনুপ্ৰবেশ স্বাভাবিকতেই বন্ধ হৈ যাব। উদ্যোগৰ শ্ৰমিক আৰু ব্যৱসায় বাণিজ্য আদি সংক্ৰান্তত ভাৰতৰ অইন ৰাজ্যৰ পৰা আনকি বিদেশৰ পৰাও লোক আহিব পাৰিবই। কিন্তু তেওঁলোকে বেদখল আদি কাৰ্য্যত লিপ্ত হৈ বাস কৰিব নোৱাৰিব আৰু অসমৰ স্বাৰ্থৰ বিৰোধী কোনো কামো কৰাৰ সুযোগ নাপাব। ভাৰতীয় নাগৰিকে চহৰ অঞ্চলত মাটি-বাৰী কিনি ঘৰ-দুৱাৰ কৰাতো কোনো বাধা নাথাকিব। বিদেশীয়ে অসমত সোমালে বিশেষ অনুমতি পত্ৰ লোৱাৰ উপৰিও এতিয়া তেওঁলোকে কোনো স্থাৱৰ সম্পত্তি খৰিদ কৰিব নোৱাৰে। গতিকে ভূমি আৰু ৰাজহ আইনৰ দশম অনুচ্ছেদ প্ৰয়োগ কৰি অসমৰ এটা ডাঙৰ সমস্যা সমাধান কৰিব পৰা যায়।

# ৰাজহ মন্ত্ৰীলৈ চিঠি

শ্ৰদ্ধেয় আৰাধনা ভাগৱতীয়া,

ৰাজহ আদি বিভাগৰ মন্ত্ৰী হিচাপে আপোনাক কাৰ্য্যভাৰ দিয়াত আমাৰ আন্তৰিক শুভ ইচ্ছা আৰু সাদৰ সম্ভাষণ জ্ঞাপন কৰিলো।

এসময়ত চৰকাৰৰ ৰাজহ বিভাগটো অতি গুৰুত্বপূৰ্ণ বিভাগ আছিল। বৰ্ত্তমানে চৰকাৰে যোগান, বিক্ৰিকৰ আদি বিভাগক অস্বাভাবিক প্ৰাধান্য দি ৰাজহ বিভাগৰ গুৰুত্ব পাহৰিব খোজা যেন লাগিছে। কিন্তু অসমৰ ৯৯ জনেই বা শতকৰা ১০০ জনেই মাটিৰ লগত জড়িত আৰু সেইবাবে ৰাজহ বিভাগৰ গুৰুত্ব কেতিয়াও নকমে। ঠিকমতে এই বিভাগ পৰিচালনা কৰি থকা হলে, অৰ্থাৎ ৰিজাৰ্ভৰ আৰু চৰকাৰী মাটি বহিৰাগতক পট্টন নিদিলে আজিৰ অসমৰ এই জটিল সমস্যাই দেখা নিদিলে হৈ। ৰাজহ মেনুৱেলৰ কিছুমান জাৰিকৰা আদেশ সংশোধন কৰিবৰ একান্ত দৰকাৰ। মই শ্ৰীথানেশ্বৰ বৰ্ড়োকো এই বিষয় লিখি জনাইছিলো আৰু আলোচনা- কৰিছিলো। কিন্তু ফল নধৰিলে।

মই সদৌ অসম দেৱালয় সঙ্ঘৰ প্ৰেচিডেণ্ট। তাতো অলপতে সংশোধন কৰা আইন খনত কিছুমান মাৰাত্মক ভুল আছে। আপুনি এটা সময় দিলে আমি দেৱালয় সংঘৰ তৰফৰ পৰা এটা সজাতী দল গৈ আপোনাক আমাৰ অসুবিধাৰ কথাখিনি জনাব খোজো। আশাকৰো এটা সময় দি মোক অন্ততঃ ৩ দিন মান আগতে পোৱাকৈ জনাব।

আপোনাৰ ৰাজনৈতিক জীৱনৰ কুশল কামনা কৰো।

ইতি

আপোনাৰ

শ্ৰীধনীন্দ্ৰ চন্দ্ৰ বৰুৱা

**অসমৰ মাটি বন্দবস্তিৰ নীতি**

১৮২৬ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমৰ শাসন ভাৰ লোৱাৰ পাছত মাটিৰ বাজহ আদি লোৱাত আহোম ৰজাৰ নীতিকে মোটামুটিভাৱে গ্ৰহণ কৰিছিল। কেৱল পাইকে বেগাৰ খাতা প্ৰথা উঠাই দি প্ৰত্যেক পাইকৰ পৰা ৩ ০০ টকাকৈ ভেটিৰ বস্তি আৰু কপীত মাটিৰ বাবে খাজনা লৈছিল। প্ৰত্যেকখন জিলা কেইবাটাও মহলত ভাগ কৰি বছৰি বন্দবস্তি কৰি দিয়া মাটিৰ খাজনা কমিছন এজেণ্টৰ যোগেদি আদায় কৰিছিল। এই এজেণ্ট সকলক চৌধুৰী, মৌজাদাৰ বা কাকতী বুলিছিল। এইদৰে ১৮৩৫ চনলৈ চলাৰ পাছত ১৮৩৬ ৰ পৰা ১৮৪২ লৈ চৌধুৰী বা মৌজাদাৰে নিজ দায়িত্বত এটা নিৰ্দ্ধাৰিত পৰিমাণৰ বাজহ কেইবছৰমানলৈ আদায় কৰাৰ ভাৰ লৈছিল। গৰাখাদী মাটি আবাদ কৰি অতিৰিক্ত খাজনা পালে সেই টকা চৌধুৰী বা মৌজাদাৰৰ নিজা হৈছিল। ১৮৫৯ চনত বছৰেকীয়া বন্দবস্তি পুনৰ প্ৰচলন কৰে আৰু মাটি বেলেগ বেলেগ শ্ৰেণীত ভাগ কৰি বেলেগ বেলেগ হাৰত খাজনা লয় ধৰে। কোম্পানিৰ পৰা বৃটিছ চৰকাৰলৈ শাসন ভাৰ হস্তান্তৰ হোৱাৰ পাছত মাটি শ্ৰেণী বিভাগত ভাগ কৰি দহচনীয়া পট্টা দি খাজনা লোৱাৰ ব্যৱস্থা হয়, কিন্তু স্থায়ীভাৱে খেতি নকৰা মাটি একচনা কৰি ৰখা হয়। ইয়াকে ভিত্তি কৰি ১৮৮৬ চনত অসম ভূমি আৰু বাজহ আইন ( Assam land Revenue Regulation ) প্ৰণয়ন কৰা হয় আৰু সেই আইনেই দুই এটা সংশোধন ক্ৰমে এতিয়াও চলি আছে।

১৮৮৬ চনৰ আইনৰ অধীনত বহুতো অধিনিয়ম আৰু কাৰ্য্যকৰী নিৰ্দ্দেশ অন্তৰ্ভুক্ত কৰা হৈছে। এইবোৰ নিয়ম অধিনিয়ম আদিৰ মূলতে আছিল মাটিৰ পৰা যিমান পৰা যায় বাজহ বৃদ্ধি কৰা উদ্দেশ্য। সেই কাৰণেই দহচনীয়া গুচাই বিশচনীয়া পট্টাৰ প্ৰচলন; যাতে মাটিৰ মালিকে মাটিৰ উন্নতি ৰাখি স্থায়ী ফচল কৰে।

আৰু মাটি ছন নপৰে। অৱশ্যে আচল খেতিয়কৰ হাতৰ পৰা যাতে বেপাৰী মানুহৰ হাতলৈ মাটি নাযায় তাৰ বাবেও আইন কৰিছিল। কিন্তু এই আইন ঠিক মতে কাৰ্য্যকৰী নহ'ল।

বৃটিছে শাসন ভাৰ লোৱাৰ সময়ত মানৰ উপদ্ৰৱকে ধৰি অসমত নানা অশান্তি আৰু উপদ্ৰৱ চলি থকাৰ কাৰণে বহুত মানুহ অসম এৰি কোচবিহাৰ আদি দাঁতি কাষৰীয়া ৰাজ্যলৈ যায়। আৰু বহুতো মাটি জঙ্গল আৰু গৰাবাদ অৱস্থাত পৰি থাকে। তেতিয়া চাহ বাগিচা খুলি বহুতো ঠাই মুকলি কৰা হ'ল। কিন্তু বাগিচাত কাম কৰিবলৈ অসমীয়া মানুহ আগবাঢ়ি নহাত বাহিৰৰ পৰা মজদুৰ আনি বাগিচাৰ কামত লগোৱা হ'ল। অসমীয়া মানুহে অৱশ্যে খেতি পথাৰ উঠাৰ পাছত মজদুৰ সকলৰ কাৰণে ঘৰ বান্ধা আৰু অইন অইন কাম কৰিবলৈ আহিছিল। কিন্তু সেইবোৰ অস্থায়ী কাম আছিল। অসমীয়া সকলে নিয়মিত ( agreemant ) সম্পাদন কৰি অহা মজদুৰৰ দৰে স্থায়ীভাবে বাগিছাৰ কাম কৰিব খুখুজিছিল।

চাহ বাগিছাই লোৱা মাটিৰ বাহিৰেও বহুত গৰাবাদ মাটি আছিল। বৰ্ত্তমান শতাব্দীৰ আৰম্ভণিৰ পৰা পূৰ্ব্ববঙ্গৰ ( পিচত পূব পাকিস্থান আৰু এতিয়াৰ বাংলাদেশ ) মৈমনশিং আদি জনবহুল জিলাবোৰৰ পৰা খেতিৰ মাটি বিচাৰি মুছলমান খেতিয়ক সকল আহিব ধৰে। ১৯২০ চনমানৰ পৰা এই জনস্ৰোত প্ৰবল হৈ উঠে। চাৰ ছাদুল্লাৰ দিনত অধিক শস্য উৎপাদনৰ নামত পূৰ্ব্ববঙ্গৰ পৰা মুছলমান মানুহ অহাত উৎসাহ দিয়ে। ইয়াত অৱশ্যে ৰাজনৈতিক উদ্দেশ্য নিহিত আছিল যেন লাগে। এই মুছলমান সকলে প্ৰথমে চৰ অঞ্চল আৰু ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গৰাবাদ মাটি বোৰ আবাদ কৰি বহিব ধৰে। চৰত বহাৰ কাৰণে তেওঁলোকক কাগজপত চৰুৱা আৰু বেচি ভাগ মৈমনশিং জিলাৰ পৰা অহাৰ কাৰণে অসমীয়া মানুহে তেওঁলোকক মৈমনশিঙীয়া বুলিছিল। ক্ৰমাৎ তেওঁলোকে ভিতৰৰ ফালে আহিব ধৰে; আৰু কিছুমান

দুর্নীতি পৰায়ণ অসমীয়া মানুহে নিজৰ একচনা পট্টাৰ লগত চৰকাৰী গৰাখাদ মাটিও নিজৰ বুলি চকৰাসকলক বিক্রি কৰি তেওঁলোকক খাল কাটি ঘৰিয়াল অনাৰ দৰে আনিব ধৰে। পমুৱা বা চকৰা সকলে লাহে লাহে চৰকাৰী মাটিৰ লগত চৰণীয়া বিজার্ভৰ মাটিও বেদখল কৰিব ধৰে আৰু অসমীয়া গাওঁবোৰতো সোমাব ধৰে। জনজাতীয় অসমীয়া লোক সকলে সাধাৰণতে লোকালয়ৰ পৰা আঁতৰত থাকিবলৈ ভাল পায়। পমুৱা মুছলমান সকল আহি এই গাওঁবোৰত মাটি বেদখল কৰাৰ পৰা আৰম্ভ কৰি পানীখোৱা কুঁৱাত অখাদ্য বস্তু পেলায় দিব ধৰাত আৰু ছোৱালীৰ ওপৰতো অত্যাচাৰ কৰিব ধৰাত গাওঁৰ মানুহবোৰে গাওঁ এৰি আঁতৰলৈ যাব ধৰে। এনেকুৱা অৱস্থাত অম্বিকাগিৰিকে আদি কৰি কিছুমান দেশপ্রেমী লোকে আত্মৰক্ষাৰ কাৰণে অসমীয়া লোকসকলক প্রেৰণা যোগাব ধৰে। কিন্তু ৰাজনৈতিক স্বাৰ্থত বেচিভাগ অসমীয়াই এই ক্ষেত্ৰত আওকাণ কৰি থাকিল। ইফালে অসমক মুছলিম প্রধান কৰিব খোজা সকলে আৰু বৃহত্তৰ বাংলাৰ সপোন দেখাসকলে বহিৰাগতৰ সোত অব্যাহত ৰখাব চেষ্টা চলালে। তেতিয়া বৃটিছ চৰকাৰে স্থানীয় লোকক সংৰক্ষণৰ কাৰণে "লাইন প্রথাৰ" উদ্ভাৱন কৰিলে। কল্পিত লাইন টানি বহিৰাগত পমুৱা সকলক লাইনৰ ভিতৰত প্রৱেশ কৰা বন্ধ কৰে। আৰু তেওঁলোকক সংস্থাপন কৰাৰ কাৰণে ছনপৰি থকা চৰকাৰী মাটিত উপনিবেশ পাতি "কলোনাইজেছন" আঁচনিৰ প্রৱর্ত্তন কৰে। মুছলীম লীগ আদি কিছুমান স্বস্ত স্বাৰ্থৰ সংস্থাই এই লাইন প্রথাৰ খুব বিৰোধিতা কৰে। ১৯৩৭ চনৰ সাধাৰণ নিৰ্ব্বাচনত কংগ্রেছে ১০৮ খন আসনৰ ভিতৰত ৩৩ খন দখল কৰি বিধানসভাত সৰ্ব্ববৃহত দল আছিল যদিও মুছলমান সকলৰ নেতা চৈয়দ চাৰ মহম্মদ চাদুল্লাকহে গৱর্ণৰে মাতি নি মন্ত্রীসভা গঠন কৰিব দিয়ে। সেই চৰকাৰে লাইন প্ৰথা সম্পৰ্কে তদন্ত কৰিবৰ কাৰণে এখন কমিটি

গঠন কৰি দিয়ে। কমিটিত মতভেদ আছিল যদিও সংখ্যা গৰিষ্ঠই লাইন প্ৰথা সমৰ্থন কৰি ৰিপোৰ্ট দিলে আৰু লাইন ভাঙি বহা সকলক আৰু বেদখলকাৰী সকলক উচ্ছেদ কৰাৰ পৰামৰ্শ দিয়ে। ইতিমধ্যে চাহুল্লা মন্ত্ৰীসভাৰ কৰ্ত্তন প্ৰস্তাব আৰু সাধাৰণ প্ৰস্তাবৰ যোগেদি ১১ বাৰ পৰাজয় হয়। তাৰ পাছত অনাস্থা প্ৰস্তাব অনাত প্ৰস্তাবৰ সমুখীন নহৈ পদত্যাগ কৰে। তেতিয়া ১৩।৯।ঃ৮ তাৰিখে গোপীনাথ বৰদলৈয়ে কোৱালিচন্‌ (সংযুক্ত) মন্ত্ৰীসভা গঠন কৰে আৰু ১৯৩৮ চনলৈ অহা পমুৱা সকলক লাইন প্ৰথাত সংস্থাপন কৰাৰ ব্যৱস্থা গ্ৰহণ কৰে। কিন্তু দ্বিতীয় মহাসমৰত বৃটিছে ভাৰতক সংশ্লিষ্ট কৰাৰ প্ৰতিবাদত কংগ্ৰেছে ১৭।১১।৩৯ তাৰিখে পদত্যাগ কৰে। আকৌ চাহুল্লা মন্ত্ৰীসভাই চৰকাৰ গঠন কৰি বৰদলৈ চৰকাৰৰ ভূমি নীতি পৰিহাৰ কৰি ডেভালপমেণ্ট আঁচনি কৰি পমুৱাক অবাধে আহিবলৈ দি সংস্থাপন কৰাৰ ব্যৱস্থা কৰে। ৬।১২।৪১ তাৰিখে গুৱাহাটীৰ কটন কলেজ লেবোৰেটৰীত (ৰাসায়নিক কাৰখানা) এখন প্ৰদৰ্শনি পাতি যুদ্ধৰ কাৰণে ধন সংগ্ৰহ কৰিব খোজাৰ বিৰুদ্ধে ছাত্ৰ-বিলাকে বিৰোধিতা কৰি বিক্ষোভ প্ৰদৰ্শন কৰাত উপায়ুক্ত হামফ্ৰে চাহাবৰ হুকুমত পুলিচে লাঠি চালনা কৰি বহু ল'ৰাক ঘাইল কৰাত চৰকাৰৰ ওপৰত ৰাইজে আস্থা হেৰুৱায়; আৰু ৰোহিনী চৌধুৰীয়ে মন্ত্ৰী সভাৰ পৰা পদত্যাগ কৰাত ২৪।১১।৪, তাৰিখে চাহুল্লা মন্ত্ৰী সভা ভঙ্গ হয়। গবৰ্ণৰে তেতিয়া ৯৩ ধাৰা মতে নিজৰ হাতত শাসন ভাৰ লয় আৰু ৬।৩।৪২ তাৰিখে নতুন মন্ত্ৰীসভা গঠন নোহোৱা পৰ্য্যন্ত মাটি বন্দবস্তিৰ এটা নীতি ঘোষণা কৰে। চাহুল্লা মন্ত্ৰীসভাই প্ৰৱৰ্ত্তন কৰা ডেভেলপমেণ্ট আঁচনি উঠাই দি ঘোষণাত কোৱা হৈছিল যে লাইন প্ৰথা আৰু কলোনাইজেছন আঁচনিৰ যদিও ব্যাপকভাবে সমালোচনা কৰা হৈছিল, তথাপি তাৰ দ্বাৰাই বহিৰাগতৰ অবাধ প্ৰবেশ বহুখিনি

নিয়ন্ত্ৰণ কৰিব পৰা হৈছিল। ইয়াৰ যোগেদি প্ৰদেশখনত বিশেষকৈ বৰপেটা মহকুমা (এতিয়া জিলা) আৰু নগাওঁ জিলাৰ গৰাবাদ মাটিত ভালেমান বহিৰাগতক সংস্থাপন কৰিব পৰা হৈছিল। কিন্তু তেওঁলোকৰ ভিতৰত একশ্ৰেণী ভূম্যধিকাৰীৰ সৃষ্টি হব ধৰিলে আৰু তেওঁলোকে পূৰ্ববঙ্গৰ পৰা কামলা আনি খেতি কৰিব ধৰিলে। চাডুল্লা মন্ত্ৰীসভাই এই কামলাবোৰক মাটি দি সংস্থাপন কৰিলে আৰু ভূম্যধিকাৰী সকলে আকৌ নতুন কামলা আনিব ধৰিলে। এনেকুৱা এটা দুষ্ট পৰিস্থিতি বন্ধ কৰাৰ উদ্দেশ্যে তলত দিয়া নীতি অনুসৰি বহিৰাগতক মাটি দিয়াৰ ব্যৱস্থা কৰিলে।

(১) গৰা খহনীয়া পট্টাদাৰ।

(২) লাইনৰ ভিতৰত একচনা মাটি খৰিদ কৰা সকলক তাৰ পৰা উঠাই দি কলোনিত বছুৱা।

(৩) ৰিজাৰ্ভত কেইবাবছৰ ধৰি খেতি কৰি থকা সকলক সম্ভৱ হ'লে ৰিজাৰ্ভৰ অংশ কাটি তাতে নহলে কলোনিত (উপনিবেশত) সংস্থাপন।

এই ব্যৱস্থাৰ পাছত ২৪।৮।৪৩ তাৰিখ, ১৫।১।৪৫ তাৰিখ আৰু ১৩।৭।৪৫ তাৰিখে আৰু তিনিটা সংশোধিত প্ৰস্তাৱ লোৱা হয়। আৰু দেশ স্বাধীন হোৱাৰ সময়ত কাৰ্য্যকৰী হৈ থকা সেই নীতি থুলমূলভাবে তলত দিয়া হ'ল—

১। যি বিলাক গাওঁত ২০০ বিঘাতকৈ বেচি গৰাবাদ মাটি আছে তাত শতকৰা ৩০ ভাগ স্থানীয় মানুহৰ কাৰণে ৰাখি বাকী মাটি বাহিৰৰ গাওঁৰ মানুহক পৰিকল্পিত ভাবে পট্টা দিয়া হ'ব।

২। পূৰ্ববঙ্গৰ পৰা ১৯৩৮ চনৰ আগতে অহা সকলক স্থানীয় মাটিহীনসকলৰ লগত একে শ্ৰেণীত ধৰা হ'ব।

৩। জনজাতীয় লোক সকলৰ সংৰক্ষণাৰ্থে ট্ৰাইবেল বেল্ট আৰু ব্লক গঠন কৰা হ'ব।

৪। চৰণীয়া আৰু অইন অইন ৰিজাৰ্ভবোৰ সংৰক্ষণ কৰা হ'ব।

স্বাধীনতা লাভ কৰাৰ পাছত কংগ্ৰেছ চৰকাৰ ক্ষমতাত অধিষ্ঠিত হৈ তৃতীয় দফা কাৰ্য্যকৰী কৰে আৰু ট্ৰাইবেল বেল্ট আৰু ব্লক গঠন কৰি ১৯৪৭ চনত ভূমি আৰু ৰাজহ আইনত দশম ছেদ সংযোজন কৰে।

বৃটিছৰ দিনতে ব্যৱস্থা কৰি যোৱা উপৰোক্ত নীতিসমূহ ঠিকমতে কাৰ্য্যকৰী কৰি গ'লে আজি বহিৰাগতৰ সমস্যা ইমান জটিল হৈ নুঠিল হেঁতেন। কিন্তু কাৰ্য্যক্ষেত্ৰত এইবোৰ ঢিলাই দি ৰিজাৰ্ভত সোমোৱা মানুহবোৰক ৰিজাৰ্ভ ভাঙি পট্টা দিয়া হ'ল। কংগ্ৰেছ চৰকাৰে পোনতে এই নিয়মবোৰ দৃঢ়ভাবে পালন কৰিছিল। ১৯৪৬-৪৭ চনত লিখক বৰপেটা মহকুমাৰ মহকুমাধিপতি হৈ থাকোতে ৰিজাৰ্ভ সংৰক্ষণৰ ব্যৱস্থা কটকটীয়া কৰাৰ কাৰণে ৰিজাৰ্ভ গাৰ্ড নিযুক্ত কৰা হৈছিল। এই উদ্দেশ্যে এক চেকচন স্পেচিয়েল পুলিচো তাত ৰখা হৈছিল। ৰিজাৰ্ভ গাৰ্ডে পহৰা দি থাকি কোনো লোকে ৰিজাৰ্ভত অনধিকাৰ প্ৰৱেশ কৰিলে তত্তালিকে স্পেচিয়েল পুলিচক খবৰ দিছিল আৰু পুলিচে লগে লগে অনধিকাৰ প্ৰৱেশ কৰা সকলক উচ্ছেদ কৰিছিল। আগতে বেদখলকাৰী সকলে মাটি চহ কৰি শস্য উৎপাদন কৰাৰ সময় পাইছিল আৰু উচ্ছেদ কৰিবলৈ শস্য সামৰি লোৱালৈ বাট চাইছিল। ইফালে এটা শস্য উঠোৱাৰ সময়ত নতুন শস্য পথাৰত দেখা গৈছিল আৰু সেইটো উঠোৱালৈ বাট চাইছিল। এনেকৈ বাট চাওঁতে চাওঁতে কেইবাবছৰো যায় আৰু শেষত ৰিজাৰ্ভৰ অংশ কাটি বেদখলকাৰীক পট্টা দিয়া হয়। এই দুষ্ট চক্ৰ আঁতৰাবৰ কাৰণে বেদখলকাৰী ৰিজাৰ্ভত সোমোৱাৰ লগে লগে মাটি চহ কৰিবলৈ নাপাওঁতেই উচ্ছেদৰ ব্যৱস্থা কৰা হ'ল। আৰু ১৯৪৭ চনৰ ভিতৰতে বৰপেটা মহকুমাৰ (এতিয়াৰ জিলা) সমুদায় ৰিজাৰ্ভ বেদখলমুক্ত কৰা হ'ল। কিন্তু লাহে লাহে কামত শিথিলতা দেখা দিলে। দেশ বিভাজন হৈ পূৰ্ব্ববঙ্গ পাকিস্থানৰ অন্তৰ্ভুক্ত

হোৱাত নতুন জটিলতাৰ সৃষ্টি হ'ল। ২০।২।৫০ তাৰিখে চৰকাৰে এটা নতুন সিদ্ধান্ত গ্ৰহণ কৰি ওপৰত উল্লেখ কৰা ২নং দফাৰ সংশোধনী আনিলে। পূব পাকিস্থানৰ পৰা অহা লোকসকলে ভাৰতীয় নাগৰিকত্ব নাপালে তেওঁলোকৰ মাটিৰ পট্টা পোৱাৰ কোনো অধিকাৰ নাথাকিব বুলি কোৱা হ'ল। ইকালে হিন্দু শৰণাৰ্থী লাখে লাখে আহিব ধৰিলে। আৰু তেওঁলোকৰ সংস্থাপনৰ কাৰণে চৰকাৰী গৰাখহনী মাটিৰ বাহিৰেও চৰণীয়া ৰিজাৰ্ভ আনকি সংৰক্ষিত বনাঞ্চলৰ (ফৰেষ্ট ৰিজাৰ্ভ) মাটিও খুলি দিব ধৰিলে। মন কৰিবলগীয়া যে এইবোৰ মাটি কেৱল শৰণাৰ্থীসকলক কাৰণেহে মোকোলোৱা হৈছিল; আৰু তাত স্থানীয় ভূমিহীনসকলে ভাগ নাপাইছিল। অসমীয়া গাওঁবোৰত শৰণাৰ্থীসকলক ভগাই নিদি তেওঁলোকক সুকীয়া সুকীয়া একোটা অঞ্চলত একোটা কলোনি পাতি বহুৱাৰ ফলত তেওঁলোকে অসমীয়া সমাজত গিলি-জুলি থকাৰ সুবিধা নাপালে আৰু স্থানীয় লোকৰ পৰা পৃথক হৈ থকাৰ একৰকম বাধ্য কৰা হ'ল। ইকালে চৰবিলাকত অনধিকাৰ প্ৰৱেশ কৰি সোমোৱা মুছলমান সকলেও গৰাখহনীয়াৰ নামত মাটি পোৱাৰ অগ্ৰাধিকাৰ পাব ধৰিলে। আগৰ ঘোষিত নীতি অনুসৰি গৰাখহনীয়া পট্টাদাৰেহে মাটি পোৱাৰ অধিকাৰ আছিল। পট্টা নথকা লোকৰ অধিকাৰ নাছিল। এইবোৰ নানা খেলি-মেলিৰ কাৰণে ১৯৫৮ চনত লিখক ৰাজহ সচিব থকা কালত তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা চলিহাদেৱে ভূমি বন্দবস্তি সম্পৰ্কে এটি বিশদ টোকা যুগুত কৰি উলিয়াবলৈ কলে। পৰিকল্পনা আয়োগৰ নিৰ্দ্দেশাৱলী আগত ৰাখি আৰু অসমৰ সমস্যা, বিশেষকৈ বহিৰাগৰ্তৰ কাৰণে মাটিৰ সমস্যা বিবেচনা কৰি এটি টোকা যুগুতোৱা হ'ল। চৰকাৰে এই টোকা গ্ৰহণ কৰিলে আৰু সেই মৰ্মে ২৫।৮।৫৮ তাৰিখৰ ৰাজহ বিভাগৰ চৰকাৰী সংকল্প আকাৰে নতুন নীতি ঘোষণা কৰা হ'ল। তাৰ মূল কথা খিনি তলত দিয়া হ'ল—

(১) ভূমি আৰু কৃষি বিষয়ক সংস্কৰণ আইন সমূহ তৎকালীন ভাবে কাৰ্য্যকৰী কৰিব।

(২) একচনা পট্টাৰ পৰা বহু দুৰ্নীতিৰ উদ্ভৱ হয়। আইন অনুসৰি যিবিলাক চৰ্ত্ত পূৰণ কৰিলে একচনা পট্টা মিয়াদী কৰিব পাৰি সেই বিলাক চৰ্ত্ত পূৰণ কৰা মাটিৰ পট্টাবোৰ বিঘাত ৫০০ পাঁচ টকাকৈ প্ৰিমিয়াম লৈ মিয়াদী কৰিব।

(৩) ফৰেষ্ট ৰিজাৰ্ভৰ পৰিমাণ আন্তৰ্জাতিক নিৰ্দ্ধাৰিত মানতকৈ কম। খেতি-বাতিৰ স্বাৰ্থত আৰু মানুহৰ স্বাস্থ্যৰ স্বাৰ্থত ফৰেষ্ট ৰিজাৰ্ভ সম্পূৰ্ণভাবে সংৰক্ষিত থাকিব।

(৪) সংৰক্ষিত চৰণীয়া ৰিজাৰ্ভ বৰ্ত্তমানৰ টেক্স দিয়া ব্যৱসায়ীৰ গৰু-মহৰ কাৰণেই যথেষ্ট নহয়। গতিকে খুব বিশেষ পৰিস্থিতিৰ ব্যতিৰেকে এইবোৰ চৰণীয়া ৰিজাৰ্ভ খুলি দিয়া নহব।

(৫) গাওঁৰ চৰণীয়া ৰিজাৰ্ভত গাওঁ পঞ্চায়তৰ যোগেদি বৈজ্ঞানিক পদ্ধতিত ঘাঁহৰ খেতি কৰি গাওঁৰ গৰু-ম'হক খুৱাব।

(৬) খেতিৰ কাৰণে উপযুক্ত মুঠ মাটিৰ পৰিমাণ ভূমিহীন সকলক গাইগুটীয়া ভাবে দিবৰ কাৰণে যথেষ্ট নহয় গতিকে ভূমি-হীন সকলক যিমান দূৰ সম্ভৱ সমবায় ভিত্তিত দিব।

গাইগুটীয়া ভাবে পট্টা দিবৰ হলে তলত দিয়া ক্ৰম অনুসৰি অগ্ৰাধিকাৰ পাব।

(ক) যি সকল পট্টাদাৰ বানপানী, গৰাখহনীয়া, ভূমিকম্প বা চৰকাৰে অধিগ্ৰহণ কৰাৰ ফলত ভূমিহীন হৈছে, যিসকল।

(খ) ভূমিহীন খেতিয়ক আৰু শৰণাৰ্থীসকল।

(গ) যি সকল পট্টাদাৰ গৰাখহনীয়াত ভূমিহীন হৈ উপায়ুক্তৰ অনুমতি ক্ৰমে ৰিজাৰ্ভত বহিছে সিসকল। অইন ঠাইত মাটি দিব নোৱাৰালৈ তেওঁলোকক উচ্ছেদ কৰা নহব।

মন কৰিব যে গৰা খহনীয়া আদিত যিসকল লোক ভূমিহীন হৈছে সি সকলে মাটি পাব লাগিলে আগৰ পট্টাদাৰ হ'ব লাগিব

ইয়াৰ আগতে গৰাখহনীয়াৰ নামত স্বত্ববিহীন লোকেও মাটি পাইছিল। ১৯৫৮ চনত এবাৰ ছয়গাওঁৰ ওচৰৰ এটা বিজাৰ্ভ খুলি দিওঁতে বৰপেটা মহকুমাধিপতিৰ পৰা গৰাখহনীয়া বুলি চাৰ্টিফিকেট লৈ ৪০০ মান লোকে সহকাৰী চেটেলমেণ্ট অফিচাৰৰ কাষ চাপিছিল। তেওঁলোক আগৰ পট্টাদাৰ বুলি কোনো প্ৰমাণ দিব নোৱাৰাৰ কাৰণে তেওঁলোকক মাটি নিদিয়াত তেওঁলোকৰ নেতা স্বৰ্গীয় আতোৱাৰ ৰহমানে তেতিয়াৰ বিত্ত মন্ত্ৰী স্বৰ্গীয় ফখৰুদ্দিন আলি আহমদৰ ওচৰ চাপে। তেখেতে লিখকক (তেতিয়াৰ ৰাজহ সচিব) মাটি নি কথাটো আলোচনা কৰে। পট্টা নথকা মানুহক মাটি দিলে খেলিমেলি হ'ব। নতুনকৈ কোনোবাই ব্ৰহ্মপুত্ৰৰ বালিচৰত ঘৰ বান্ধিলে আৰু বাৰিষা সেই ঘৰ উটাই নিলে তেওঁলোকেও গৰাখহনীয়া বুলি দাবী কৰিব পাৰে। কিন্তু তেওঁলোকক মাটি দিব নোৱাৰি এই কথা বুজাই দিয়াত আলি আহমদ চাহাব লিখকৰ লগত একমত হোৱাত সেই লোকসকলে মাটি নাপালে।

ইয়াতে আৰু উল্লেখ কৰিব পাৰি যে আগেয়ে শৰণাৰ্থীৰ কাৰণে কোনো ৰিজাৰ্ভ খুলিলে তাত স্থানীয় ভূমিহীন লোকে ভাগ নাপাইছিল। নতুন ভূমিনীতিত ইয়াৰ সংশোধন কৰি স্থানীয় ভূমিহীন লোকেও শৰণাৰ্থীৰ লগত মাটি পোৱাৰ ব্যৱস্থা কৰা হ'ল।

২০।২।৫০ তাৰিখৰ ৰাজহ বিভাগৰ নতুন সিদ্ধান্ত মতে পাকিস্থানৰ পৰা আহি থকা লোকে ভাৰতীয় নাগৰিকত্ব নাপালে মাটি পোৱাৰ অধিকাৰ নাছিল। কিন্তু কাৰ্য্য ক্ষেত্ৰত এনেকুৱা ঘোষিত নীতিবোৰ লাহে লাহে উলাই কৰিব ধৰা হ'ল আৰু ৰিজাৰ্ভৰ বেদখল পূৰ্ণোদ্যমে চলিব ধৰিলে। চৰণীয়া বিজাৰ্ভ প্ৰায় নাইকিয়া হ'ল আৰু কবেষ্ট ৰিজাৰ্ভবোৰৰ পৰাও হাজাৰ হাজাৰ বিঘা মাটি খুলি দিয়া হ'ল। আৰু গৰাখহনীয়াৰ নামত পট্টা নথকা লোকেও মাটি পাব ধৰিলে। স্থানীয় বিষয়াসকলৰ এইবোৰ

নীতি বহিৰ্ভূত কামত চৰকাৰৰ পৰোক্ষভাবে যে সমৰ্থন আছিল তাক ২০।১।৬৮ তাৰিখৰ ঘোষিত পৰবৰ্ত্তী ভূমি নীতিৰ পৰা বুজা যায়। এই নতুন ঘোষিত নীতিৰ মূল কথা কেইটা তলত দিয়া হ'ল।

চৰকাৰী ঘোষণা—"নদীখহনীয়া প্ৰতিবন্ধা আৰু ৰেলৱেৰ কাৰণে অধিগ্ৰহণ কৰাৰ ফলত ভূমি সমস্যা জটিল হৈ পৰিছে। তাৰ উপৰিও ১৯৬৩-৬৪ চনত হঠাৎ পূৰ্ব্ব প্যাকিস্থানৰ পৰা শৰণাৰ্থীৰ সোঁত বব ধৰাত ভাৰতৰ অইন ৰাজ্যৰ লগতে অসমতো শৰণাৰ্থীৰ পুনৰ সংস্থাপনৰ কাৰণে কেইখনমান অত্যাৱশ্যকীয় ৰিজাৰ্ভ খুলি দি ৫২,০০০ বিঘা মাটিত তেওঁলোকক বহুৱাব লগা হ'ল।"

লক্ষ্য কৰিব লাগিব যে এই খলি দিয়া মাটিৰ স্থানীয় ভূমিহীন লোকসকলে একো ভাগ নাপালে; যদিও ১৯৫৮ চনৰ ঘোষিত নীতি অনুসৰি স্থানীয় ভূমিহীন সকলেও ভাগ পাব লাগিছিল।

"ৰাজহ বিভাগে এই ভীষণ সমস্যাটো যিমান সম্ভৱ তলত উল্লেখ কৰাৰ দৰে সমাধানৰ চেষ্টা কৰি আহিছে।

(১) চৰকাৰী গৰাবাদ মাটি আৰু চৰণীয়া ৰিজাৰ্ভৰ মাটি পট্টন দি।

(২) চাহ বাগিছাৰ অতিৰিক্ত মাটিবোৰ অধিগ্ৰহণ কৰি তাক ভগাই দি।

(৩) কৃষি বিভাগৰ সহায় লৈ মাটি আবাদ যোগ্য কৰাৰ চেষ্টা কৰি।

(৪) কৃষি বহুৱাক ৰেজ্যীয় আঁচনি মতে মাটি বন্দবস্তি দি।

(৫) অ'ত ত'ত অলাগতিয়াল ফৰেষ্ট ৰিজাৰ্ভ মুকলি কৰি দি।

তাৰ পাছত কৈছে—

অসমৰ পৰিস্থিতি বিবেচনা কৰি মাটি বন্দবস্তি নীতি তলত দিয়াদৰে ন কৈ ঘোষণা কৰা হ'ল—

(১) ভৱিষ্যতে কেৱল নিজে খেতি কৰা মানুহকহে পৰিয়াল

ভিত্তিত ১০ বিঘাতে সীমিত কৰি মাটি দিয়া হব। আৰু তলত দিয়া দৰে অগ্ৰাধিকাৰ দিয়া হব।

(ক) যাৰ একেবাৰে মাটি নাই।

(খ) যাৰ ৫ বিঘাতকৈ কম মাটি আছে।

(গ) যাৰ ৫ ৰ পৰা ৮ বিঘাকৈ মাটি আছে।

(ঘ) যাৰ ৮ বিঘাৰ ওপৰ মাটি আছে।

১০ বিঘাতকৈ কোনো পৰিয়ালক বেচি মাটি দিব লগা হলে মাটি বন্দবস্তি পৰামৰ্শ কমিটিৰ লগত আলোচনা কৰিহে দিব।

চৰণীয়া ৰিজাৰ্ভৰ বেদখল হলে গাওঁসভা বোৰত গঠন কৰা কমিটিয়ে ৰিপোৰ্ট কৰিব আৰু এনেকুৱা বেদখল কেনেকৈ বন্ধ কৰা যায় তাৰ উপায় উদ্ভাৱন কৰি জনাব। বেদখলকৰী থিতাপি হোৱাৰ আগতে তেওঁক উচ্ছেদ কৰাৰ দায়িত্ব স্থানীয় বিষয়াৰ ওপৰত থাকিব।

উচ্ছেদৰ কাম কাৰ্য্যকৰী কৰাৰ কাৰণে দৰকাৰ হলে উপায়ুক্তৰ অধীনত স্থায়ীভাবে একোটা পুলিচ বাহিনী থাকিব যাতে উচ্ছেদ কৰাৰ সিদ্ধান্ত লোৱা হলে বেদখলকাৰী সকলক তৎক্ষণাত উচ্ছেদ কৰিব পাৰি। চৰকাৰে অৱশ্যে বিবেচনা কৰে যে সমস্যাটো গঠনমূলক দৃষ্টিভঙ্গীৰে চাই বেদখলকাৰী সকল প্ৰকৃততে ভূমিহীন আৰু পট্টা পোৱাৰ যোগ্য নেকি তাক পৰীক্ষা কৰি চাব। এনেকুৱা বেদখলকাৰীৰ কথাবোৰ সংশ্লিষ্ট মাটি বন্দবস্তি পৰামৰ্শ কমিটিৰ লগত আলোচনা কৰি নিস্পত্তি কৰিব।

ওপৰত উল্লেখ কৰা চৰকাৰৰ নতুন সংকল্পটো পৰীক্ষা কৰিলে দেখা যাব যে মাটি বন্দবস্তিৰ ক্ষেত্ৰত স্থানীয় আৰু বহিৰাগতৰ ভিতৰত কোনো পাৰ্থক্য ৰখা নাই। আনকি বিদেশী পাকিস্থানীৰ কথাও উল্লেখ নাই। ১৯৩৮ চনৰ আগেয়ে পূৰ্ববঙ্গৰ পৰা (দেশ বিভাজন হোৱাৰ আগতে) অহা মুছলমান সকলক স্থানীয় ভূমিহীন সকলৰ লগত মাটি পোৱাৰ সমান অধিকাৰ দিয়া হৈছিল; আৰু ১৯৫০ চনৰ সংকল্প মতে পাকিস্থানী সকলক ভাৰতীয়

নাগৰিকত্ব নাপালে মাটি পোৱাৰ অধিকাৰ দিয়া হোৱা নাছিল। ১৯৬৮ চনৰ সংকল্পত এইবোৰ চৰ্ত্তৰ কথা উল্লেখ কৰা নহয়। ১৯৫৮ চনৰ সংকল্পত চৰকাৰী ৰিজাৰ্ভ নোখোলাৰ কথা কোৱা স্বত্তেও চৰণীয়া আনকি ফৰেষ্ট ৰিজাৰ্ভ খুলি দি শমস্যা সমাধান কৰাৰ চেষ্টা কৰা হৈছিল বুলি কোৱা হৈছে। অৰ্থাৎ ঘোষিত নীতিৰ বিৰুদ্ধে কৰি অহা এইবোৰ কাম চৰকাৰে সমৰ্থন কৰি আহিছিল। ১৯৬৮ চনৰ সংকল্পত মাটিৰ পট্টা দিয়া কামত অগ্ৰাধিকাৰ দিয়া ক্ষেত্ৰত স্থানীয় আৰু বহিৰাগত আনকি বিদেশী বহিৰাগতৰ ভিতৰতো পাৰ্থক্য ৰখা নাই আৰু যাৰ একেবাৰে মাটি নাই তাক প্ৰথম স্থান দিয়া হৈছে। স্বাভাবিকতে বহিৰাগতই এই ক্ষেত্ৰত প্ৰথমস্থান পাব। কাৰণ তেওঁৰ একেবাৰেই মাটি নাই। কিন্তু স্থানীয় ভূমিহীনৰ হয়তো বস্তিৰ কাৰণে দুই একলেচা মাটি থাকিবও পাৰে।

ৰিজাৰ্ভৰ পৰা উচ্ছেদ কৰাৰ ক্ষেত্ৰত দুমুখীয়াৰ দৰে হৈছে। এফালে কৈছে বেদখলকাৰী থিতাপি হোৱাৰ আগতে সংশ্লিষ্ট বিষয়াই-তেওঁক উচ্ছেদ কৰিব। ইফালে আকৌ কোৱা হৈছে যে গাওঁ সভাৰ কমিটিয়ে বেদখল কেনেকৈ বন্ধ কৰা যায় সেই বিষয়ে পৰামৰ্শ দিব। লগতে আকৌ কৈছে যে গঠনমূলক দৃষ্টিকোণৰ পৰা উচ্ছেদৰ কথা ভাবিব। এই বিলাকৰ পৰা চৰকাৰৰ সোপাটিলা নীতিহে সূচাইছে আৰু উদ্দেশ্য প্ৰণোদিত বুলি ভাবিবৰো থল আছে। কাৰণ ইয়াৰ দ্বাৰা পৰোক্ষভাবে বহিৰাগতক ৰিজাৰ্ভ খুলি হলেও মাটি দিয়া আৰু প্ৰকাৰান্তৰে তেওঁলোকক অসমত অনুপ্ৰবেশ কৰাত উৎসাহ দিয়া হৈছিল। ফলত আজি বৰপেটাৰ কাৰৈমাৰি ৰিজাৰ্ভ, থেকা ৰিজাৰ্ভ, গোবিন্দপুৰ ৰিজাৰ্ভ আদিৰ চিনচাৰ নাইকিয়া হৈছে আৰু তাত বিদেশী বহিৰাগতই থিতাপি লৈছে। চৰকাৰে ১৯৫৮ চনৰ নীতি দৃঢ়ভাবে পালন কৰা হলে ১৯৭৯-৮৫ চনৰ ছবছৰীয়া বিদেশী বহিষ্কাৰৰ আন্দোলনৰ হয়তো প্ৰয়োজনেই নহল হৈ।

# অসমৰ বিজাৰ্ভিত বেদখল

চৰণীয়া বিজাৰ্ভ আদিত ব্যাপকভাবে বেদখল হৱলৈ ধৰা বুলি বাতৰি ওলাবলৈ ধৰিছে। গণ পৰিষদ চৰকাৰে ইয়াক বন্ধ কৰিবলৈ আশু ব্যৱস্থা হাতত লব বুলি আমি আশা কৰিছো। বৰ্ত্তমানে চলি থকা ভূমিনীতিয়েই যে ইয়াৰ প্ৰধান কাৰণ তাক সংক্ষেপে তলত আলোচনা কৰা হ'ল। এই নীতি অচিৰে সংশোধন কৰাৰ আৱশ্যক।

স্বাধীনতা লাভ কৰাৰ পিছতেই কংগ্ৰেছ পাৰ্টি শাসনত অধিষ্ঠিত হৈ সংৰক্ষিত চৰণীয়া পথাৰবোৰ বিশেষকৈ পি জি আৰবোৰ অৰ্থাৎ গাখীৰৰ ব্যৱসায়ীসকলৰ কৰ দিয়া গৰু ম'হৰ কাৰণে ৰখা চৰণীয়া বিজাৰ্ভবোৰ বেদখল মুক্ত কৰাৰ স্থিৰ কৰে। সেই সময়ত বিজাৰ্ভ-বোৰত অবাধিত ভাবে বেদখল চলিছিল আৰু অধিক শস্য উৎপাদন অভিযানৰ নামত উচ্ছেদ কাৰ্য্য অতি লেহেম ভাবে চলি শেষত বিজাৰ্ভ কাটি পট্টা দি থকা হৈছিল; এই দুষ্ট চক্ৰ বন্ধ কৰাৰ উদ্দেশ্যে চৰকাৰে বিজাৰ্ভ গাৰ্ডৰ প্ৰৱৰ্ত্তন কৰে আৰু উচ্ছেদ কাৰ্য্য সুকলমে সমাধান কৰাৰ উদ্দেশ্যে একোটা সশস্ত্ৰ পুলিচ বাহিনী সেইবোৰ অঞ্চলত স্থায়ীভাৱে ৰখাৰ ব্যৱস্থা কৰে। বিজাৰ্ভ গাৰ্ডে টহল দি থাকি কোনো বেদখল দেখিলেই তৎক্ষণাত পুলিচক খবৰ দিয়ে আৰু লগে লগে পুলিচে আহি বেদখলকাৰী থিতাপি হোৱাৰ আগতেই তেওঁলোকক বহিষ্কাৰ কৰে। এইদৰে অতি সোনকালেই চৰণীয়া বিজাৰ্ভবোৰ সম্পূৰ্ণভাবে বেদখলমুক্ত হ'ল।

বিজাৰ্ভৰ বাহিৰেও চৰকাৰী মাটি পট্টন দিয়া সম্পৰ্কত নানা খেলিমেলি আছিল। দেশ বিভাজন হোৱাত কেইবা লাখো শৰণাৰ্থী পাকিস্তানৰ পৰা আহি অসমত সোমায়। তেওঁলোকক

সংস্থাপন কৰাৰ কাৰণে চৰকাৰী মাটিৰ বাহিৰেও ঠাই বিশেষে চৰণীয়া বিজাৰ্ভবোৰৰো কিছু কিছু অংশ কাটি দিয়া হয়। এনেকৈ বিজাৰ্ভ খুলি দিয়া মাটিত স্থানীয় ভূমিহীনসকলে ভাগ নাপাইছিল। গৰাখনীয়া, বানপানী, ভূমিকম্প আদিত ভূমিহীন হৈ পৰা পট্টা নথকা বহিৰাগত লোকেও মাটি পাইছিল। এইবোৰ খেলিমেলি গুচাবৰ কাৰণে চৰকাৰে ১৯৫৮ চনত আৰ এছ এছ ২০৫।৫৮ নং ৰাজহ বিভাগৰ এটা সংকল্প গ্ৰহণ কৰে। ইয়াত কোৱা হয় যে অত্যন্ত জৰুৰী পৰিস্থিতিৰ বাহিৰে ৰিজাৰ্ভৰ কোনো মাটি খুলি দিয়া নহব। কোনো বেদখলকাৰী তাত সোমালে লগে লগে উচ্ছেদ কৰা হ'ব। শৰণাৰ্থীৰ কাৰণে কেতিয়াবা কোনো ৰিজাৰ্ভ খুলিব লগা হ'লে তাত স্থানীয় ভূমিহীন লোকেও ভাগ পাব। গৰাখহনীয়া আদিত ভূমিহীন হোৱা সকলৰ কেৱল পট্টাদাৰেহে মাটি পাব। পট্টাহীন বহিৰাগতই নাপায়। পাকিস্থানৰ পৰা আহি থকা লোকে ভাৰতীয় নাগৰিকত্ব নাপালে মাটি পোৱাৰ অধিকাৰ নাথাকিব ইত্যাদি। দুৰ্ভাগ্যক্ৰমে বৰ্ত্তমানৰ ভূমি আৰু ৰাজহ মেন্নুৱেলৰ ৮ম্ সংৰক্ষণত এইবোৰ নীতি লিপিবদ্ধ কৰা হোৱা নাই।

উপৰোক্ত নিয়মবোৰ যেতিয়ালৈকে দৃঢ়ভাবে পালন কৰা হৈছিল তেতিয়ালৈকে বহিৰাগত লোকে অধেমধে চৰকাৰী মাটি বা ৰিজাৰ্ভৰ মাটি বেদখল কৰিব পৰা নাছিল। আৰু ট্ৰাইবেল বেল্ট আৰু ব্লকবোৰো বহুখিনি শান্তিত আছিল। কিন্তু ১৯৬৫ চনত পাকিস্থানৰ লগত হোৱা যুদ্ধৰ আগভাগৰ পৰা এই নীতি পালনত শিথিলতা আহিল; আৰু শৰণাৰ্থীৰ নামত বিদেশী বহিৰাগতই অধেমধে বহি যাবলৈ সুবিধা পালে। বিষয়াসকলৰ এনেকুৱা লোপাচিলা কামত যে চৰকাৰৰ পৰোক্ষ সমৰ্থন আছিল সেই কথা ৰাজহ বিভাগৰ ১৯৬৮ চনৰ আৰ এছ এছ ১৪৮।৬৭ নং সংকল্পত পৰিস্ফুত হৈ পৰিছে। (মেনুৱেলৰ ৮ম সংস্কৰণৰ প্ৰথম খণ্ডৰ ৩৫৫ পৃষ্ঠা চাওক এই নতুন নীতি অনুসৰি, বিজাৰ্ভত কোনো বেদখল হ'লে

স্থানীয় গাওঁ সভাত এই সম্পৰ্কে পাতি দিয়া কমিটীয়ে বিপোর্ট কৰিব আৰু কেনেকৈ এনেকুৱা বেদখল বন্ধ কৰা যায় তাৰ উপায় উদ্ভাৱন কৰি জনাব। (১৯৫৮ চনৰ সংকল্প অনুসৰি লগে লগে উচ্ছেদ কৰাৰ কথা নাই) যদি উচ্ছেদ কৰাই সিদ্ধান্ত হয় তেনেহ'লে জিলাৰ উপায়ুক্তই তৎক্ষণাত উচ্ছেদ কৰিব। চৰকাৰে অগ্ৰে বিবেচনা কৰে যে সমস্যাটো গঠনমূলক দৃষ্টিভংগীৰ পৰা চাই বেদখলকাৰীসকল প্ৰকৃত ভূমিহীন হয় নে নহয় আৰু মাটি পোৱাৰ যোগ্য হয় নে নহয় পৰীক্ষা কৰি চাব। আৰু এনেকুৱা কথাবোৰ সংশ্লিষ্ট মাটি বন্দবস্তি কমিটীৰ লগত আলোচনা কৰিহে নিষ্পত্তি কৰিব।

ইফালে মাটি পোৱা ক্ষেত্ৰত স্থানীয় আৰু বহিৰাগতৰ মাজত একো পাৰ্থক্য নাৰাখিলে ; আৰু যাৰ একেবাৰেই মাটি নাই তাকেই অগ্ৰাধিকাৰ দিয়া হ'ল। স্বাভাৱিকতে কোনো বহিৰাগতই লগত মাটি লৈ নাহে আৰু সেই কাৰণে স্থানীয় ভূমিহীনতকৈ বহিৰাগতই অগ্ৰাধিকাৰ পাব। গৰাখহনীয়া আদিৰ ক্ষেত্ৰতো পট্টাৰ কথা উল্লেখ নাই। অৰ্থাৎ কোনো বহিৰাগতই নদীৰ পাৰত বা নতুনকৈ পৰা বালিচৰত ঘৰ বান্ধিলে আৰু সেই ঘৰ বাৰিষা উটাই নিলে তেওঁ মাটি পোৱাৰ অধিকাৰ পাব। চৰকাৰে ফৰেষ্ট বিজাৰ্ভত আনকি ট্ৰাইবেল বেল্ট আৰু ব্লকতো বহিৰাগতক বহিবলৈ দিলে। এইদৰে চৰকাৰে অকল মাটিৰ সমস্যাকো জটিল কৰি তুলিলে। ১৯৬৮ চনৰ সংকল্পিত নীতি যিমান দিন চলি থাকে সিমান দিন বিজাৰ্ভ বেদখল কৰা সমস্যাটো সমাধান কৰা কঠিন। আমি আশা কৰো অসম গণ পৰিষদ চৰকাৰে অচিৰে ১৯৬৮ চনৰ ভূমিনীতি সংশোধন কৰি বেদখলৰ সমস্যা সমাধান কৰিব।

এইখিনিতে উল্লেখ কৰিব পাৰি যে কিছুমান ভুল তথ্য পৰিবেশনৰ ফলত অসমত খেতিৰ মাটিৰ অভাৱ নাই বুলি বাহিৰৰ মানুহৰ ধাৰণা। প্ৰথমতে অসমৰ জনসংখ্যাৰ হাৰ অইন ৰাজ্যৰ

তুলনাত বৰ কম যেন দেখি। তাৰ কাৰণ হ'ল পাৰ্বত্য জিলা কেইখন আৰু ট্ৰাইবেল বেল্ট আৰু ব্লকৰ মাটি কালি হিচাপত লৈ জনসংখ্যাৰ হাৰ নিৰ্ণয় কৰা হয়। কিন্তু পাৰ্বত্য জিলাৰ মাটি পট্টন অসম চৰকাৰে দিব নোৱাৰে। সেইদৰে ট্ৰাইবেল বেল্ট ব্লকতো অনাট্ৰাইবেলক আইনতঃ বহুৱাব নোৱাৰে। এইবোৰ অঞ্চল বাদ দি অকল ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ মাটি-কালি ধৰিলে অসমত জনসংখ্যাৰ হাৰ পশ্চিম বঙ্গ আৰু কেৰেলাৰ পিছতেই হ'ব। কিন্তু আমাৰ প্ৰচাৰ বিভাগে এই কথাখিনি সুস্পষ্ট কৰি নিদিয়াৰ ফলত বাহিৰৰ মানুহে অসমত মাটি পাব বুলি আহি থাকে।

দ্বিতীয়তে বিষয়াসকলৰ এটা ভুল বুজাবুজিৰ কাৰণেও বাহিৰৰ মানুহ মাটি বিচাৰি আহে। বিষয়াসকলে পট্টা নিদিয়া মাটিবোৰ খেতিৰ উপযুক্ত 'চন' মাটি বুলি দেখুৱায়। কিন্তু স্থানীয় ভূমিহীনক এই চন মাটিবোৰ কিয় দিয়া হোৱা নাই সুধিলে কয় যে এই মাটিবোৰ বেদখল হৈ আছে। অৰ্থাৎ আচলতে কোনো চন মাটি নাই। এই ভুল তথ্যৰ কাৰণেও বাহিৰৰ মানুহে মাটি বিচাৰি আহে। আশাকৰো বৰ্ত্তমান চৰকাৰে এইবোৰ আসোঁৱাহ দূৰ কৰিব।

# নাম নাই

ভগৱান গৌতম বুদ্ধ বোধগয়াৰ বট গছৰ তলত উপবাস কৰি ধ্যান কৰি থাকোতে থাকোতে শৰীৰ অৱসন্ন হৈ পৰিছিল। সেই সময়ত নৃত্য-গীতৰ দল এটা সেই কাষেদি গৈ আছিল। তাত নাচনী এজনীয়ে গাইছিল, বীণাৰ তাঁৰ ডাল ঢিলাকৈ নাবান্ধিবা, ঝঙ্কাৰ নুঠিব। আকৌ বৰ টানকৈও নাবান্ধিবা, ছিগি যাব। কথাখিনি বুদ্ধদেৱৰ কাণত পৰিল আৰু ভাবিলে নাচনীৰ কথাখিনি ঠিক। শৰীৰক অতিৰিক্ত ক্লেশ দি অস্থিৰ হৈ পৰিলে সুস্থ ভাবে ধ্যান কৰিব নোৱাৰি। অতি ভোজন যেনেকৈ বেয়া, তেনেকৈ অতি উপবাসো বেয়া। নাচনীয়ে মোক আচল শিক্ষা দিলে। মধ্যম পন্থাই শ্ৰেয়ঃ।

আমি এই নাচনীৰ নাম বিচাৰি নাপালো।

* * *

১৯৭৪ চনত মোৰ সৰু ছোৱালী আৰু জোঁৱাই লণ্ডনত থকাৰ কাৰণে মই সিহঁতক চাবলৈ আৰু ফুৰিবলৈ গৈছিলো। হাতত এখন লণ্ডন চহৰৰ মেপ লৈ অকলে অকলে ঠাইবোৰ চাই ফুৰিছিলো। এঠাইত ফুটপাথৰ দাঁতিত থিয় হৈ মই যাব খোজা ঠাই খিনি কোনফালে তাক নিৰ্ণয় কৰাৰ কাৰণে মেপখন চাব ধৰিছিলো। এনেতে এজন সুদৰ্শন যুৱক আহি কাষত থিয় দি কলে May I help you? "আপোনাক কিবা সহায় কৰিব পাৰোনে?" মই যাব খোজা ঠাইখিনিৰ কথা কলো। তেওঁ অলপমান মোক লগত লৈ গৈ ঠাইখিনিৰ বাট স্পষ্ট ভাবে দেখুৱাই দি নিজৰ কামত গুচি গল। যুৱক জনৰ অযাচিত ভদ্ৰ আচৰণত মই মোহিত হলো। কিন্তু তেওঁৰ পৰিচয় লোৱা নহল। তেওঁৰ নাম কব নোৱাৰিলো।

* * *

১৯৭৫ চনৰ ডিচেম্বৰ মাহত দ্বাৰকানাথ দৰ্শন কৰিবলৈ গুজৰাটলৈ গৈছিলো। আমি ৰাজিপুৰা পোৰবন্দৰত মহাত্মা গান্ধীৰ জন্মস্থান চাই বাচেৰে দ্বাৰকালৈ ৰাওনা হওঁ। কিন্তু দ্বাৰকা গৈ পাওঁতে পাওঁতে দুপৰীয়া ১২ টা বাজি গ'ল আৰু মন্দিৰৰ দুৱাৰ বন্ধ হ'ল। আকৌ ৫ টাতহে খুলি ৰাতি ৯ টালৈ থাকিব। সেই কাৰণে আমি ইতিমধ্যে ৩০ মাইল দূৰৈত সাগৰৰ মাজত থকা বেদ দ্বাৰকা দৰ্শন কৰাৰ ঠিক কৰি বাচত গলো। ওখা ৰেল ষ্টেছনেই শেষ ষ্টেছন আৰু বাচৰো শেষ ষ্টেছন তাতেই। তাৰ আধামাইল মান আগতে বেদ দ্বাৰকালৈ যাবৰ কাৰণে ফেৰি ঘাট। তাতো বাচ ৰয়। মটৰ ইঞ্জিন থকা নাও বেদ দ্বাৰকা দ্বীপলৈ যোৱা অহা কৰে। দূৰত্ব এক মাইলতকৈ বেচি হ'ব। আমি গৈ পোৱাৰ আগতে মটৰ ইঞ্জিন লগোৱা নাও গ'ল। বহুত যাত্ৰী ইঞ্জিন নথকা নাওতে উঠিল। এটি বঙালী পৰিয়াল, দুজন বোম্বাইৰ পৰা অহা যাত্ৰী আৰু মই ভাবি চিন্তি থাকোঁতেই নাৱৰীয়াই দাৰ মাৰি ১৫ মিনিটত লৈ গৈ দেখুৱাই আনিম বুলি লোভ দেখুৱাত আমিও এখন সাধাৰণ নাও ভাৰা কৰি উঠিলো। যাওঁতে অনুকুল বতাহ আছিল কাৰণে নাওখন ২০/২৫ মিনিট মানতে গৈ পালে আৰু আমিও লৰালৰিকৈ শ্ৰীকৃষ্ণৰ প্ৰথমে পতা নগৰৰ মন্দিৰবোৰ দৰ্শন কৰি উভতি আহি নাওত উঠিলো। কিন্তু এইবাৰ বতাহ প্ৰতিকুল হোৱাত পাৰ হওঁতে একঘণ্টাৰে ওপৰ লাগিল। সিফালে দ্বাৰকালৈ যোৱা শেষ বাচ আহি পাবৰ সময় হ'ল। নাৱৰীয়া কেইজনক বহুত কৈ মিলি আৰু বকচিচৰ প্ৰলোভন দেখুৱাত সিঁইতে খুব জোৰেৰে দাৰ মাৰি আমাক যেতিয়া ইপাৰ পোৱালেহি তেতিয়া বাচ ওখাৰ পৰা উভতি দ্বাৰকাৰ ফালে যাবৰ সময় হৈ গৈছে। আমি ২৫-৩০ জন মানে বাচৰ কাৰণে বাট চাই আছো। পাছত বাচ যেতিয়া আহি পালে—দেখিলো মানুহে ভৰ্ত্তি। ইফালে

আমাৰ তাতো ২৫-৩০ জনমান বৈ আছে। অৱস্থা যেগতিক দেখি বাচ তাত নৰৈ চিধাই গুচি গ'ল। আমি হতভম্ব হৈ ৰলো। কাৰণ সেইখনেই শেষ বাচ। ওখাত থকাৰ কোনো সুবিধা, হোটেল বা ঠাই নাই। আমাৰ বিছনা-পত্ৰ দ্বাৰকাতে এৰি আহিছো। ইফালে মোৰ ৰেলৰ টিকটো সিদিনাৰ কাৰণে কৰি থোৱা আছে। কি কৰিম ভাবি পোৱা নাই। মোৰ লগত থকা বোম্বাইৰ পৰা অহা যাত্ৰী দুজনে সুধিলে কোনো ট্ৰাক পালে যাম নেকি? উপাই নাপায় মযো তাতে মত দি আমি ট্ৰাক বিচাৰি ওলালো। ওলাই গৈ দেখিলো এখন বোজাই ট্ৰাক ৰাস্তাৰ ওপৰত। মোৰ লগৰীয়া দুজনে ড্ৰাইভাৰক আমাক নিব পাৰিব নেকি সোধাত ক'লে ভিতৰত চিত নাই। বাহিৰত ডিজেলৰ ধামাৰ ওপৰত যদি বহি যাব পাৰো, তেনেহলে উঠিব পাৰো। তেওঁলোকে অন্ততঃ মোক ভিতৰলৈ নিবলৈ ৰৰকৈ ধৰাত ১০ মাইল মানৰ পাছত ভিতৰত বহা এজন নামি যাব আৰু তেতিয়া মোক নিব বুলি কোৱাত আমি, বিশেষকৈ মই বহু কষ্টে ট্ৰাকৰ ওপৰত উঠি ডিজেলৰ ধামাৰ ওপৰত বহিলো। ট্ৰাক এৰি দিলে। ভয়ানক বতাহ লাগি মূৰটো বেয়া লাগি গ'ল। যি হক, আধাঘণ্টামানৰ পাছত এজন মানুহ নামি যোৱাত মোক ভিতৰলৈ যাব দিলে আৰু লগৰ বন্ধু দুজনৰ সহায়ত নামি গৈ ভিতৰত সোমালো। তাতো ড্ৰাইভাৰৰ বাহিৰে হেণ্ডিমেনৰ লগত আৰু ৪ জন। কোনোৰকম ঠেলা-হেঁচাকৈ বহাৰ নাম কৰিলো। ৰতাহৰ কোবৰ পৰা ৰক্ষা পৰিলো আৰু ৯-৩০ টা বজাৰ আগে আগে দ্বাৰকাৰ মন্দিৰৰ দুৱাৰ বন্ধ হোৱাৰ আগতে গৈ দ্বাৰকানাথ দৰ্শন হ'ব পাৰিলো।

বোম্বাইৰ পৰা অহা লগৰ যাত্ৰী দুজনে মোক সহায় কৰি জানিলে মোৰ বিপদ হ'ল হৈ। তেওঁলোকৰ সবিশেষ পৰিচয় পোৱা নহল। তেওঁলোকৰ নাম নাজানিলো।

# অসমৰ সঙ্কট কাল

মানৰ আক্ৰমণৰ দিন ধৰি অসমৰ দুৰ্দিনৰ অন্ত পৰা নাই। বৃটিছ আহি মানক খেদি পঠিয়ায়। ইয়ান্দাবু সন্ধি অনুসৰি ব্ৰহ্মদেশৰ আগৰ ৰজাই আৰাকান আৰু টেনা চেৰিয়াম প্ৰদেশ দুখন বৃটিছক এৰি দিয়ে আৰু পৰাজিত অসম আৰু অসমৰ অধীনস্থ ৰাজ্যসমূহৰ ওপৰত সমুদায় দাবী পৰিহাৰ কৰে। সেই মৰ্মে মানসকলে ৰাজ্যচ্যুত কৰা সকলো ৰজাই তেওঁলোকৰ নিজ নিজ ৰাজ্যত পুনৰ প্ৰতিষ্ঠিত হ'ব লাগিছিল। কিন্তু বৃটিছৰ কূটনীতিত সি হ'বলৈ নাপালে। নানা কৌশলেৰে অসম আৰু কাছাৰীয়া ৰাজ্যবোৰ বৃটিছৰ অধীনলৈ আনিলে আৰু এই অঞ্চলটো বঙ্গদেশৰ এটা বিভাগ হিচাপে শাসন কৰিব ধৰিলে। মানৰ অত্যাচাৰৰ পৰা বৃটিছে উদ্ধাৰ কৰাত অসমীয়া ৰাইজেও প্ৰথমে শান্তিৰ নিশ্বাস পেলাইছিল আৰু বৃটিছৰ ওচৰত কৃতজ্ঞ হৈছিল। কিন্তু স্বাধীনতা প্ৰিয় অসমীয়া ৰাইজে যেতিয়া দেখিলে যে তেওঁলোকক বিদেশীয়ে গ্ৰাস কৰিলে, তেতিয়া তেওঁলোকে লাহে লাহে গা দাঙি উঠিব ধৰিলে। প্ৰথমে গোমধৰ কোঁৱৰে ধনঞ্জয় পিয়লীয়া বৰগোহাঁইৰ সহায়ত ১৮২৮ চনত বিদ্ৰোহী হৈ উঠিল। বৃটিছে তেওঁক বন্দী কৰি বঙ্গদেশৰ ৰংপুৰ জেইলত ৭ বছৰ ৰাখিলে। ইফালে ১৮২৯ চনত ইউ টিৰত সিঙে খাচীয়া পাহৰত আৰু সিফালে ১৮৩০ চনত খামতি চিংফৌসকল বিদ্ৰোহী হৈ উঠিল, আৰু মটক ৰাজ্যত মটকসকল আৰু শদিয়াত শদিয়াখোৱা গোঁহাইয়ে বিদ্ৰোহ আৰম্ভ কৰিলে। কিন্তু বৃটিছে তেওঁলোকক অতৰ্কিতে আক্ৰমণ কৰি বন্দী কৰে আৰু নেতাসকলক বিচাৰ কৰি ফাঁচী দিয়ে। এনেভাৱে বিশৃঙ্খল পৰা বিদ্ৰোহ বন্ধ কৰিবৰ উদ্দেশ্যে বৃটিছে কূটনীতিৰ আশ্ৰয় লয় আৰু ১৮৩৩ চনত

কৰ্ণেল পুৰন্দৰ সিংহক বছৰি ৫০,০০০˙০০ পঞ্চাশ হাজাৰ টকা কৰ ধাৰ্য্য কৰি কৰতলীয়া ৰজা পাতিলে। কিন্তু কৰৰ টকা আদায় হোৱাত ৰজাই কৰ দিব নোৱাৰিলে আৰু তেওঁক সিংহাসনচ্যুত কৰি বছৰি ১০০০˙০০ এক হাজাৰ টকা পেঞ্চন দিয়াৰ ব্যৱস্থা কৰিলে। ৰজাই এই নামমাত্ৰ পেঞ্চন নললে। তেওঁৰ প্ৰধান উপদেষ্টা মণিৰাম দেৱানে আহোম ৰাজ পুনৰ প্ৰতিষ্ঠা কৰাৰ কাৰণে লাগি থকাত তেওঁক ৰাজদ্ৰোহী বুলি ফাঁচী দিলে ১৮৫৭ চনত চিপাহী বিদ্ৰোহৰ সময়ত। তেওঁৰ প্ৰধান সহায়কাৰী বাহাদুৰ গাওঁবুঢ়া আৰু চেখ ফৰমুদ আলিক আৰু ছতিৰাম বৰুৱা (৺কনকলাল বৰুৱাৰ ককাদেউতা) আদিক আন্দামানলৈ যাৱজ্জীৱন দ্বীপান্তৰ কৰে, পিচত ১৮৫৭ চনত মহাৰাণী ভিক্টোৰীয়াই ইষ্ট ইণ্ডিয়া কোম্পানীৰ পৰা ভাৰতৰ শাসন ভাৰ গ্ৰহণ কৰা উপলক্ষে এওঁলোকক মুক্তি দিয়া হয় আৰু ঘৰলৈ উভটি আহে।

১৮৩৯ চনত খামতিসকলে পুনৰ বিদ্ৰোহ কৰে আৰু পলিটিকেল অফিচাৰ কেপ্তেইন হোৱাইতক হত্যা কৰে। বিদ্ৰোহ দমন কৰিলে যদিও ই কম বেচি পৰিমাণে ১৮৪৩ চনলৈ চলিছিল, ১৮৪২ চনত শদিয়া আৰু মটক ৰাজ্য বৃটিছৰ অধীনলৈ আনে। ১৮৩২ চনত কাছাৰৰ ৰজা গোবিন্দ চন্দ্ৰৰ আততায়ীৰ হাতত মৃত্যু হোৱাত কাছাৰ বৃটিছৰ অধীনলৈ আহে। ইফালে ১৮৩৫ চনত জয়ন্তীয়া ৰজাৰ লগত কাজিয়াৰ সৃষ্টি হোৱাত জয়ন্তীয়া ৰাজ্যও বৃটিছে লৈ লয়।

১৮৬০ চনত আদু খেতি উঠোৱা সংক্ৰান্তত নগাওঁৰ ফুলগুৰীত প্ৰজা বিদ্ৰোহ হয়। চৰকাৰে কালিৰ কাৰবাৰতো ধৰ লাভজনক দেখি একচেতিয়া ভাবে নিজৰ হাতলৈ আনে। বিদ্ৰোহ দমন কৰিব যাওঁতে লেফ্‌টেনেণ্ট ছিঙাৰ বুলি একজন সহকাৰী আহতেন মৃত্যু হয়। ১৮৬০-৬২ চনত জয়ন্তীয়াসকলে "ধৰ্ম্ম টেক্স" বিৰুদ্ধে বিদ্ৰোহী হৈ উঠে আৰু ১৮৬৩ চনতহে বিদ্ৰোহ দমন হয়।

একেৰৈ ৰাজহ নতুনকৈ বহুৱা বা বঢ়োৱা লৈ চাবিওফালে প্ৰজা বিদ্ৰোহ আৰম্ভ হয়। ১৮৭৪ চনত অসমখন বঙ্গদেশৰ পৰা কাটি আনি চীফ কমিছনাৰৰ অধীনত এখন স্বকীয়া ৰাজ্য কৰা হয়। কিন্তু শতাব্দীৰ শেষলৈ অশান্তি চলি থাকিল। নগাসকল ১৮৭৯ চনতহে সম্পূৰ্ণভাবে বৃটিছৰ তললৈ আহে। ১৮৯১ চনত মণিপুৰত বিদ্ৰোহীসকলে অসমৰ চীফ কমিছনাৰ কেপ্তেইন কুইণ্টন আৰু চাৰি গৰাকী বৃটিছ বিষয়াক হত্যা কৰে। বৃটিছে বহু সৈন্য লৈ মণিপুৰ আক্ৰমণ কৰে আৰু বীৰ টিকেন্দ্ৰজিতক বন্দী কৰি ফাঁচী দিয়ে। ১৮৯৮ চনতহে লুচাই পাহাৰ ( মিজোৰাম ) অসমৰ শাসনৰ তললৈ আহে।

ইকালে সমগ্ৰ দেশতে, বিশেষকৈ কামৰূপ আৰু দৰং জিলাত অতিপাত খাজনা বৃদ্ধিৰ কাৰণে ৰাইজ মেলৰ সৃষ্টি হ'ল, ৰাইজে অতিপাত খাজনাৰ বিক্ষোভ প্ৰদৰ্শন কৰিব ধৰিলে। জিলাৰ চাহাবসকলে সেই বিষয়ে সহানুভূতিৰে নাচাই কঠোৰ আৰু নিষ্ঠুৰ ভাৱে দমন কৰিব ধৰিলে আৰু ৰঙীয়া, লছিমা আৰু কাছাৰিঘাটত বন্দুক আৰু বেয়নেটৰ আগত বহুতো দেশ প্ৰাণ নেতাই প্ৰাণ হেৰুৱালে আৰু ঘূণীয়া হ'ল। ৰাইজ মেল নে বৃটিছৰ কৰ্তৃত্ব প্ৰধান তাক পাশবিক শক্তিৰ দ্বাৰা প্ৰমাণ কৰিবৰ চেষ্টা কৰিলে আৰু অন্তেকীয়া ভাবে চৰকাৰৰ ক্ষমতাৰ প্ৰাধান্য প্ৰমাণ কৰিব ধৰিলে। কিন্তু ১৯৪৭ চনত ৰাইজেই প্ৰধান বুলি মানি লৈ প্ৰবল পৰাক্ৰমী বৃটিছ ৰাজে নতশিৰে ভাৰত ত্যাগ কৰিলে।

১৯২১ চনৰ পৰা মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ কৰা স্বাধীনতা সংগ্ৰামত অসমে সম্পূৰ্ণৰূপে ভাগ লৈছিল আৰু বহুতো বীৰ-বীৰাঙ্গনা শ্বহীদ হৈছিল। এই স্বাধীনতা সংগ্ৰামত ছাত্ৰ-ছাত্ৰীসকলেও যোগ দিয়াত কুখ্যাত কানিংহাম চাৰ্কুলাৰ জাৰী হয়। ফলত কামৰূপ একাডেমিকে আৰম্ভ কৰি ভালে কেইখন জাতীয় স্কুলৰ জন্ম হয়। ছাত্ৰসকলে আন্দোলনত যোগ দিলেও ৰাতে পঢ়া-শুনাত , ক্ষতি

নহয় তাৰ কাৰণেই এই নতুন স্কুলবোৰ স্থাপন কৰা হ'ল। কাৰণ ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি এটা বছৰ নষ্ট কৰাৰ ফলত কিছুমান তীক্ষ্ণ মেধাবী ছাত্ৰৰো কৰ্মজীৱন বহুপৰিমাণে নষ্ট হৈছিল।

ভাৰতে স্বাধীনতা লাভ কৰা সময়ত মহম্মদ আলি জিন্না চাহাবৰ হেঁচাত পৰি বৃটিছে ভাৰত বিভাজন কৰাৰ পৰিবৰ্তে বিকল্প গ্ৰুপিং আঁচনি দাঙি ধৰি অসমক বঙ্গদেশৰ লগতে জাপি দি এখন মুছলমান প্ৰধান দেশ গঢ়াৰ চেষ্টা কৰিছিল। অসমৰ স্বনামধন্য কেইগৰাকীমান নেতাই ইয়াৰ বিৰুদ্ধে জীৱন-মৰণৰ সংগ্ৰাম কৰি মহাত্মা গান্ধীৰ আশীৰ্বাদত অসমক ৰক্ষা কৰিবলৈ সমৰ্থ হয়।

ভাৰত স্বাধীন হ'ল। কিন্তু অসমে এই স্বাধীনতা উপভোগ কৰাত আৰু বহু অন্তৰায় আহি পৰিল। ভাৰত বিভাজনৰ ফলত অসমৰ অঙ্গ শ্ৰীহট্ট জিলা ছেদ হ'ল; আৰু পূব পাকিস্তান গঠন হোৱাৰ ফলত অসমলৈ অহা ৰেল আৰু স্থল আৰু জলপথ বিচ্ছিন্ন হ'ল। পশ্চিম বঙ্গৰ উত্তৰ অংশৰ মাজেদি এক ঠেক ভূমিখণ্ডই অসমক ভাৰতৰ অইন অংশৰ লগত সংযোগ ৰক্ষা কৰিলে; ফকিৰাগ্ৰামৰ পৰা এটা নতুন ৰেল লাইন বহুৱাই এই ভূখণ্ডৰ যোগেদি ভাৰতৰ বাকী অংশৰ লগত ৰেল সংযোগ ১৯৫২ চনত স্থাপন হ'ল। কিন্তু আমাৰ বেহা-বেপাৰৰ প্ৰধান কেন্দ্ৰ কলিকতা মহানগৰীৰ দূৰত্ব ২০০ মাইল বেচি হ'ল আৰু ফলত সকলো বয়-বস্তুৰ দাম বৃদ্ধি হ'ল। জলপথ বিচ্ছিন্ন হৈয়েই থাকিল। ইয়াৰ প্ৰতিকাৰ স্বৰূপে অসমে আজিকোপতি একো বিশেষ সুবিধা লাভ কৰিব নোৱাৰিলে। বৰং 'ভৌগলিক বিচ্ছিন্নতাৰ অজুহাত দেখুৱাই অসমক উদ্যোগ আদিৰ ক্ষেত্ৰত বঞ্চিত কৰি বৃটিছে ভাৰতক উপনিবেশ হিচাপে ৰখাৰ দৰে কেন্দ্ৰীয় চৰকাৰে অসমক উপনিবেশ কৰি ইয়াৰ উৎপাদিত কেঁচা সামগ্ৰী বাহিৰলৈ লৈ গৈ উদ্যোগ স্থাপন কৰাত লাগিল।

দেশ বিভাজনৰ ফলত অসম তথা পাৰ্বত্য জিলা সমূহ বিশেষকৈ দুৰ্দশাগ্ৰস্ত হ'ল। ইকালে উগ্ৰ হিন্দীবাদী সকলে পাৰ্বত্য জনজাতি সকলৰ লগত অসমীয়া লোকৰ যি সম্প্ৰদয়তা আছিল তাত ব্যাঘাত জন্মালে। নগাসকলে বৃটিছে ভাৰত এৰাৰ পাছত তেওঁলোকে আগৰ স্বাধীন নগাৰাজ্য বিচাৰিলে। কিন্তু দিল্লীশ্বৰ সকলে কলে যে অসমীয়াই নগাৰ ওপৰত অসমীয়া ভষা-কৃষ্টি জাপি দিব খোজাৰ কাৰণেহে নগাসকলে ভাৰতৰ পৰা বাহিৰ হবলৈ বিচাৰিছে। গতিকে নগাপাহাৰ জিলা কাটি নি ১৯৬৩ চনত নতুন নাগালেণ্ড ৰাজ্য স্থাপন কৰিলে। অসমৰ আকৌ অঙ্গচ্ছেদ হ'ল। তাতো ক্ষান্ত নহৈ বাকী কেইখন পাৰ্বত্য জিলাৰ ওপৰতো অসমীয়া কৃষ্টি আৰু ভাষা জাপি দিয়াৰ অভিযোগ তুলি আৰু কেন্দ্ৰীয় চৰকাৰে দিয়া অনুদানৰ টকা অ-জনজাতীয়ৰ কাৰণে খৰচ কৰা অভিযোগ তুলিলে। পাতাস্কাৰ কমিছনে এইবোৰ অভিযোগ স্পষ্ট ভাবে নাকচ কৰিলে। তেতিয়া ১৩।১।৬৭ তাৰিখে উত্তৰ পূব ফেডাৰেচনৰ প্ৰস্তাব দাঙি ধৰিলে। অসমখন কাটি টুকুৰাটুকুৰ কৰা হ'ব আৰু প্ৰত্যেকটো খণ্ডকে একোটা গোট হিচাপে ধৰি আটাই কেইটা গোট লগলগাই এটা ফেডাৰেচন গঠন কৰা হ'ব। এই প্ৰস্তাব অকল অসাংবিধানিকেই নহয়, অসমৰ কাৰণে মৰ্য্যাদা হানিকৰ। যদি এই ফেডাৰেচনৰ মৰ্য্যাদা ভাৰতৰ অইন অইন ৰাজ্যৰ মৰ্য্যদাৰ সমতুল্য হয় তেনেহলে দেখাদেখিকৈ অসমকে ধৰি ফেডাৰেচন গঠন কৰা গোট বিলাকৰ মৰ্য্যদা ৰাজ্যৰ মৰ্য্যদাৰ তলত পৰিল। আনহাতে যদি প্ৰত্যেকটো গোটৰ মৰ্য্যদা ৰাজ্যিক মৰ্য্যদাৰ সমান থাকে তেনেহলে ভাৰতৰ আকৌ বিভাজন হৈ উত্তৰ পূবত এটা ফেডাৰেচন আৰু বাকী অংশৰ এটা ভাৰত (ওপৰ খাপৰ নহয়) ফেডাৰেচন হয়। সমগ্ৰ অসম জুৰি এই ফেডাৰেচন বিৰোধী আন্দোলন হ'ল আৰু "অসম যুৱক সমাজ"ই এই আন্দোলনৰ আহ্বান দিছিল। আৰু এনে ৰাজ্যিক

অভিনিৰ্বাচন, পাৰ্ত্তি এখন কৰ্ম পৰিষদ গঠন কৰা হৈছিল আৰু অসম যুৱক সমাজৰ বৰ্তমান সভাপতিয়েই সেই পৰিষদৰ কাৰ্য্যকৰী সভাপতি আছিল। যি হ'ক আন্দোলন সফল হ'ল আৰু জনমতৰ জয় হল। ফেডাৰেচন প্ৰস্তাৱ বাতিল হ'ল কিন্তু অসমৰ অঙ্গচ্ছেদ কৰিহে এৰিলে। মেঘালয় মিজোৰাম আৰু অৰুণাচল গঠন কৰিলে। আৰু এই ৰাজ্যবোৰৰ অৰ্থনৈতিক উন্নতি সাধনৰ দোহাই দি "উত্তৰ পূৰ্ব পৰিষদ" বুলি এটা নতুন চৰকাৰ গঠন কৰিলে। নামত ই এটা উপদেষ্টা পৰিষদ; কিন্তু কামত বছৰি শ, শ, কোটি টকা খৰচ কৰা এটা অধি চৰকাৰ। অৰ্থাৎ ফেডাৰেচন পোনে পোনে গঠন কৰিব নোৱাৰি পিচ দুৱাৰেদি ফেডাৰেচন চৰকাৰ পাতিলে। ইমানতো ক্ষান্ত নহৈ কেন্দ্ৰীয় দুষ্ট চক্ৰই "উদয়াচল" গঠন কৰি অসমৰ বাকী অংশও কাটি কাটি খণ্ড বিখণ্ড কৰাৰ চেষ্টাত আছে।

ইয়াৰ আগতে দেশ স্বাধীন হোৱাৰ পাছতে "ৰাজ্য পুনৰ গঠন আয়োগৰ" আগত গোৱালপাৰাৰ কিছুমান বঙালীলোকে আৰু কাছাৰৰ বঙালীসকলে জিলা দুখন অসমৰ পৰা কাটি নি বঙ্গদেশৰ লগত চামিল কৰাৰ কাৰণে ওকালতি কৰিছিল। কিন্তু তেওঁলোকৰ কু-অভিপ্ৰায় পূৰণ নহ'ল।

এয়া হ'ল ৰাজনৈতিক ক্ষেত্ৰত অসমৰ অৱস্থা। ইকালে ভাষিক, সাংস্কৃতিক, অৰ্থনৈতিক আদি ক্ষেত্ৰত অসমৰ অৱস্থা তাতোধিক বেয়া। ১৮২৬ চনত ইংৰাজে শাসনভাৰ গ্ৰহণ কৰি কলিকতাৰ পৰা আমোলা বিষয়া আনি ৰাজকাৰ্য্য চলাব ধৰিলে। বঙালী-সকলে ইংৰাজক বুজাই দিলে যে অসমীয়া বুলি এটা বেলেগ ভাষা নাই, ই বঙালীৰে এটা অপভ্ৰংশ মাত্ৰ। ফলত ১৮৩৬ চনত অসমীয়া ভাষা স্কুল আৰু আদালতত উঠাই দিলে। "বহু চেষ্টাৰ পাছত" প্ৰাতঃ স্মৰণীয় অসমীয়া" ৰথিবী কেইজনমানৰ আহোপুৰুষাৰ্থত ১৮৭২ চনত অসমীয়া ভাষাই পুনৰ স্বকীয় মৰ্য্যাদা

লাভ কৰে আৰু স্কুল আৰু আদালতত নিজৰ কার্য্য স্থান অধিকাৰ কৰে। কিন্তু অসমীয়া বিদ্বেষী কুচক্ৰ ক্ষান্ত নহল। ১৮৮১ চনৰ পৰা লোক পিয়লবোৰত প্ৰভাৱশালী বঙালী বিষয়া সকলে বঙালী লোকৰ সংখ্যা অন্যায় ভাবে বৃদ্ধি কৰি অসমীয়া ভাষীৰ সংখ্যা কমকৈ দেখুৱাৰ অপচেষ্টা কৰি আহিছে। চাহ বাগিছাৰ বনুৱা সকলে নিজৰ নিজৰ ভষা মুণ্ডাৰী, মুৰাৰী আদি কৈছিল। পিচত তেওঁলোকে স্থানীয় অসমীয়া লোকৰ লগত মিলি এটা মিহলি ভাষা ব্যৱহাৰ কৰিছিল। আৰু যি সকলে কাম কৰা চুক্তিৰ মিয়াদৰ পাচত নিজৰ দেশলৈ উভটি নগৈ অসমতে স্থায়ী ভাবে বসবাস কৰিবলৈ ললে তেওঁলোকে অসমীয়াকে মাতৃভাষা হিচাপে গ্ৰহণ কৰিছিল। কিন্তু বাগিচাৰ কেৰাণী সকল প্ৰায়েই বঙালী আছিল আৰু বাগিচাৰ পিয়লৰ কাৰণে গণনাকাৰী, চুপাৰভাইজাৰ আদি তেওঁলোকৰ ভিতৰৰ পৰাই নিয়োগ কৰা হৈছিল। ইফালে অসমীয়া লোকসকলে অনা অসমীয়া লোক মাত্ৰকেই 'বঙাল' আখ্যা দিছিল। বঙাল মানে বঙালী নহয়। অনা অসমীয়াহে। আনকি চাহাব বিলাককো বগা বঙাল বুলিছিল। এই কথা ১৯২১ চনৰ আৰু ১৯৩১ চনৰ চেন্সাচ চুপাৰিণ্টেণ্ডেণ্ট (এতিয়া সঞ্চালক বুলি অভিহিত) লইড চাহাব আৰু মুলান চাহাবে স্পষ্টভাবে লিখি থৈ গৈছিল। এইবোৰ সুবিধা এই বঙালী বিষয়া সকলে বাগিছাৰ বনুৱাসকলক বঙালী ভাষী বুলি দেখুৱাইছিল। আনকি কোনো কোনো ঠাইত গণনাকাৰীয়ে অসমীয়া ভাষী বুলি লেখা স্বত্বেও অফিচত বঙালী বিষয়াই তাক কাটি বঙালী ভাষী বুলি লেখাইছিল। ১৯১১ চনৰ চেন্সাচ চুপাৰিণ্টেণ্ডেণ্ট মেকচুইনি চাহাবে তেওঁৰ ৰিপোৰ্টত উল্লেখ কৰিছে যে গোৱালপাৰাৰ অভয়াপুৰী মৌজাত ৩০,৬০৭ জন অসমীয়া লোকৰ ভাষা কাটি বঙালী বুলি দেখুৱাইছিল আৰু পিচত উপায়ুক্ত আৰু মহকুমাধিপতিৰ হস্তুৱাই চলজমিন তদন্ত কৰি পিচত শুধৰোৱা হৈছিল। গোৱালপাৰা

জিলা প্ৰায়েই জমিদাৰী এলেকাত পৰাত আৰু জমিদাৰৰ প্ৰায়বোৰ বিষয়াই বঙালী হোৱাত এনেকুৱা ভুল চলি আছিল। ১৯৫১ চনৰ লোকপিয়লৰ সময়ত প্ৰবন্ধ লিখক গোৱালপাৰাৰ উপায়ুক্ত থকাত এই ভুল বহু পৰিমাণে শুদ্ধ কৰা হয়। প্ৰায়মাৰী স্কুলবোৰত ল'ৰা-ছোৱালীক বঙালী পঢ়ুৱাইছিল। পিতা-মাতা বা অভিভাৱক সকলে লিখিতভাবে দৰ্খাস্ত দি তেওঁলোকৰ ল'ৰা-ছোৱালীক অসমীয়াত শিক্ষা দিবলৈ কোৱাত অসমীয়া শিক্ষাৰ ব্যৱস্থা কৰা হয়।

কিছু সংখ্যক বঙালীলোকে "বৃহত্তৰ বাংলা" ৰ সপোন দেখি আছিল আৰু এতিয়াও আছে। এই সকল অসমৰ বুকুত থাকি বুকুত খোৱা লোকে অসমৰ সকলো উন্নয়নমূলক কামত বাধা দি আহিছে। অসমত সুকীয়া বিশ্ববিদ্যালয় পতাত, ইয়াত সুকীয়া উচ্চ ন্যায়ালয় পতাত এওঁলোকে নানা ধৰণে বাধা দিছিল। ১৯৬০ চনত অসমীয়া ৰাজ্যিক ভাষা কৰিব খোজা আন্দোলনত এওঁলোকে তীব্ৰ বিৰোধিতা কৰিছিল আৰু কেইবাজনো ডেকা লৰাৰ তেজত ৰাজ্যিক ভাষা আইন পাছ কৰা হৈছিল। চৰকাৰৰ হেমাহিত এই আইন এতিয়ালৈকে সম্পূৰ্ণভাবে কাৰ্য্যকৰী হৈ উঠা নাই। আইনৰ অধীনত নিয়মাৱলী প্ৰণয়ন কৰোতেই ১০ বছৰ লাগিব। আৰু অনা অসমীয়া বিষয়া কিছুমানে এই আইন আৰু নিয়মাৱলী অমান্য কৰিবলৈও সাহ পাইছে। গুৱাহাটীত উপায়ুক্তৰ কাৰ্য্যালয়ত আজি কেইবাবছৰমান ধৰি টিপ্পনী আৰু আদেশবোৰ অসমীয়াত লোৱা হৈছিল। কিন্তু বৰ্ত্তমানৰ উপায়ুক্তই ইয়াত কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই এই আইনৰ বিৰুদ্ধে গৈ পুনৰ ইংৰাজীত টিপ্পনী আৰু আদেশ দিবৰ হুকুম জাহিৰ কৰিলে।

১৯৭১ চনত বিশ্ববিদ্যালয়ত অসমীয়া চলাৰ ধৰাত বঙালী-সকলে আকৌ বিৰোধিতা কৰিলে। আৰু বঙালীসকলে [illegible] কৰা এই সকলোবোৰ বাধাৰ গুৰি ধৰিছিল, আজিৰ বঙালীসকলে। বৰ্ত্তমানৰ বিদেশী বহিষ্কাৰ আন্দোলনৰ বিৰোধিতা [illegible] [illegible]

জিলাই আসনভাগ লৈছে। অসমৰ ১৪ খন লোকসভা আসনৰ ১২ খনতেই যেতিয়া কোনো প্ৰাৰ্থীয়ে মনোনয়ন পত্ৰ দাখিল নকৰিলে তেতিয়া কাছাৰৰ আসন দুখনৰ কাৰণে মনোনয়ন পত্ৰ পৰিল আৰু তাত নিৰ্বাচন পাতিলে। কাছাৰৰ বলতে বলীয়ান হৈ লামডিং, মৰিয়নী, মালিগাওঁ ৰেল কলোনিবোৰৰ বঙালীসকলে অসমীয়া বিৰোধী আন্দোলন চলায়। ইতিমধ্যে দেশ বিভাজন হোৱাত পূব পাকিস্তানৰ পৰা লাখে লাখে হিন্দু বঙালী অসমত সোমায়। তেওঁলোকৰ কিছু সংখ্যকে গাঁৱত খেতি-বাতি কৰি স্থানীয় অসমীয়া মানুহৰ লগত মিলি গ'ল। কিন্তু সৰহ সংখ্যকেই বিশেষকৈ চহৰ অঞ্চলত থাকিবলৈ লোৱা সকলে "বৃহত্তৰ বাংলা"ৰ সপোন দেখা সকলৰ লগত লগলাগি অসম আৰু অসমীয়া বিৰোধী কামত লিপ্ত হ'ল।

তাত্ত্বিক বিপদৰ উপৰিও অসমীয়াসকল জীৱিকা নিৰ্বাহ কৰাত এটা ভয়াবহ অৱস্থাৰ সমুখীন হৈছে। বৰ্ত্তমান শতাব্দীৰ আৰম্ভণীৰ পৰা পূৰ্ব বঙ্গৰ, বিশেষকৈ অতি জনবহুল জিলা মৈমনসিঙৰ পৰা খেতিৰ মাটি সন্ধানত দলে দলে মুছলমান অসমলৈ আহিব ধৰে। প্ৰথমে তেওঁলোকৰ সংখ্যা খুব বেচি নাছিল। আৰু পৰাবাদ মাটি আবাদ কৰি বহিবলৈ ধৰাত স্থানীয় মানুহৰ গাত লগা নাছিল। কিন্তু ১৯২০ চন মানৰ পৰা তেওঁলোকৰ সোঁত ক্ৰমাত প্ৰবল হবলৈ ধৰে; আৰু চৰকাৰী পৰাবাদ মাটিৰ বাহিৰেও চৰণীয়া পথাৰ (গ্ৰেজিং ৰিজাৰ্ভ) বোৰত বে-আইনিভাবে সোমাবলৈ ধৰে। লাহে লাহে তেওঁলোক ভিতৰলৈ গৈ জনজাতীয় লোক সকলৰ গাওঁবোৰতো প্ৰবেশ কৰিব ধৰে আৰু ফলত সংঘৰ্ষ উপস্থিত হয়। স্থানীয়লোক, বিশেষকৈ জনজাতীয় লোকসকলৰ স্বাৰ্থৰক্ষাৰ উদ্দেশ্যে চৰকাৰে 'লাইন'প্ৰথা আৰু 'কলোনাইজেছন' আঁচনি প্ৰবৰ্তন কৰে। চাদুল্লা চৰকাৰে সৰহ শস্য উৎপাদনৰ নামত ৰাজনৈতিক উদ্দেশ্যে পূৰ্ব বঙ্গৰ পৰা মুছলমান লোক অনাত সহায়

কৰিছিল। ১৯৪৬ চনৰ কংগ্ৰেছ পাৰ্টি ক্ষমতাত অধিষ্ঠিত হৈ চৰকাৰী মাটিৰ বেদখল, বিশেষকৈ চৰণীয়া পথাৰৰ বেদখল উচ্ছেদ কৰাত বিশেষ মনোযোগ দিয়ে। বৰপেটা মহকুমাত হাজাৰ হাজাৰ বিঘা চৰণীয়া ৰিজাৰ্ভ বেদখলকাৰীসমূহৰ কাৰণে পূৰ্বৰ চৰকাৰে খুলি দিছিল। এই পমুৱাসকলৰ বেছি ভাগেই মৈমনসিঙ জিলাৰ পৰা অহাৰ কাৰণে মৈমনসিঙীয়া আৰু সাধাৰণতে তেওঁলোকে চৰ অঞ্চলত বাস কৰাৰ কাৰণে চৰুৱা বুলিও জনাজাত আছিল। ৰিজাৰ্ভৰ বেদখল সমূলঞ্চে উচ্ছেদ কৰাৰ কাৰণে ৰিজাৰ্ভ গাৰ্ড নিয়োগ কৰি সশস্ত্ৰ পুলিচ পহৰাৰ ব্যৱস্থা কৰা হৈছিল। প্ৰবন্ধ লেখক ১৯৪৬ চনৰ পৰা ১৯৪৭ চনৰ আগষ্টলৈ বৰপেটাৰ মহকুমাধিপতি থকা কালত চৰকাৰৰ নতুন নীতি কাৰ্য্যকৰী কৰা হয় আৰু ৰিজাৰ্ভবোৰ বেদখলমুক্ত কৰা হয়। ১৯৬০ চনৰ পাছত দলীয় আৰু ব্যক্তিগত স্বাৰ্থৰ কাৰণে ৰাজনৈতিক নেতাসকলে আকৌ ৰিজাৰ্ভ খুলি দি বিদেশী লোকক বহুৱায় আৰু ভোটাধিকাৰ দিয়ে। এনেকুৱা দুৰ্নীতি ইমান ব্যাপক হৈ পৰিল যে বৰ্ত্তমানে অসমৰ ২ কোটি জনসংখ্যাৰ ৪৭ লাখ মানেই বিদেশী; আৰু সেই কাৰণেই বিদেশী বহিস্কাৰ আন্দোলন কৰিব লগা হ'ল। নেতাসকলৰ বহুতে বিদেশীক ভোটাধিকাৰ দিয়াত জড়িত কাৰণে ছাত্ৰসকলেই এই আন্দোলনৰ গুৰি ধৰিব লগা হৈছে। স্বাৰ্থ জড়িত মহলে এই আন্দোলনৰ তীব্ৰ বিৰোধিতা কৰি আহিছে। বৰ্ত্তমানৰ আন্দোলন যে কোনো ভাষিক বা ধৰ্মীয় সংখ্যালঘুৰ বিৰুদ্ধে নহয় তাক বাৰে বাৰে স্পষ্টভাবে ঘোষণা কৰা স্বত্বেও স্বাস্ত স্বাৰ্থই আন্দোলন ধ্বংস কৰাত উঠি পৰি লাগিছিল। আমি আশাকৰো খিলঞ্জীয়া অসমীয়া মাত্ৰেই কোনো ভুল বুজাবুজি থাকিলে তাক গুচাই লৈ বেআইনী ভাবে থকা বিদেশীসকলক অসমৰ পৰা বহিস্কাৰ কৰি স্বাধীন ভাৰতৰ সৰ্বভৌমত্ব ৰক্ষা কৰিব।

অৰ্থনৈতিক ক্ষেত্ৰত অসম এখন উপনিবেশত পৰিণত হৈছে

আৰু অসমীয়া লোকসকল জুকলা হৈছে। প্ৰাকৃতিক সম্পদেৰে উপচি পৰা অসমক আজি কেন্দ্ৰীয় চৰকাৰৰ অৱহেলা আৰু অন্যায় আচৰণৰ কাৰণে তৃথীয়া আৰু হেয়জ্ঞান কৰে। ভাৰতৰ ভিতৰত খাৰুৱা তেল প্ৰথমে অসমতে আবিস্কাৰ হয়; আৰু এতিয়াও সমুদ্ৰগৰ্ভৰ পৰা উদ্‌ঘাটিত তেল বাদ দি বাকী তেলৰ শতকৰা ৬০ ভাগ অসমৰ তৈলক্ষেত্ৰৰ পৰাই উদ্‌ঘাটিত হয়। কিন্তু অসমক উদ্যোগীকৰণৰ পৰা বঞ্চিত কৰি জাতীয় স্বাৰ্থৰ বিৰুদ্ধে গৈয়ো ন্যস্ত স্বাৰ্থৰ খাতিৰত অসমৰ পৰা আহৰণ কৰা হৈছে। আৰু অসমক কোটি কোটি টকাৰ টেক্সৰ পৰা বঞ্চিত কৰা হৈছে। বাহিৰৰ পৰা ভাৰতলৈ আমদানী কৰা খাৰুৱা তেলৰ দাম টনে ২০০০ দুই হাজাৰৰ পৰা ২৫০০ আঢ়ৈ হাজাৰ টকা দিয়ে। কিন্তু অসমৰ পৰা আহৰণ কৰা তেলৰ ৰয়েলটি দিয়ে টনে মাত্ৰ ৪০ চল্লিচ টকা। বৰ্ত্তমানে অসমৰ পৰা ৫২ লাখ টন আৰু অহা পাঁচ বছৰৰ ভিতৰত ৮০ লাখ টন উদ্‌ঘাটন হ'ব। গতিকে কিমান লোকচান হৈছে হিচাপ কৰি চাওক। অসমৰ তৈলক্ষেত্ৰৰ পৰা ওলোৱা প্ৰাকৃতিক গেচ জ্বলাই দি আছে দৈনিক প্ৰায় ৮০ আশী নিযুত ঘনফুট।

বিলাতী মাটি আৰু কাগজ কলৰ কাৰণে অসমত উৎকৃষ্ট উপাদান আছে। কিন্তু এতিয়ালৈ মাত্ৰ এটা কাগজৰ কল হৈছে। আৰু এটা বিলাতী মাটিৰ কাৰখানা আৰম্ভ কৰিছে। অসমৰ বাঁহে পশ্চিম বঙ্গৰ কাকত কলৰ চাহিদা পূৰণ কৰে। ভাৰতত উৎপাদিত মুঠ মৰাপাটৰ শতকৰা ৩০ ভাগ অসমত হয়। কিন্তু পশ্চিম বঙ্গৰ মৰাপাটৰ কল সমূহ চলিবৰ কাৰণে অসমত মৰাপাটৰ কল নিদিয়ে। বহুত যুঁজাৰ পিচতহে মাত্ৰ এটা মৰাপাটৰ কল অসমত পাতিব দিছে। ভাৰতৰ উৎপাদিত চাহপাতৰ শতকৰা ৫০ ভাগতকৈ অধিক অসমত হয়। কিন্তু ইয়াৰ বিক্ৰি কেন্দ্ৰ কলিকতাত থকাত সৰহভাগ কৰ পশ্চিম বঙ্গই পায়। এতিয়া গুৱাহাটীত এটা বিক্ৰি কেন্দ্ৰ স্থাপন কৰা হৈছে।

পৃথিবীৰ ভিতৰৰে অন্যতম ডাঙৰ নৈ ব্ৰহ্মপুত্ৰ অসমৰ বুকুৰেদি ৮০০ কিলোমিটাৰ বৈ গৈ অসমক দুভাগ কৰিছে। কিন্তু অসমৰ দুয়ো ভাগৰ মাজত সংযোগ ৰক্ষা কৰিবলৈ মাত্ৰ এখন ৰেল আৰু পথ দলং। দ্বিতীয় এখন পথ দলং তেজপুৰত আৰম্ভ কৰাৰ যো-জা কৰিছে। কিন্তু তাৰ ওপৰেদি ৰেল যোৱাৰ ব্যৱস্থা কৰা নাই; যদিও দলঙৰ দুয়ো মূৰে ৰেলষ্টেচন আছে। অসমৰ ভিতৰত ব্ৰডগজ লাইন মাত্ৰ ৯০ কিঃ মিঃ। বঙাইগাওঁৰ পৰা গুৱাহাটীলৈ ব্ৰডগজ কৰাৰ আৰু ৰঙীয়াত এটা ডিভিজনেল অফিচ কৰাৰ কাৰণে ৰেল মন্ত্ৰীয়ে ১৯৬৮ চনতে সদনত আশ্বাস দিছিল। কিন্তু আজিলৈ হৈ নুঠিল। অসমৰ ভিতৰত একমাত্ৰ উত্তৰ-পূব সীমান্ত ৰেল কাৰ্য্যালয়বোৰত প্ৰায় ৮৫,০০০ কৰ্মীৰ মাজত ১২,০০০ জনহে অসমীয়া। অইন অইন কেন্দ্ৰীয় কাৰ্য্যালয়ত চাকৰিৰ বেলিকা আৰু বেয়া অৱস্থা। একাউটেণ্ট জেনেৰেলৰ অফিচত শতকৰা ৫ জন হয় নে সন্দেহ। এনেদৰে অসমত নিবনুৱাৰ সংখ্যা ১৫ লাখতকৈও অধিক। ইফালে ২½ লাখ পৰিয়াল মাটিহীন। কিন্তু শৰণাৰ্থী আৰু অবৈধভাবে অহা বিদেশী নাগৰিকৰ কাৰণে চৰণীয়া ৰিজাৰ্ভ আনকি বন বিভাগৰ ৰিজাৰ্ভো খুলি দিয়া হৈছে। পিচ পৰা শ্ৰেণীৰ লোকৰ কাৰণে ট্ৰাইবেল বেল্ট আৰু ব্লক গঠন হৈছিল। তাতো চৰকাৰে বিদেশী লোকক বহুৱাইছে। এনেবোৰ অন্যায় আৰু অপকৰ্মৰ বিৰুদ্ধে অসমৰ জন জাগৰণ হৈছে। ৰাইজৰ ন্যায্য দাবীৰ আগত চৰকাৰ সেও মানি অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈ বাধ্য।

# বস্তুৰ চৰা দাম

আজি সকলোৰে মুখে মুখে বস্তুৰ চৰা দামৰ কথা শুনিবলৈ পোৱা যায়। ল'ৰা-ছোৱালী বিলাকে হয়তো ইয়াৰ তাৎপৰ্য্য ঠিক মতে উপলব্ধি কৰিব পৰা নাই। কাৰণ 'চৰা দাম' কথাটো হ'ল তুলনামূলক। এটা সময়ৰ বা এখন ঠাইৰ দামৰ লগত ইটো সময়ৰ বা ইখন ঠাইৰ দামৰ তাৰতম্য বুজায়। কম বয়সৰ ল'ৰা-ছোৱালীয়ে এনেকুৱা তুলনা কৰিব পৰা অৱস্থা প্ৰাপ্ত হোৱা নাই কাৰণে তেওঁলোকে দাম কিমান চৰা হ'ল কথাটো ঠিকমতে বজিব নোৱাৰে। অলপ ডাঙৰ হলে কথাটো অলপ অলপ বুজিব পৰা হয়। কাৰণ বৰ্ত্তমানে বস্তুৰ দাম ওপৰ মুখী হৈয়েই আছে। চৰকাৰে পৰিসংখ্যা বিভাগৰ যোগেদি প্ৰকাশ কৰা তথ্য পাতিৰ পৰাও এই কথা পৰিষ্কাৰ ভাবে ওলাই আহিছে। চৰকাৰে অৱশ্যে চৰা- দামটো সদায় কমাই দেখুৱাবৰ চেষ্টা কৰে; প্ৰশাসনৰ বদনামৰ ভয়তে নে কি কাৰণে ঠিক জনা নাযায়। কিন্তু সদায় বজাৰত চলি থকা আচল দামতকৈ কম দাম ঘোষণা কৰে। ৰেডিঅ' যোগে যি বজাৰ দৰ ঘোষণা শুনা যায় বাস্তৱৰ লগত তাৰ কোনো সম্পৰ্ক নাথাকে। আজি কালি প্ৰায়বোৰ বস্তু আৰু তাৰ দাম চৰকাৰে নিয়ন্ত্ৰণ কৰিছে। কিন্তু ই সকলোৰে জনাজাত যে এই নিয়ন্ত্ৰিত দামত কেইগৰাকীমান সৌভাগ্যবান ব্যক্তিৰ বাহিৰে জনসাধাৰণে নাপায়। তথাপি চৰকাৰে বান্ধি দিয়া দামো ইমান উৰ্দ্ধগতিত উধাব ধৰিছে যে চৰকাৰী চাকৰিয়াল সকলৰ মৰগীয়া বানচ প্ৰতি দুই মাহে দুই মাহে বঢ়াই থাকিব লগা হৈছে।

চৰকাৰৰ পৰিসংখ্যা বিভাগে চৰকাৰে বান্ধি দিয়া দামকে

ভিত্তি কৰি নিত্য ব্যৱহাৰ্য্য বস্তুৰ দামৰ তুলনামূলক তালিকা প্ৰস্তুত কৰে। দ্বিতীয় মহাসমৰৰ ( ১৯৩৯ ) আৰম্ভণিৰ পৰা বস্তুৰ দাম ক্ষিপ্ৰগতিত বাঢ়িব ধৰে আৰু অত্যাৱশ্যকীয় বস্তু, বিশেষকৈ খাদ্য বস্তুৰ নাটনিয়ে দেখা দিয়ে। পৰিসংখ্যা বিভাগে ১৯৩৯ চনকে সেই দেখি ভিত্তি বছৰ হিচাপে লৈ পৰবৰ্ত্তী বছৰ বোৰৰ বস্তুৰ দামৰ তালিকা প্ৰস্তুত কৰে। পিছে ১৯৪৪ চনলৈ বস্তুৰ দাম দুগুণতকৈও বেচি হ'ল আৰু সি কমি আগৰ সমান হবৰ আশা এৰিব লগা হ'ল। সেই কাৰণে ১৯৩৯ ৰ পৰিবৰ্ত্তে ১৯৪৪ চনকে ভিত্তি বছৰ ধৰি পৰিসংখ্যা বিভাগে দামৰ তুলনা মূলক তালিকা প্ৰস্তুত কৰিব ধৰিলে। অৰ্থাৎ ১৯৪৪ চনত যিটো বস্তুৰ দাম ১ গুণ ধৰিলে আচলতে ১৯৩৯ চনৰ তুলনাত সি দুগুণ বা তাতোকৈ বেচি। কিন্তু বস্তুৰ দাম মহাসমৰৰ অৱসানৰ ( ১৯৪৫ ) পাছতো এনেদৰে বাঢ়ি থাকিল যে পৰিসংখ্যা বিভাগে ১৯৪৪ চনকো এৰি ১৯৪৯ চনক ভিত্তি বছৰ ধৰি হিচাপ উলিয়াব ধৰিলে। অৰ্থাৎ ১৯৫০ চনত যদি কোনো বস্তুৰ দাম ১৯৪৯ চনৰ ভিত্তিত শতকৰা ২৫ ভাগ বৃদ্ধি দেখুৱাইছে তেনেহলে ১৯৩৯ চনৰ ভিত্তিত শতকৰা ৫০০ ভাগ বা পাঁচ গুণ বেচি বুজিব লাগিব। এইদৰে পৰিসংখ্যা বিভাগে ১৯৪৯ চনো এৰি ১৯৫৩ চন আৰু এতিয়া ১৯৬০ চনকে ভিত্তি বছৰ ধৰি বস্তুৰ দামৰ তুলনামূলক তালিকা প্ৰণয়ন কৰিব ধৰিছে। তাতো দামৰ উচ্চতা কমকৈ দেখুৱাবৰ কাৰণে বহুত পাক লগা তালিকা প্ৰস্তুত কৰিছে। কেতিয়াবা পাইকাৰী, কেতিয়াবা খুচৰা, কেতিয়াবা চহৰৰ মানুহৰ খৰচ, কেতিয়াবা আকৌ উদ্যোগৰ মজদুৰ সকলৰ খৰচ ইত্যাদি বেলেগ বেলেগ কৈ উলিয়াই যিটো দাম হয় তাকে দেখুৱাইছে। যদি অত্যাৱশ্যকীয় খাদ্য বস্তু যেনে চাউল, দালি, নিমখ, তেল, চেনি, গুৰ, মাছ, ডিমা ইত্যাদি আৰু পিন্ধা কাপোৰৰ দাম দেখুৱালে হৈ তেনেহলে আচল চৰা দাম ওলাই পৰিলহেঁতেন।

তথাপি চৰকাৰে চৰা দাম ঢাকি ৰাখিব পৰা নাই। মহাযুদ্ধ শেষ হ'ল আৰু দেশ স্বাধীন হবৰো ৩৫ বছৰ হ'ল। কিন্তু ১৯৬০ চনকে ভিত্তি বছৰ ধৰি ১৯৭৯ চনত গুৱাহাটীৰ সৰ্ব্বসাধাৰণে ব্যৱহাৰ কৰা বস্তুৰ দাম ৩.১৬ গুণ হ'ল। ( Statistical Hand Book of Assam 1980—See P. 349 ).

এইবোৰ হ'ল চৰকাৰী হিচাপ। বাস্তব ক্ষেত্ৰত আমি নিজ অভিজ্ঞতাৰ পৰা যোৱা ৫০ বছৰে কি পাইছো তাৰে অলপ আভাস দিওঁ।

১৯৩০ চনত ধুবুৰীত ই, এ, চি হিচাপে কামত সোমাওঁ। সেই সময়ত অসমৰ ভিতৰতে ধুবুৰী আৰু নগাওঁত বস্তু সকলোতকৈ সুলভ আছিল আৰু যোৰহাট আৰু ডিব্ৰুগড়ত দাম বেচি আছিল। ১৯৩০ চনত ধুবুৰীত গাখীৰ টকাত ১৮ সেৰ কৈ ( ১ সেৰ প্ৰায় ১ লিটাৰ ) ঘৰত দি গৈছিল আৰু বিক্ৰি নোহোৱা খিনি ফিৰি যাওঁতে সেৰে ৩ পইছাকৈ ( তেতিয়া ৬৪ পইছাত এক টকা ) দি গৈছিল। মফচলত টকাত ৩২ সেৰ পৰ্য্যন্ত পোৱা গৈছিল। এইবোৰ শুনিলে সাধুকথা যেন লাগে। তেনেকৈ আয়ে ( পিতামহী ) আমাক কোৱা কথাবোৰো আমাৰ মনত সাধু কথা যেন লাগিছিল। আমি গুৱাহাটীত হাইস্কুলত পঢ়া সময়ত ডিমা পইচাত এটা আছিল। বুধবাৰে নদীৰ পাৰত হাট বহিছিল আৰু তালৈ গাওঁৰ পৰা ফালেঙীয়ে হাঁহ, পাৰ, কুকুৰা, ডিমা আদি বেচিবলৈ আনিছিল। হাটত সাধাৰণতে চাৰি অনাত ( ২৫ পইছা ) এক কুৰি ডিমা পোৱা গৈছিল। এতিয়া একুৰি ডিমাৰ দাম ২০।২৫ টকা হ'ব। অৰ্থাৎ ৮০ ৰ পৰা ১০০ গুণ। মাঘৰ দোমাহিত কামৰূপত ডিমা খেলাৰ প্ৰথা আছিল আৰু আজিও কম বেচি পৰিমাণে আছে। দোমাহিৰ পাছত ভঙা ডিমা বহুত হয় আৰু সেইবোৰ পইছাত ৩/৪ টাকৈ পোৱা গৈছিল। আমি ইয়াকে ইমান সস্তা বুলি কলে আয়ে কৈছিল যে ই একো সস্তা নহয়।

তেওঁলোকৰ সৰু কালত ডিমা বেচা মানুহ আহিলে কৌচ পাতি ডিমা লৈছিল আৰু কৌচ ভৰ্ত্তি হলে ১ টা পইছা দিছিল। তাকেহে সস্তা বোলে। তেনেকৈ দৈ গাখীৰ বেচা মানুহ আহিলে এটা টেকেলি তাতে সৰু ফুটা এটা কৰি দৈ গাখীৰ লয়; আৰু ফুটাই দি পানী গৈ গৈ মাখাৰে টেকেলি ভৰ্ত্তি হলে এটা পইছা দিয়ে। এইবোৰ কথা আমাৰ মনত সাধু কথা যেন লাগিছিল। এতিয়াৰ ল'ৰা-ছোৱালীৰ মনতো টকাত ৩২ সেৰ গাখীৰৰ কথাও সাধুকথা যেন লাগিব। অৱশ্যে গুৱাহাটীত টকাত ৫ সেৰ মানদণ্ড হিচাপে বহুত দিন আছিল। ধুবুৰীত গাখীৰ অকল সস্তাই নহয়, ই বৰ খাটি গাখীৰ আছিল। কাৰণ গাখীৰ বিক্রিদাৰ প্রায়বোৰেই মুছলমান আছিল। আৰু সেই সময়ত তেওঁলোকৰ এটা বিশ্বাস আছিল যে গাখীৰত পানী দিলে ধৰ্ম্ম নষ্ট হ'ব। আজিকালি বোধকৰো এনে বিশ্বাস অন্ধ বিশ্বাস বুলি এৰি দিছে।

বজাৰত শাক-পাচলি তৰি-তৰকাৰীৰ দাম সেৰে এক পইছা আছিল। অৱশ্যে শাক-পাচলি লাউ, কোমোৰা বা কবি, মূলা আদি কেতিয়াও জুখি বিক্রি নকৰিছিল। আলু, পিয়াজ, পটল, বিলাহী, বেঙেনা ইত্যাদি সেৰে এক পইছাত বিক্রি হৈছিল। চাৰি পইছাৰ মাহ ওজনত একপোৱাতকৈ (২৫০ গ্রামতকৈ) বেছি হৈছিল। পঠা একোটা দহ অনা বাৰ অনাত (৮২।৭৫ পইছা) পোৱা গৈছিল। গুৱাহাটীত তুলনামূলক ভাবে মাংস বা মাছৰ দাম বেচি আছিল কাৰণে তেতিয়াৰ জিলা আৰু ছেছন জৰ্জ স্বৰ্গীয় যোগেন্দ্র নাথ বৰুৱা ধুবুৰীলৈ ছেছন কেছ কৰিবলৈ গৈ উভতি আহিবৰ সময়ত এটা বা দুটা পঠা মাৰি তাৰ মাংস লৈ আহিছিল। কাৰণ জীয়াই আনিলে বেল ভাৰা ভৰিব লাগিব। সেইদৰে কিয়া-বাৰুৰ কাৰণে গুৱাহাটীৰ কালৰ মানুহে ধুবুৰীৰ পৰা মিঠাই আনিছিল। কাৰণ তাত ৰসগোল্লাৰ সেৰে পাঁচ অনা

( ৩১ পইছা ) আৰু সন্দেশ আঠ অনা ( ৫০ পইছা ) আছিল। গুৱাহাটীত দাম তাৰ প্ৰায় দুগুণ আছিল। আজিকালি ১০ টকাৰ মিঠাইৰ টোপোলা চোলাৰ জেপত আহে। তেতিয়া ভাৰ বান্ধি আনিব লাগিল হৈ।

১৯৩০ চনত সোণৰ তোলাই ২১.০০ একৈছ টকা আৰু টিন পাতৰ বান্দিলেও একৈছ টকা আছিল। ১৯৪৩ চনত মহাযুদ্ধৰ সময়ত মই ডিব্ৰুগড়ত থকা সময়ত সোণৰ মূল্য বাঢ়ি তোলাই ৮৫.০০ টকা পালে। দুই এজন বন্ধুৱে অলপমান কিনি থবলৈ উপদেশ দিছিল। প্ৰথম কথা টকা নাই। দ্বিতীয়তে আশা কৰিলো আকৌ দাম কমি আগৰ ২১.০০ টকা পাব। কিন্তু সেই আশা পূৰণ নহল। এতিয়া বাঢ়ি বাঢ়ি ২০০০.০০ দুই হাঁজাৰলৈ উঠিল; যদিও আজি কেইবছৰমান আগতেও ১০০০.০০ এক হাজাৰতকৈও কম আছিল।

দ্বিতীয় মহাসমৰত ইংলণ্ড তথা ভাৰতে যোগ দিয়াত বস্তুৰ দাম অসম্ভৱ ৰকমে বাঢ়িব ধৰে। ১৯৪২ চনত মই নগাওঁত। তাত তেতিয়া জহা চাউলৰ মোনে ( ৩৭৫।৪ ০০ ) অৱশ্যে মণিপুৰত চাউলৰ মোনে মাত্ৰ ( .৭৫ পইছা ) আছিল। কিন্তু তাৰ পৰা বাহিৰলৈ চাউল অনা নিষেধ আছিল। ৪২ চনত হঠাতে দাম চৰি গ'ল। জহা চাউলৰ দাম মোনে ৪.২৫, ৪.৫০ টকা হ'ল। এদিন শুনিলো ৫.০০ টকা হ'ল। জহা চাউল খাব বাদ দি লাহি চাউল খাব ধৰিলো। ধুতি কিনিবলৈ গৈ দেখো ভাল মিহিধুতি জোৰা ৫.০০ টকা। আগতে উৎকৃষ্ট ধুতিৰ জোৰাই ২.৫০ টকাৰ বেচি নাছিল আৰু সাধাৰণ মিহিধুতি জোৰা ১.৭৫/২.০০ আছিল। দাম কমালৈ বাট চাই থাকোতে ডিব্ৰুগড়লৈ বদলি হলো আৰু তাতে ৫.০০ টকাৰ ঠাইত ৯.০০ টকা জোৰা কিনিব লগা হ'ল। চাউলৰ দাম বাঢ়ি বাঢ়ি মোনে ১২.০০ বাৰ টকা হ'ল। ডিমা টকাত ২ টা হ'ল। শাক-পাচলি, আলু

পিয়াজ, মাছ আদি মধ্যবিত্ত সকলৰ কাৰণে দুৰ্লভ হৈ উঠিল। কাৰণ দ্বিতীয় মহাযুদ্ধত অসম এখন ৰণস্থলী হৈ পৰিছিল আৰু ডিব্ৰুগড়ৰ চাৰিওফালে জাপানীয়ে বোমা পেলাইছিল। সেই কাৰণে সমূদয় মহকুমাটোৰেই মিলিটাৰী কেম্প হৈ পৰিছিল আৰু তেওঁলোকক খুৱাবলৈ খাদ্য বস্তুৰ যোগান ধৰাত জনসাধাৰণ বিপদত পৰিছিল। মিলিটাৰীক যোগান ধৰাৰ পৰাই চব বস্তু ওজনকৰি বেচিব ধৰিলে। লাউ, কোমোৰা আদি ওজন কৰা শুনি আমাৰ হাঁহি উঠিছিল। এতিয়া অৱশ্যে ওজন কৰাটোৰে স্বাভাবিক বুলি ধৰা হৈছে।

শিৱসাগৰত থাকোতে (১৯৩৮-৫২) গখীৰৰ কাৰণে এজনী গাই কিনিছিলো ২২·০০ টকাত। তিনি সেৰমান গাখীৰ দিছিল। ডিব্ৰুগড়ত গৈ ১৯৪৩ চনত বিচাৰি বিচাৰি এজনী ৩ সেৰ গাখীৰ দিয়া কিনিলো ৬০·০০ টকাত। অৰ্থাৎ সেৰে ২০·০০ হিচাপ। পিছত গৈ পোৱাই কুৰি টকা হ'ল আৰু এতিয়া ৩ তিনি সেৰ গাখীৰ দিয়া গৰু এজনীৰ দাম এক হাজাৰ টকা হ'ব। চেনি, দালি আদিৰ দাম কিন্তু যুদ্ধৰ সময়ত তিমান বঢ়া নাছিল। চেনিৰ সেৰে সাত অনা (৪৪ পইছা) মুগৰ দালি ৪৭ পইছা, আটা ৩১ পইছা, মিঠাতেল ৫০ পইছা ইত্যাদি। ১৯৬৩ চনতো মিঠাতেল কিলোত ২·৪৪ পইছা আছিল; কিন্তু আজি ১৬·০০ টকা। সেইদৰে ঘিউৰ দাম ১৯৬২ চনতো কিলো ৬·০০ টকাৰ পৰিবৰ্তে এতিয়া ৩৬·০০ টকা। আৰু ৬২ চনত চেনি কিলো ১·১২ পইছাৰ ঠাইত এতিয়া ৬·০০ টকা।

পেট্ৰলৰ দাম কেনেকৈ বাঢ়িছে চাওক।

১৯৩৮ চনত মোনে ১·৩৭,
(এক গেলানত প্ৰায় ৪½ লিটাৰ)
১৯৪৩ চনত ২·১৯,
১৯৬১ „ লিটাৰত ·৭৫

| | | |
|---|---|---|
| ১৯৬৭ | চনত | ১·০৮ |
| ১৯৭৪ | ,, | ৩·০৮ |
| ১৯৮০ | ,, | ৪·৯২ |
| ১৯৮২ | ,, | ৫·৯২ |

সেইদৰে মটৰ গাড়ীৰ দাম বাঢ়িছে। ১৯৩৮ চনত নতুন ফোৰ্ড বা চেভ্ৰলেত গাড়ী ৩০০০·০০ তিনি হাজাৰ টকাত পোৱা গৈছিল। মই এখন পুৰণা চেভ ৯০০·০০ নও শ টকাত কিনিছিলো। ১৯৪৯ চনত যুদ্ধৰ পাছত নতুন চেভ এখন কিনিছিলো দহ হাজাৰত। আজি চেভ পাবৰ নাই আৰু নতুন এম্বেছদাৰ বা ফিয়াত এখনৰ দাম ৭০,০০০·০০ সত্তৰ হাজাৰৰো ওপৰ।

চৰা দামৰ অলপ আভাস দিয়া হ'ল। কিয় চৰা হৈছে আৰু এতিয়াও হৈয়েই আছে সেই বিষয়ে আলোচনা কৰিব লাগিলে এখন মহাভাৰত হ'ব। গতিকে আজি লৈ ইয়াতে সামৰিলো।

## অসমত নিবনুৱা

অসমত নিবনুৱাই ভয়াবহ মূৰ্ত্তি ধৰি উঠিব ধৰিছে। চৰকাৰে প্ৰতি ৫ বছৰীয়া পৰিকল্পনা কালত নানা আঁচনি হাতত লয় আৰু আশ্বাস দিয়ে যে এই আঁচনিবোৰৰ জৰিয়তে নতুন কৰ্ম সংস্থানৰ ব্যৱস্থা কৰি নিবনুৱাসকলক কাম দিব। কিন্তু দুৰ্ভাগ্যৰ বিষয় আমাৰ নিবনুৱাৰ সংখ্যা কমক ছাৰি বাঢ়িহে গৈ আছে। দ্বিতীয় পৰিকল্পনাৰ শেষত অসমত নিবনুৱাৰ সংখ্যা চৰকাৰী হিচাপত আছিল ১,১৭,০০০। তৃতীয় পৰিকল্পনা কালত এইসকল নিবনুৱাৰ কাৰণে কৰ্ম সংস্থান কৰাৰ আশ্বাস দিয়া হৈছিল। কিন্তু পৰিকল্পনাৰ শেষত দেখা গ'ল যে আগৰ ১,১৭,০০০ নিবনুৱাৰ ঠাইত সংখ্যা

বাঢ়ি গৈ ৫,২২,০০০ হয় গৈ। চতুৰ্থ পৰিকল্পনাৰ কাম আৰম্ভ কৰোতেই কেইবছৰমান গ'ল। এই পৰিকল্পনাৰ শেষত চৰকাৰী হিচাপমতে নিবনুৱাৰ সংখ্যা ৬,৫০,০০০ হ'বগৈ। ইয়াৰ দ্বাৰা এইটো স্পষ্ট হৈ পৰিছে যে চৰকাৰে হাতত লোৱা আঁচনিবোৰ কাৰ্য্যকৰী কৰোতে কিবা কেৰোণ লাগিছিল নাইবা আঁচনিবোৰ মূলতঃ ভুল। চৰকাৰে এতিয়া কব খোজে যে নিবনুৱাৰ সংখ্যা বৃদ্ধিৰ মূল কাৰণ হ'ল জনসংখ্যাৰ অতিপাত বৃদ্ধি; আৰু কব খোজে যে জন্ম নিয়ন্ত্ৰণৰ আঁচনি অসমত ঠিকমতে কাৰ্য্যকৰী হোৱা নাই। কিন্তু অলপ দ'কৈ গমি চালে দেখিব যে অসমৰ জনসংখ্যাৰ বৃদ্ধিৰ কাৰণে জন্মৰ হাৰ দায়ী নহয়। স্বাভাৱিক বৃদ্ধি অৰ্থাৎ জন্ম আৰু মৃত্যুৰ কাৰণে বৃদ্ধিৰ হাৰ ভাৰতৰ আইন ৰাজ্যৰ হাৰতকৈ অসমৰ বেচি নহয়। অসমত হাজাৰত ২২'৪ জন; পশ্চিম বঙ্গত ২২ ৪; পঞ্জাবত ২৩ ৮; ৰাজস্থানত ২১ ৩; কেৰেলাত ২২'৮; গুজৰাটত ২২ ২, মহাৰাষ্ট্ৰত ২২ ৪ ইত্যাদি। অসমত জনসংখ্যাৰ অতিপাত বৃদ্ধিৰ ঘাই কাৰণ হৈছে বহিৰাগতৰ প্ৰকোপ। বিশেষকৈ হিন্দু ভগনীয়া, পাকিস্থানী (বৰ্ত্তমানৰ বাংলাদেশ) অনুপ্ৰবেশ আৰু নতুনকৈ গঢ়ি উঠা উদ্যোগসমূহত আৰু ঠিকা আদি কামত বাহিৰৰ পৰা আমদানি কৰা শ্ৰমিকৰ পৰা। অসমৰ ডাঙৰ ডাঙৰ ঠিকাৰ কামবোৰ এতিয়াও বাহিৰৰ ঠিকাদাৰে পায় থাকে। আৰু সেই ঠিকাদাৰসকলে নিজৰ নিজৰ অঞ্চলৰ শ্ৰমিক লৈ আহে। বহুত অসমীয়া ঠিকাদাৰেও বাহিৰৰ পৰা শ্ৰমিক আনে—বিশেষকৈ মাটি কটা কামত আৰু ইটা তৈয়াৰ কৰা কামত। যদি বহিৰাগতৰ প্ৰবেশ বন্ধ কৰিব পৰা হ'ল হৈ আৰু আমাৰ অসমীয়া শ্ৰমিকসকলে মাটি কটা কাম হাতত ললেহেঁতেন তেনেহলে নিবনুৱাৰ সমস্যা আধা-আধি সমাধা হ'ল হৈ।

কৃষকৰ বেলিকা অসমত বৰ্ত্তমানে ৩ লাখ পৰিয়ালতকৈ বেছি পৰিয়ালৰ খেতিৰ মাটি একেবাৰেই নাই। চৰকাৰে চিলিং আইন

সংশোধন কৰি ৫০ বিঘাতকৈ ওপৰ থকা মাটি অধিগ্ৰহণ কৰি মাটিহীন লোকৰ মাজত বিতৰণ কৰাৰ দিহা কৰিছে। কিন্তু ৫০ বিঘাতকৈ ওপৰত থকা মাটিখিনি বৰ্ত্তমানে কোনোবাই খেতি কৰিছেনে পতিত আছে সেই কথা ভাবি চোৱা নাই। মাটি মালিকৰ পৰা কাটি আনিলেই সমস্যাৰ সমাধান নহয়। যদি খেতি কৰি থকা ৰায়ত সকলকেই মাটিৰ পট্টা দিয়ে তেনেহলে তেওঁলোকে ৰায়তী স্বত্বৰ পৰা মালিকী স্বত্ব পালে। কিন্তু মাটিহীনৰ মাটি নহল। দ্বিতীয়তঃ কোনো খেতিয়কে তেওঁৰ যৌথ পৰিয়ালৰ যোগে ৩/৪টা ল'ৰাৰ হতুৱাই খেতি কৰি যদি ৫০ বিঘাতকৈ বেছি মাটিত খেতি কৰিছে তেনেহলে তেওঁলোকৰ পৰা মাটি কাঢ়ি আনিলে আচল উদ্দেশ্যই সাৰ্থক নহব আৰু উৎপাদনো কমিব। চৰকাৰে বৰ্ত্তমানে যি মাটিৰ নিগমৰ আঁচনি হাতত লৈছে তাৰ ফলত মাটিৰ মালিকৰ অতিৰিক্ত মাটি কাটি আনিলে ৰায়তসকলৰ মালিকহে পৰিবৰ্ত্তন হ'ব। অৰ্থাৎ আগৰ মালিকৰ পৰিবৰ্ত্তে নিগমহে মালিক হ'ব। আৰু নিগম পৰিচালনা কৰা চৰকাৰী বিষয়া সকলে কিমান কৃতকাৰ্য্যতাৰে ৰায়তসকলক চলায় তাক কোৱা টান। কাৰ্য্যতঃ ৰায়তসকল কৃষি শ্ৰমিকতহে পৰিণত হ'ব যেন লাগে।

আমাৰ শিক্ষিত নিবনুৱাৰ সংখ্যা বৃদ্ধি দেখিলে আতঙ্কৰ সৃষ্টি হয়। আমি ওপৰত দিয়া চৰকাৰী হিচাপৰ নিবনুৱাৰ সংখ্যা কৰ্ম নিয়োগ কেন্দ্ৰত পঞ্জীভূত হোৱা সকলৰহে। সিও আকৌ সজীৱ পঞ্জীৰ (Live Register) হে, অৰ্থাৎ ৩ তিনি মাহৰ ভিতৰত নাম অন্তৰ্ভুক্ত নকৰিলে আগৰ নাম কটা যায়। এই সংখ্যা যে আচল নিবনুৱা সংখ্যাতকৈ বহু কম তাক শিক্ষিত নিবনুৱাৰ সংখ্যা অলপ আলোচ কৰিলেই দেখা পাব। কৰ্ম নিয়োগ কেন্দ্ৰৰ হিচাপমতে ১৯৭০ চনত শিক্ষিত নিবনুৱাৰ সংখ্যা আছিল—

স্নাতক— ৩,১০০ জন

মেট্ৰিকুলেট— ১২,৪২২ জন

ইঞ্জিনীয়াৰ—৫০০ৰ ওপৰ

কিন্তু ১৯৭০ চনত অকল গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰাই পাছ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হ'ল—

| | | |
|---|---|---|
| স্নাতকোত্তৰ—(M.A M.Sc. M Com) | | ৮৩৯ জন |
| ইঞ্জিনীয়াৰ | .... | ১০৬ জন |
| আইন— | .... | ১৫৭ জন |
| ডাক্তৰ - | .... | ৪৮ জন |
| স্নাতক --(B.A. B. Sc. B. Com.) | | ৪,৮৮৩ জন |
| পি ইউ— | .... | ৮,৬৪৪ জন |
| মেট্ৰিকুলেট আৰু উচ্চ মাধ্যমিক | | ৭০,০০০ জন |

ডিব্ৰুগড় বিশ্ববিদ্যালয়তো ইয়াৰ মোটামুটি আধা সংখ্যা হ'ব। ইয়াৰ দ্বাৰাই কৰ্ম নিয়োগ কেন্দ্ৰই দিয়া সংখ্যা যে অতি কম সি সুস্পষ্ট।

নিবনুৱা সমস্যা সমাধানৰ কাৰণে আমাৰ আৱশ্যক হৈছে—

বহিৰাগতৰ প্ৰবেশ বন্ধ।

উদ্যোগীকৰণ আৰু তাৰ দ্বাৰা নতুন কৰ্ম সংস্থানৰ দিহা।

পৰিবহন উন্নতি কৰাৰ কাৰণে ব্ৰডগজ ৰেলৱেৰ অসমত সম্প্ৰসাৰণ।

অসম চৰকাৰ, কেন্দ্ৰীয় চৰকাৰ, নিগম আৰু উদ্যোগবোৰত স্থানীয় লোকৰ নিয়োগ।

ইয়াকে নকৰিলে নিবনুৱা সমস্যা নিয়ন্ত্ৰণৰ বাহিৰ হৈ যাবৰ আশঙ্কা।

# গোৱালপাৰা জিলাৰ ভাষা, কৃষ্টি আৰু প্ৰশাসন

গোৱালপাৰা জিলাখন কেইবাবাৰো বংগদেশৰ লগত চামিল কৰাৰ চেষ্টা চলিছিল। কোঁচ ৰজা পৰীক্ষিতে লক্ষীনাৰায়ণক ৰণত ঘটুৱালে। লক্ষীনাৰায়ণে দিল্লীৰ সম্ৰাটৰ সহায় লৈ পৰীক্ষিতক ঘটুৱালে। পৰীক্ষিতৰ ভায়েকে আহোম ৰজাৰ আশ্ৰয় লোৱাত আহোম সৈন্যই মুছলমান সৈন্যক কৰতোৱা পাৰ কৰি খেদি দিলে। তেতিয়া কোঁচ ৰজাৰ সাৰ্বভৌমত্বৰ অন্ত পৰিল আৰু কোঁচ ৰাজ্যৰ এছোৱা আহোমৰ তললৈ আহি এছোৱা দিল্লীৰ সম্ৰাটৰ অধীন হ'ল। গোৱালপাৰা জিলাৰ গোৱালপাৰা, ধুবুৰী আৰু কৰৈবাৰী থানা দিল্লীৰ অধীনলৈ যোৱাত এই অঞ্চল ৰংপুৰ জিলাৰ লগত চামিল হ'ল। মোগল বাদছাহে ১৭৬৫ চনত বংগদেশৰ এক ভূখণ্ড ইষ্ট ইণ্ডিয়া কোম্পানিক দান কৰোতে এই ভূমিখণ্ডও তাৰে ভিতৰত সোমাল। ১৮২২ চনত ১০ নম্বৰ ৰেগুলেছন মতে এই থানা তিনিখন ৰংপুৰ জিলাৰ পৰা ফালি আনি উত্তৰ-পূব ৰংপুৰ নাম দি ছিভিল কমিছনাৰ ডেভিড স্কট চাহাবৰ শাসনাধীন কৰা হয়। পিছে ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিমতে ইংৰাজে অসম দখল কৰাত এই ডোখৰ ঠাই পুনৰ অসমৰ লগত চামিল হয় আৰু গোৱালপাৰা জিলা নামে অভিহিত হয়। ১৮৬৭ চনত এইখন জিলা পুবদুৱাৰ আৰু গাৰোপাহাৰৰ সৈতে কোঁচবেহাৰ কমিছনাৰৰ অধীনত দিয়া হয়। ১৮৭৪ চনত যেতিয়া অসমক এখন সুকীয়া প্ৰদেশ হিচাপে গঠন কৰি এজন চিফ কমিছনাৰৰ শাসনাধীন কৰা হ'ল, তেতিয়া গোৱালপাৰা জিলা কোঁচবেহাৰৰ পৰা কাটি আনি পুনৰ অসমৰ লগত চামিল কৰা হ'ল।

১৭৬৫ চনত মোগল বাদচাহে ইষ্টইণ্ডিয়া কোম্পানিক বংগদেশৰ ভূখণ্ড দান দিয়া দিন ধৰি ইংৰাজে কলিকতাত খুটি পুতি ৰাজ্য বঢ়াবলৈ আৰম্ভ কৰে আৰু ১৮২৬ চনত অসম দখল কৰি ইয়াক বংগদেশৰ অন্তৰ্ভুক্ত কৰি লয়। স্বাভাৱিকতে ইংৰাজে অসমৰ শাসনভাৰ হাতত লওঁতে বংগদেশৰ পৰা আমোলা-মহৰী আৰু বিষয়া লগত লৈ আহে আৰু বঙলা ভাষা প্ৰচাৰৰ সুযোগ দিয়ে। ইংৰাজ চৰকাৰে গোৱালপাৰাকে ধৰি সমগ্ৰ অসমতে ১৮৩৬ চনৰ পৰা চৰকাৰী অফিচ, আদালত আৰু স্কুলত অসমীয়া ভাষাৰ প্ৰচলন বন্ধ কৰি দি বঙলা ভাষা চলায়। বহু পুৰুষাৰ্থৰ ফলতহে অসমত পুনৰ অসমীয়া ভাষা চলাবলৈ অসমীয়াসকল সমৰ্থ হ'ল।

দ্বিতীয়তে, কোঁচ ৰজাৰ ৰাজ্য কন্দলৰ পাছত গোৱালপাৰা, ধুবুৰী আৰু কৰৈবাৰী থানা, অৰ্থাৎ বিজনী দুৱাৰ, চিদলি দুৱাৰ, ৰিপু দুৱাৰ, চিৰাং দুৱাৰ আৰু গুমা দুৱাৰৰ বাহিৰে বৰ্ত্তমানৰ গোৱালপাৰা জিলা মোগল সম্ৰাটৰ অধীনলৈ যায়। মোগল সম্ৰাটে এই ভূখণ্ডৰ শাসনভাৰ স্থানীয় প্ৰধানবোৰৰ হাততে এৰি দি তেওঁলোকৰ পৰা কৰ লৈছিল। বৃটিছৰ হাতলৈ এই ভূখণ্ড অহাত তেওঁলোকে এই কৰকে (Tribute) ৰাজহ হিচাপে স্থায়ীভাবে ধাৰ্য্য কৰে আৰু সেয়ে বংগদেশত প্ৰচলন কৰা চিৰস্থায়ী বন্দবস্তৰ (Permanent settlement) ৰূপ লালে। বিশেষকৈ এইবোৰ ঠাই বৃটিছে-অসম দোৱাৰ সময়ত চিৰস্থায়ী বন্দবস্তিৰ ৰংপুৰ জিলাৰ ভিতৰত থকাত ইয়াৰ জমিদাৰ (প্ৰধান) সকলেও বংগদেশৰ জমিদাৰসকলৰ লগত তেওঁলোকৰ ভাগ্য জাৰু দিলে। কাৰণ তাতেই তেওঁলোকে বেছি সুবিধা হ'ব বুলি দেখিলে আৰু বংগদেশৰ পৰা দেৱান, তহচিলদাৰ, নায়েব আদিক আমদানি কৰিলে। ফলত এওঁলোকৰ প্ৰতিপত্তি বাঢ়িল।

ওপৰত উল্লেখ কৰা চমু ইতিহাসৰ পৰা দেখা যায় যে আমা-

কৃষ্টিৰ ক্ষেত্ৰত গোৱালপাৰা জিলা অসমৰ বাকী কেইখন জিলাতকৈ (কাছাৰৰ বাদে) বেছি জঞ্জালৰ মাজেদি আহিছে। ১৭৬৫ চনত এচপৰা ক'লা মেঘে গোৱালপাৰা ঢাকি পেলায়। ১৮২৬ চনৰ পৰা সেই মেঘ বিয়পি গোটেই অসমকে গ্ৰাস কৰে। ১৮৭২ চনৰ পৰা ক্ৰমাৎ মেঘ আঁতৰি নিৰ্মল আকাশ ওলাবলৈ ধৰে। অসমখন ঢাকোতে যেনেকৈ ক'লামেঘ পশ্চিমৰ পৰা ক্ৰমান্বয়ে পূবলৈ আহিছিল, এবা দিবৰ সময়তো তেনেকৈ পূবৰ পৰা পশ্চিমলৈ যায়। উজনি অসমৰ কালে যেতিয়া বঙালী ভাষাৰ ঠাইত অসমীয়া ভাষাই পুনৰ মূৰ দাঙি উঠিল, নামনি অসমত তেতিয়াও বঙালী ভাষাৰ প্ৰভাৱ চলি আছিল। আজিৰ পৰা ৫০ বছৰ আগেয়েও তেজপুৰ গুৱাহাটী আদি ঠাইত বঙলা ভাষাৰ প্ৰভাৱ-প্ৰতিপত্তি যথেষ্ট আছিল। আমি বঙলা ভাষাত কথা কৈ সেই ভাষাটো জনা দেখুৱাব পাৰিলে গৰ্ব অনুভৱ কৰিছিলো। কিন্তু লাহে লাহে এইবোৰ আঁতৰ হ'ল। মই ১৯৩০ চনত ই. এ ছি হিচাপে ধুবুৰীতে প্ৰথম কামত সোমাওঁ। তেতিয়া ধুবুৰীখন এখন বঙালী চহৰ যেনহে লাগিছিল। বাটে-ঘাটে অতি কম ভাগৰহে অসমীয়া মাত-কথা শুনা গৈছিল। গাঁৱে-ভূয়েঁ অৱশ্যে স্থানীয় গোৱালপৰীয়া ভাষাহে মানুহে ব্যৱহাৰ কৰিছিল। জিলাৰ পূব অংশৰ ভাষাৰ বৰপেটাৰ কথিত ভাষাৰ লগত বহু মিল আছিল। গৌৰীপুৰৰ ঘুলুনা পৰগনাৰ ভাষাটো দৃষ্টান্তস্বৰূপ গোৱালপৰীয়া ভাষা বুলিব পৰি। কিন্তু এই ভাষাটোকো বিখ্যাত ভাষাবিদ পণ্ডিত ছাৰ গ্ৰিয়াৰছনে অসমীয়া ভাষা বুলি অভিহিত কৰিছে।

ৰেল ষ্টেছনৰ কৰ্মচাৰীসকলৰ শতকৰা নবৈ জনেই বঙালী বা বিহাৰী আছিল। (অকল গোৱালপাৰা জিলাতেই নহয়, সমগ্ৰ অসমতে এই অৱস্থা আছিল বুলিব পাৰি।) চহৰৰ উকীল, আমোলা, বঙালী ভাষাপন্ন জমিদাৰসকল আৰু ৰেল কৰ্মচাৰী সকলৰ দ্বাৰা প্ৰভাৱান্বিত হৈ গাওঁৰ সৰ্বসাধাৰণে উচ্চ

বিষয় বা বাহিৰৰ পৰা অহা গণ্য-মান্য মানুহৰ লগত বঙলাতে কথা পাতিবৰ চেষ্টা কৰিছিল। স্বৰ্গীয় আনন্দ চন্দ্ৰ আগৰৱালাই আমাক কৈছিল যে তেখেত ধুবুৰীত এছ. পি. হৈ থকা কালত মফচললৈ গলে গাঁৱৰ মানুহে ভঙা-ভঙা বঙলা ভাষাত কথা পাতিছিল। তেখেতে অসমীয়াত কিয় কথা নাপাতে বুলি সোধাত তেওঁলোকে বোলে উত্তৰ দিছিল—ভাল মানুহৰ আগত কেনেকৈ অসভ্য ভাষাত কথা কব! অৰ্থাৎ তেওঁলোকৰ মগজত এনে এটা ভাব সুমুৱাই দিয়া হৈছিল যে অসমীয়া ভাষাটো এটা অসভ্য ভাষা আৰু ভাল মানুহৰ লগত তেনে ভাষাকে কথা পাতিব নাপায়।

---

**কিছুমান লোকে বৃহত্তৰ বাংলাৰ সপোন দেখি সমগ্ৰ অসমকে বংগদেশৰ অন্তৰ্ভুক্ত কৰাৰ চেষ্টা কৰিছিল ( আৰু এতিয়াও কৰি আছে )। তাত কৃতকাৰ্য্য হ'ব নোৱাৰি তেওঁলোকে ৰাজ্য পুনৰ্গঠন আয়োগৰ ওচৰত গোৱালপাৰা জিলাখন কাটি নি বংগদেশৰ লগত চামিল কৰিবলৈ আবেদন কৰে আৰু তাতো নিষ্ফল হ'ল।**

---

দেশ স্বাধীন হোৱাৰ লগে লগে ভাষা আদিৰ ক্ষেত্ৰতো মানুহৰ অন্তৰত হেঁচা খাই থকা স্বাধীনতাৰ ভাব জাগি উঠিল। আমি ইয়াৰ চাক্ষুষ প্ৰমাণ পালো। ১৯৪৮ চনত যেতিয়া গোৱালপাৰা জিলাৰ উপায়ুক্ত হিচাপে ধুবুৰীলৈ তেতিয়া দ্বিতীয়বাৰ যাওঁ। আগেয়ে কৈ আহিছো যে গোৱালপাৰা মহকুমাত বৰপেটাৰ মাত-কথায়েই অলপ উনৈশ-বিশ ৰূপত চলিছিল। তাৰ কৃষ্টিও সেইদৰে অসমীয়া আছিল। মই ১৯৩২-৩৩ চনত তাত চিনিয়ৰ ই. এ. ছি. হিচাপে থকা কালত মাঘৰ দোমাহিৰ সময়ত মানুহে বাদ্যযন্ত্ৰ বজাই গা-পা ধুই ভোৰতাল লৈ বাটে-বাটে নাম গাই-গাই কীৰ্ত্তন কৰিলৈ গৈছিল ( গোৱালপাৰা মহকুমাত গাৱে-গাৱে কীৰ্ত্তন

ঘৰ আছিল)। কিন্তু ধুবুৰী মহকুমাত প্ৰায়ে বঙালী সংকীৰ্ত্তনহে চলিছিল। ছত্ৰশাল আদিৰ দৰে কোনো কোনো ঠাইত নাম-কীৰ্ত্তনৰ প্ৰচলন থাকিলেও তাৰ ভকতসকলে বঙালীসকলৰ ঠাট্টা বিদ্ৰূপৰ ভয়ত মনে মনে কীৰ্ত্তনঘৰৰ ভিতৰতে নাম কীৰ্ত্তন কৰিছিল। স্বাধীনতাৰ লগে লগে এইবোৰৰ বহু পৰিবৰ্ত্তন ঘটিল। মৃতপ্ৰায় অৱস্থাত থকা নামকীৰ্ত্তন ধুবুৰী মহকুমাটো প্ৰকাশ পালে আৰু স্থানীয় লোকসকলে নিজক অসমীয়া বুলি চিনাকি দিয়াত কুণ্ঠাবোধ নকৰা হ'ল। ১৯৪৮ চনৰ পৰা ১৯৫২ চনলৈ তাত উপায়ুক্ত হৈ থকা কালছোৱাত আমি এই লোক জাগৰণত যিমান পাৰো সহায় কৰিছিলো। নৃত্যগীতত পাৰ্গত স্বৰ্গীয় জীৱেশ্বৰ গোস্বামী সেই সময়ত ধুবুৰীত যোগান বিভাগৰ বিষয়া আছিল। তেখেতৰ উৎসাহত অসমীয়া নাম-কীৰ্ত্তন পুনৰ সজীৱ হৈ উঠিল। এই প্ৰসংগতে এটা ঘটনাৰ উল্লেখ কৰো। সেই সময়ৰ মুখ্যমন্ত্ৰী স্বৰ্গীয় বিষ্ণুৰাম মেধি এবাৰ ধুবুৰীলৈ যাওঁতে পাকিস্থানৰ সীমাত অৱস্থিত ছত্ৰশাললৈ (সত্ৰশাল) গৈছিল। ৰামৰায়ৰ কুটিৰেই এই ছত্ৰশাল। গৌৰীপুৰৰ ৰজাই তাত প্ৰতিষ্ঠিত সত্ৰৰ ৰক্ষণা-বেক্ষণৰ উদ্দেশ্যে দেবোত্তৰ কৰি দিয়া মাটিৰ আয়ৰ পৰা সত্ৰৰ যাবতীয় খৰছপাতি চলিছিল। মেধি ডাঙৰীয়াৰ সম্মানাৰ্থে পতা ৰাজহুৱা সভাত আমি সত্ৰৰ ভকত সকলৰ দ্বাৰা নাম-কীৰ্ত্তনৰ ব্যৱস্থা কৰাইছিলো। তেখেতে আচৰিত হৈ আমাক সুধিছিল যে ইমান কম সময়ৰ ভিতৰতে (অৰ্থাৎ মই ধুবুৰীলৈ উপায়ুক্ত হৈ যোৱাৰ পাছতেই) কেনেকৈ তেওঁলোকক এইদৰে নাম ধৰিবলৈ শিকালো। আমাৰ পৰাহে তেখেতে জানিলে যে অসমৰ অইন-অইন সত্ৰত থকাৰ দৰে ছত্ৰশালতো ভকত আছিল আৰু তেওঁলোকে সদায় নাম-কীৰ্ত্তন কৰিছিল। কিন্তু বঙালী সকলৰ ঠাট্টা-বিদ্ৰূপৰ ভয়তহে বাহিৰৰ সমাজৰ আগত তোৰতাল লৈ নাম ধৰিবলৈ সাহ নকৰিছিল। আমাৰ পৰা উৎসাহ উদগনি পাই তেওঁলোক

এতিয়া সমাজৰ আগত নাম ধৰিবলৈ আগবাঢ়ি আহিছে।

ইয়াৰ কিছুদিনৰ পাছত গৌৰীপুৰৰ দ্বিতীয় ৰাজকুমাৰ শ্ৰীপ্ৰকৃতীশ বৰুৱাৰ (লালজী বুলি জনাজাত) মুখে শুনিলো যে ৰাজবাৰীৰ ভিতৰ মহলত স্থানীয় ভদ্ৰমহিলা সকলে সদায় গধূলি কীৰ্ত্তন-ঘোষা, নামঘোষাৰ পদ গাই অসমীয়া নামৰ সুৰত নাম ধৰে। আৰু সপ্তাহত দুদিন মতা মানুহে ভোৰতাল লৈ নাম ধৰে। ইয়াৰ শুৰিতে আছিল গৌৰীপুৰৰ ৰাণী (লালজীৰ মাতৃ)।

---

**মহামায়াৰ থানত বহাগৰ দোমাহিত কেইবাশও পঠা বলি দিয়া হয়। এই থানৰ এটা গুৰুত্বপূৰ্ণ কথা হ'ল—মন্দিৰৰ বাৰান্দা পৰ্য্যন্ত মুছলমানসকল যায় আৰু তেওঁলোকে নৈবেদ্যও আগবঢ়ায়।**

---

তেখেত আছিল কনগোমাৰ জীয়াৰী আৰু ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাই বিয়া কৰাই অনাৰ পাছতো তেখেতে ভিতৰ মহলত থাপনা পাতি আইসকলৰ দ্বাৰা নিয়মিত ভাৱে নাম-কীৰ্ত্তন গোৱাইছিল আৰু তেখেতৰ উদগনিতে মতা মানুহেও নাম ধৰিছিল (যদিও প্ৰকাশ্যভাৱে বাহিৰত নহয়)। এদিন লালজীৰ লগত গৈ নিজে এই নাম-কীৰ্ত্তন শুনি আহিলো। তাৰ পাছত এটা তিথি পালন উপলক্ষে ধুবুৰী চহৰৰ মাজমজিয়াতে গৌৰীপুৰৰ নামগোৱা আই সকলক মাতি আনি ৰাজহুৱাভাৱে নাম ধৰিলো। লালজীৰ পেহীয়েকেও সেই আইসকলৰ মাজত থাকি নাম গোৱাত বঙালী সকলৰ মাজত এটা চাঞ্চল্যৰ সৃষ্টি হৈছিল। এইবোৰ কথাৰ পৰা এইটোৱেই প্ৰমাণ হয় যে কিছুমান আবৰ্জনা পৰি মণি-মুকুতা ঢাক খাই থকাৰ বাবে গোৱালপাৰাৰ পশ্চিম অঞ্চলত অসমীয়া ভাষা-কৃষ্টি আদি ঢাক খাই আছিল। এই আবৰ্জনাবোৰ গুচাই দিয়াত তাৰ মণি-মুকুতা ওলাই পৰিল।

ভাষাৰ ক্ষেত্ৰত আমি আগেয়ে কৈ আহিছো যে স্থানীয়

লোকসকলে গোৱালপাৰীয়া ভাষা ব্যৱহাৰ কৰিবলৈ ধৰিলে আৰু বাহিৰৰ লোকৰ লগত কথা হওঁতে বঙলাৰ পৰিৱৰ্তে অসমীয়া ভাষা ব্যৱহাৰ কৰিবলৈ ধৰিলে। তেওঁলোকে যেতিয়া বুজিলে যে চৰকাৰী চাকৰি আদিৰ কাৰণে অসমীয়া ভাষা একান্ত প্ৰয়োজন, তেতিয়া তেওঁলোকে ল'ৰা-ছোৱালীকো অসমীয়া শিকোৱাৰ ব্যৱস্থা কৰিলে। ইয়াত কিছুমান স্থানীয় লোকে দুৰ্ঘোৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। বঙালীলোকসকল হ'ল বংগদেশৰ পৰা জীৱিকাৰ কাৰণে আহি চহৰ আৰু কাৰবাৰৰ সুবিধাৰ ঠাইত বহা লোক আৰু জমিদাৰৰ দেৱান সকলে বংগদেশৰ পৰা ( নিজৰ অওঁহী-বওঁহী ) আনি বহুউৱা লোক। এইসকলে গোৱালপাৰা জিলাখন, অন্ততঃ জিলাৰ পশ্চিম অংশ বংগদেশৰ লগত চামিল কৰাৰ কাৰণে উঠি-পৰি লাগিছিল। তেওঁলোকে কুৰি শতাব্দীৰ আৰম্ভণিতে বা যোৱা শতাব্দীতে আহি অসমত স্থায়ীভাৱে বসতি কৰা মুছলমান সকলকো তেওঁলোকৰ লগত সাঙোৰ খুৱাবলৈ আহো-পুৰুষাৰ্থ কৰিছিল। কিন্তু মুছলমানসকলৰ পশ্চিম বংগ বা পূব পাকিস্তানত অন্তৰ্ভুক্ত হোৱাত ঘোৰ আপত্তি। তেওঁলোকে বৰপেটা, নগাঁও, মঙলদৈ আদিত পূৰ্ববংগৰ পৰা আহি অসমীয়া ভাষা-কৃষ্টি গ্ৰহণ কৰি স্থানীয় লোকৰ লগত মিলি যোৱা মুছলমান সকলৰ দৰে অসমীয়া লোকৰ লগত মিলি যাব বুলি তেওঁলোকৰ ল'ৰা-ছোৱালীৰ কাৰণে অসমীয়া স্কুল দাবী কৰিলে। সেই সময়ত ধুবুৰী মহকুমাত লোকেল ব'ৰ্ড আৰু ব'ৰ্ডৰ কাৰ্য্য চৰকাৰে চলাবলৈ লৈছিল আৰু উপায়ুক্তৰ তত্ত্বাৱধানত স্বৰ্গীয় দীননাথ শৰ্মা এছ. ডি. ছিক কাৰ্য্য নিৰ্বাহকৰ পদত নিযুক্তি দিছিল। শ্ৰীহৰি প্ৰসাদ তামুলীফুকন আৰু তেখেতৰ পাছত শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য স্কুলসমূহৰ পৰিদৰ্শক আছিল। আমি নিৰ্দেশ দিলো যে যিবিলাক ঠাইৰ পৰা অসমীয়া মাধ্যমেৰে শিক্ষাদানৰ দাবী আহিছিল সেইবোৰ ঠাইৰ স্কুলৰ ছাত্ৰছাত্ৰীৰ অভিভাৱক সকলৰ শতকৰা ৮০ জন

বা ভত্তাধিকে লিখিতভাৱে আবেদন কৰিলে তাত অসমীয়া লিখাব। এই কথাক লৈ কিছুমান বঙালীলোকে বৰ হৈ-চৈ কৰিছিল আৰু আমি জোৰ-জবৰদস্তি কৰি বঙালী মানুহক অসমীয়াত পঢ়িবলৈ বাধ্য কৰা বুলি আমাক দোষাৰোপ কৰিছিল। কিন্তু প্ৰকৃত কথা ওপৰত কোৱাৰ দৰেহে আছিল। ১৯৫১ চনৰ লোকগণনাত এইসকল লোকে সেইলোকৰ মাতৃভাষা অসমীয়া বুলি গণনাকাৰীৰ হতুৱাই লিখাইছিল। আগেয়ে কৈ আহিছো যে গোৱালপাৰা জিলাৰ সীমান্তৰ ভাষাও অসমীয়া বুলি ছাৰ গ্ৰিয়াৰ্ছনে উল্লেখ কৰি গৈছে। সেইকাৰণে ইমান দিনে ভুলকৈ দেখুওৱা বঙালীৰ ঠাইত অসমীয়া বুলি লিখাত আগৰ ভুলৰ শুধৰণিহে হ'ল। আগৰ লোকগণনাবোৰত যে মাতৃভাষা ভুলকৈ দেখুওৱা হৈছিল তাৰ প্ৰমাণ ছেনছাছ চুপাৰিণ্টেণ্ডেণ্টসকলৰ ৰিপ'ৰ্টবোৰত স্পষ্টভাৱে আছে। আনকি গণনাকাৰীয়ে 'অসমীয়া' বুলি লিখি অনাৰ পাছতো অফিচত বিষয়াই সেইবোৰ কাটি 'বঙালী' বুলি লিখিছিল। উদাহৰণ স্বৰূপে ১৯১১ চনৰ লোকগণনাত মিঃ জে. মেকচুইনিয়ে এইদৰে লিখিছে :

"যোৱা বাৰকালি কৰা স্থানীয় তদন্তৰ পৰা দেখা গ'ল যে ১৯০১ চনৰ তপছিলত অন্ততঃ ধুবুৰী মহকুমাৰ পূবলৈ থকা হিন্দু-মুছলমান ভাষাক বঙালী মিহলি অসমীয়া বুলি দেখুওৱা হৈছিল। কিন্তু তালিকাত এই ভাষাটোক বঙালীৰ ভিতৰত ধৰা হয় যদিও ছাৰ গ্ৰিয়াৰ্ছনৰ মতে ই অসমীয়াহে।"

"মোৰ অনুৰোধত অসম উপত্যকাৰ কমিছনাৰ যোৱা বাৰকালি তপছিলবোৰৰ চৰজমিন তদন্ত কৰিবলৈ মান্তি হয়। স্থানীয় লোকসকলৰ মাজত এই বিষয়ে আলোড়নৰ সৃষ্টি হৈছিল আৰু জিলাৰ ছেনছাছ অফিচাৰ আৰু কেইজনমান চাৰ্জ চুপাৰিণ্টেণ্ডেণ্টৰ আলেখত ইয়াৰ পূৰ্বতে লেখা 'অসমীয়া' শব্দটো কাটি 'বঙালী' কৰা হৈছিল সেই কথা ওলাই পৰিল।"

চৰজমিন তদন্তৰ ফলত অসমীয়াৰ সংখ্যা ৩০,৬০৭ বাঢ়ে আৰু বঙালীৰ সংখ্যা সিমান কমে। ১৯৫১ চনৰ লোকগণনাত যাতে এনেকুৱা ভুল নহয় তাৰ কাৰণে যথেষ্ট তৎপৰতা অবলম্বন কৰা হৈছিল ; আৰু ফলত অসমীয়াৰ আচল সংখ্যা নহলেও বহুখিনি শুদ্ধ সংখ্যা পোৱা হৈছিল।

১৯৫০ চনত জিলাখনত ব্যাপকভাৱে হিন্দু-মুছলমানৰ সংঘৰ্ষ হয়। সেই বছৰ জানুৱাৰী মাহত অবাঞ্চনীয় পমুৱা বহিষ্কৰণ (Expulsion of undesirable immigrants) আইন পাছ হয়। লগে লগে বৃহত্তৰ বাংলাৰ সপোন দেখা কিছুমান লোকে এই আইনৰ সুযোগ লৈ মুছলমানসকলক খেদি পূব পাকিস্থানৰ পৰা হিন্দু শৰণাৰ্থী আনি সেই ঠাই পূৰণ কৰাৰ আঁচনি হাতত ললে। স্থানীয় জনজাতি আৰু অজনজাতি অসমীয়াৰো সৰহ ভাগে তেওঁলোকৰ লগত হাত মিলালে। ৰাইজৰ মনত এনে এটা ভাব জগাই তোলা হ'ল যে ৰাইজেই অবাঞ্চনীয় পমুৱাসকলক বাচি লৈ বহিষ্কাৰ কৰিব পাৰিব। ইতিমধ্যে পূব পাকিস্থানৰ পৰা হিন্দু শৰণাৰ্থীৰ সোঁত ব'বলৈ আৰম্ভ কৰিছিল আৰু ক্ৰমাৎ এই সোঁত প্ৰবল হৈ উঠিল। তেওঁলোকে পাকিস্থানত হিন্দুৰ ওপৰত অসহনীয় অত্যাচাৰ-উৎপীড়ণ চলিছে বুলি অতি ভয়াবহ বাতৰি প্ৰচাৰ কৰিবলৈ ধৰিলে। এনেকুৱা বাতৰিয়ে হিন্দু ৰাইজৰ মাজত ভয়ানক আলোড়নৰ সৃষ্টি কৰিলে। ইফালে পাকিস্থানৰ পৰা মুছলমান অহাটোও বন্ধ হোৱা নাছিল। এই শতাব্দীৰ আৰম্ভনিৰে পৰা জনাকীৰ্ণ পাকিস্থানৰ (আগৰ পূৰ্ববংগ) পৰা মাটি বিচাৰি মুছলমান খেতিয়কসকল আহিবলৈ ধৰে। ছাৰ ছাদুল্লা চৰকাৰে অধিক শস্য উৎপাদনৰ নামত এই আগমণত বাধা নিদি উৎসাহ দিছিল আৰু প্ৰবল জনস্ৰোতৰ ফলত অসমত মুছলমান লোকৰ সংখ্যা বাঢ়িছিল। গোৱালপাৰা জিলাত ১৯০১ চনৰ পৰা ১৯৫১ চনলৈ জনসংখ্যাৰ বৃদ্ধি এনে ধৰণৰ :

| | ১৯০১ চনত | ১৯৫১ চনত |
|---|---|---|
| হিন্দু— | ২,০৩,০০০ | ৩,৭৮,০০০ |
| মুছলমান— | ১,২৮,০০০ | ৫,০৯,০০০ |
| জনজাতি— | ১,২৫,০০০ | ২.৪০,০০০ |

নতুনকৈ অহা মুছলমানসকল ট্ৰাইবেল বেল্ট, ব্লক আৰু বিজাৰ্ভৰ মাটিতো বেদখল কৰি বহিছিল। এইবোৰ কাৰণত স্থানীয় বাইজে পমুৱা মুছলমান বহিষ্কৰণত অসমীয়া মুছলমানক স্পৰ্শ কৰা হোৱা নাছিল। প্ৰথমে কিছুমান ডেকাই দল বান্ধি ৰেল ষ্টেছনলৈ গৈ বাহিৰৰ পৰা অহা মুছলমান যাত্ৰীসকলক ৰেলৰ পৰা নমাই দি অসমৰ বাহিৰলৈ যোৱা পাছৰ ৰেলত তুলি দিছিল। ইয়াৰ পাছত তেওঁলোকে গাঁৱত থকা মুছলমানসকলকো এইদৰে ৰেলত তুলি দি অসমৰ বাহিৰ কৰিবলৈ ধৰিলে। লাহে লাহে শ শ জনজাতি আৰু অজনজাতি লোকে দলবান্ধি মুছলমান গাঁও আক্ৰমণ কৰিবলৈ ধৰিলে। মুছলমানসকলে ৰেল পথ, জল পথ আৰু স্থলপথেৰে পলাবলৈ আৰম্ভ কৰিলে। ফেব্ৰুৱাৰীৰ মাজ ভাগৰ পৰা এই সাম্প্ৰদায়িক সংঘৰ্ষ আৰম্ভ হ'ল। ঘটনাৰ সূত্ৰপাতৰ লগে লগে আমি এছ. পিৰ লগত ঘটনাস্থলীলৈ গৈ স্থানীয় নেতৃবৃন্দৰ লগত ৰাজহুৱা সভা পাতি শান্তি সমিতি পাতিবলৈ ধৰো আৰু পুলিচ পহৰাৰ ব্যৱস্থা কৰো। ইফালে পাকিস্থানৰ পৰা অহা হিন্দু ভগনীয়াসকলে যাতে যথে-মধে গৈ গাঁৱে-ভূঁয়ে পাকিস্থানৰ ঘটা-নঘটা, সঁচা-মিছা কথাবোৰ অতিৰঞ্জিত কৰি প্ৰচাৰ কৰি অশান্তিত ইন্ধন যোগাব নোৱাৰে তাৰ কাৰণে ধুবুৰী চহৰ আৰু অইন অইন ঠাইত শৰণাৰ্থীৰ শিবিৰ পাতি তেওঁলোকক তাতে ৰাখি পাছত সুপৰিকল্পিতভাৱে বছউৱাৰ আঁচনি কৰো। কিন্তু স্থানীয় বঙালী লোকৰ দ্বাৰা গঠিত শৰণাৰ্থী সংঘই (Refugee Association) এই কামত বাধা জন্মাই পাকিস্থানৰ পৰা অহা লোকসকলক গাঁৱলৈ পঠিয়াই দি মুছলমানসকলে এৰি থৈ যোৱা

বস্তিত বজ্ৰাবলৈ ধৰে। তাৰ ফলত ধুবুৰী মহকুমাৰ ইমূৰৰপৰা সিমূৰলৈ অশান্তি বিয়পি পৰিল। কলিকতাৰ পৰা বাতৰি কাকতবোৰে প্ৰচাৰ কৰা সঁচা-মিছা বা অতিৰঞ্জিত ঘটনাবোৰে সাম্প্ৰদায়িক অশান্তিৰ ইন্ধন যোগাবলৈ ধৰিলে। অসংখ্য ঘৰ-দুৱাৰ আৰু ভৰালৰ ধান ভস্মীভূত হ'ল। স্থানীয় পুলিচেই যথেষ্ট নহয় কাৰণে কুমায়ুন ৰেজিমেণ্টৰ মিলিটেৰিৰ সহায় লোৱা হ'ল। আই. জি. পি. স্বৰ্গীয় কুমুদ ৰঞ্জন চৌধুৰী মুখ্যমন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈ, ৰাজ্যপাল স্বৰ্গীয় প্ৰকাশজীয়ে কেইবাৰো উপদ্ৰুত অঞ্চল পৰিদৰ্শন কৰিলে। আমি এছ. পি শ্ৰীনৰেন্দ্ৰ নাথ বৰশইকীয়া আৰু এম. এল. এ ( পাছত মুখ্যমন্ত্ৰী ) শ্ৰীশৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াৰ লগত দিনে-ৰাতিয়ে সমগ্ৰ উপদ্ৰুত অঞ্চল ঘূৰি-ফুৰি শান্তি সম্প্ৰীতি ঘূৰাই অনাৰ বাবে আপ্ৰাণ চেষ্টা কৰিলো। অৱশেষত এমাহমানৰ মূৰত ধুবুৰী মহকুমালৈ শান্তি আহিল। উল্লেখযোগ্য যে যদিও দেৰ লাখমান হিন্দু ভগনীয়া পাকিস্থানৰ পৰা ভাগি আহিছিল আৰু প্ৰায় একলাখ পঁচিছ হাজাৰ মান মুছলমান নিজৰ ঘৰ-দুৱাৰ এৰি পলাই গৈছিল, তথাপি সংঘৰ্ষত নিহতৰ সংখ্যা ধুবুৰী মহকুমাত মাত্ৰ ১১ জনহে আছিল। অৱশ্যে নষ্ট হোৱা সম্পত্তিৰ মূল্য পঞ্চাছ লাখতকৈও বেছি আছিল। শৰণাৰ্থীৰ বহুতো পাকিস্থানলৈ ঘূৰি গ'ল।

ধুবুৰী মহকুমালৈ শান্তি আহিল, কিন্তু বৰপেটা মহকুমাৰ কিছুমান পমুৱা মুছলমানে প্ৰতিশোধ লোৱাৰ মনেৰে গোৱালপাৰা মহকুমাৰ কিছুমান গাঁও আক্ৰমণ কৰে আৰু পুলিচে কেইবা ঠাইতো গুলী চলাব লগা হয়। শ্ৰীকমল চন্দ্ৰ দত্ত তাত মহকুমা পুলিচ বিষয়া আছিল। তাত হোৱা সংঘৰ্ষৰ ফলত ২০ জনমান আৰু পুলিচৰ গুলীত ৮ জন নিহত হয়। পুলিচৰ তৎপৰতাত কেইদিনমানৰ ভিতৰতে পৰিস্থিতি আয়ত্তাধীন হয় আৰু শান্তি ঘূৰি আহে। কিন্তু শান্তি ঘূৰাই অনাৰ মূলতে আছিল স্বৰ্গীয়

কাষলৈ ভাওৰীয়া আৰু পাছত স্বৰ্গীয় মৌথি ভাওৰীয়া। তেতিয়াকালে স্থানীয় কংগ্ৰেছ নেতৃবৃন্দক আৰু সৰ্বসাধাৰণ মাইজক অৱাঙালীয় মনুবা বহিষ্কাৰ আইনৰ তাৎপৰ্য্য বুজাই দি, অৱাঙালীয় লোকসকলৰ লিষ্ট চৰকাৰক দাখিল কৰিলে অথবা তেওঁলোকৰ বহিষ্কৰণৰ (জনভৰ পাছত) দায়িত্ব লব বুলি কোৱাত কঠিন শান্তি হয়। স্বৰ্গীয় ৰমণী বোসৰ নেতৃত্বত গঠিত হোৱা কমিটিটোৱে এইছিৰেহলে মুছলমান বহিষ্কৰণ বন্ধ কৰাত অনাগ্ৰহ প্ৰকাশ কৰি পাকিস্তানে প্ৰতিবন্ধক জন্মাইছিল।

বহিষ্কৰণৰ আতিশয্য আৰু ব্যাপকতাৰ আভাস দিবৰ কাৰণে দুটামান ঘটনাৰ উল্লেখ কৰো। ১।৩।৫০ তাৰিখে বাল্লিমুহ মই কফিৰাগ্ৰামলৈ যাওঁ আৰু এছ. পি. বৰুৱাইকোৱা আই. জি. পিক আগবঢ়াই আনিবলৈ যোগীঘোপালৈ যায়। কফিৰাগ্ৰামলৈ গৈ দেখো,—কেইবাহাজাৰো সশস্ত্র মানুহ ৰেল লাইনৰ দক্ষিণে থকা মুছলমান গাঁওখন আক্ৰমণ কৰিবলৈ উদ্যত হৈ আছে। ছাৰ্কল ইনস্পেক্টৰে ডি. ছি অহালৈ বাট চাবলৈ কৈ মানুহবোৰক কোনোৰকমে বুজাই ৰাখিছে। মোৰ লগত থকা দুজন আৰু তাত থকা বাৰজন সশস্ত্র কনষ্টেবল লৈ ইমান ডাঙৰ সশস্ত্র জনতাৰ সন্মুখীন হবলৈ পুলিচে সংকোচ বোধ কৰিছিল। কিন্তু আমাৰ সন্মুখতে সংঘৰ্ষ হবলৈ দি আমি নিঃসহায় দৰ্শক হৈ থাকিব নোৱাৰো। সেই কাৰণে ১৮ জন কনষ্টেবল আৰু দুজন ইনস্পেক্টৰ লগত লৈ মই আগবাঢ়ি গৈ জনতাৰ সন্মুখীন হলো। দুয়ো পক্ষই ৰণধ্বনি দি হুলস্থুল লগাই আছিল। বেআইনী জমাৰ পৰা বিৰত নহলে গুলী চলোৱা হ'ব বুলি কেইবাবাৰো সাৱধান-বাণী শুনোৱাৰ পাছত জনতাই অস্ত্ৰ-শস্ত্র পেলাই আত্মসমৰ্পণ কৰিলে। তেওঁলোকে পেলাই দিয়া অস্ত্ৰৰ ভিতৰত আছিল দা, কুঠাৰ, লাঠি, জাঠি, ধনু-কাঁড়, জোং ইত্যাদি। সেইবোৰ গোটোৱাত তিনিখন ট্ৰাক ভৰ্তি হ'ল। মানুহবিলাকক গাঁও হিচাপে তাগ

জ্বলাগ হৈ বহিৰলৈ দিয়াত দেখা গ'ল—তাত ৫২ খন গাঁৱৰ মানুহ আছে। তেওঁলোকৰ মাজৰ ৯০ জন নেতাক গ্রেপ্তাৰ কৰি বাকীবিলাকক এৰি দিয়া হ'ল। এনেতে খবৰ পালো কোকোৰাঝাৰৰ ওচৰত মুছলমান লোকৰ ঘৰত হেনো জুই লগোৱা হৈছে। পুলিচ লগত লৈ তালৈ গৈ কিছুমান মানুহক ঘৰ জ্বলাই থকা অৱস্থাত পাওঁ। আমাক দেখি মানুহবোৰে ছত্রভংগ দিলে। দুজন লোকক নিহত অৱস্থাত পাওঁ। পলাই যাব নোৱাৰা কেইজনমান দুর্বৃত্তক গ্রেপ্তাৰ কৰা হয়। সিদিনাই গোসাঁইগাঁও অঞ্চলতো ৩০ জনক গ্রেপ্তাৰ কৰা হয়। ইমানবোৰ হিন্দু মানুহক গ্রেপ্তাৰ কৰাত ধুবুৰী চহৰত চাঞ্চল্যৰ সৃষ্টি হৈছিল আৰু মই দোষৰ ভাগী হৈছিলো।

২৬।২।৫০ তাৰিখে মই এছ. পিক লগত লৈ বাসুগাঁৱৰ ফালে গৈ আছিলো। চাপৰ পাওঁতে ওচৰৰ চৈবাৰী চাহ বাগিছাৰ মেনেজাৰে আহি খবৰ দিলে যে শিশু ৰাজবংশী বুলি এজন লোকৰ নেতৃত্বত স্থানীয় মানুহবোৰ উত্তৰ ফালৰ পৰা ল'ৰা-ছোৱালী লৈ ভাগি অহা প্রায় দহ হাজাৰ মুছলমানে আশ্রয় লৈ থকা গাঁৱৰ মুকলি পথাৰ আক্রমণ কৰিবলৈ উদ্যত হৈছে আৰু তুমুল সংঘর্ষ আসন্নপ্রায়। আমাৰ লগত কোনো ৰক্ষী নাছিল যদিও পৰিস্থিতিৰ গুৰুত্ব উপলব্ধি কৰি আমি তেতিয়াই মেনেজাৰে লৈ অহা লৰিতে উঠি সেই ঠাইলৈ গলো। আমাৰ লগত এম. এল. এ শ্রীশৰৎ চন্দ্র সিংহও ওলাল। গৈ দেখো, দুটা দলে মাত্র ৫০ গজমান ব্যৱধানত সংঘর্ষৰ কাৰণে সাজু হৈ ৰণধ্বনি দিব লাগিছে। আমাৰ লৰি দুয়ো দলৰ মাজতে ৰাখি তেওঁলোকৰ অভিযোগ বিচাৰ কৰিম বুলি বুজাই প্রত্যেক পক্ষৰ ৩ জনকৈ মুখিয়ালক আমাৰ লগত লৈ চৈবাৰী বাগিছাৰ অফিচ মুখে আহিলো। বাটতে বাসুগাঁৱৰ পৰা অহা সশস্ত্র পুলিচ দল পাই শিশু ৰাজবংশীক গ্রেপ্তাৰ কৰি এটা শান্তি সমিতি গঠন কৰি আসন্ন সংঘর্ষ বন্ধ কৰা হ'ল।

২।৩।৫০ তাৰিখে মুখ্যমন্ত্ৰী বৰদলৈ ডাঙৰীয়াই আই. জি. পি আৰু আমাক লৈ উপদ্ৰুত অঞ্চল কিছুমান চাই শদুলি বিলাসী-পাৰাত স্থানীয় নেতৃবৃন্দৰ লগত আলোচনা কৰি আছিল। এনেতে ওচৰতে জুই লগা দেখি আই. জি. পি পুলিচ লৈ সেইফালে দৌৰিল। লগে লগে তাৰ বিপৰীত ফালে জুই দেখা গ'ল। এইদৰে মুখ্যমন্ত্ৰী আৰু পুলিচৰ মুৰব্বীৰ সন্মুখতে মানুহবোৰে কেইবা ঠাইতো ঘৰ জ্বলাই দেখুৱালে।

১৫।৩।৫০ তাৰিখে ৰাজ্যপাল শ্ৰীপ্ৰকাশজী ট্ৰেইনেৰে আহি পায়। গৌৰীপুৰত শৰণাৰ্থীসকলে স্মাৰক-পত্ৰ দি তেওঁলোকক গোৱালপৰা জিলাতে পুনৰ সংস্থাপনৰ কাৰণে নিবেদন জনায়। উত্তৰত ৰাজ্যপালে কয় যে তেওঁলোকক কোন জিলাত আৰু অসমত নে অইন ৰাজ্যত সংস্থাপন কৰা হ'ব সেইটো চৰকাৰে থিৰ কৰিব, তেওঁলোকে কৰিব নোৱাৰে। ১৭ তাৰিখে ৰাজ্যপাল মটৰেৰে গুৱাহাটী অভিমুখে যাওঁতে বাটত দহ হাজাৰমান মুছলমান লোকক ল'ৰা-ছোৱালী লৈ ঘৰ-বাৰী এৰি গৈ থকা দেখা পায়। কিছুমান দক্ষিণ পাৰে থকা আত্মীয়-স্বজন আৰু কিছুমান পাকিস্থানলৈ গৈ আছিল। ৰাজ্যপালে তেওঁলোকক নিৰাপত্তাৰ আশ্বাস দিয়াত কিছুমান ৰৈ গ'ল আৰু বাকীবোৰ গৈ থাকিল।

১৯৫০ চনৰ এই সাম্প্ৰদায়িক সংঘৰ্ষ বৰ ব্যাপক ধৰণৰ আছিল। সংঘৰ্ষ শাম কটাৰ পাছত ভাগি যোৱা মুছলমানসকলক বৰদলৈদেৱৰ আদেশ অনুসৰি পুনৰ সংস্থাপন কৰিবলৈ ধৰো। এই কামত বহুতৰে অপ্ৰিয়ভাজন হওঁ। ইফালে ৮।৪।৫০ তাৰিখে নেহৰু-লিয়াকত আলি চুক্তি স্বাক্ষৰিত হয়। চুক্তিত নাগৰিকত্ব সম্পৰ্কে একো উল্লেখ নাই। ইয়াৰ মূল কথা আছিল সাম্প্ৰদায়িক অশান্তিৰ কাৰণে যিসকল পাকিস্থান এৰি অসমলৈ বা অসম এৰি পাকিস্থানলৈ যাব লগা হৈছিল, তেওঁলোক ১৯৫০ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰতে নিজ নিজ ঠাইলৈ ঘূৰি গলে তেওঁলোকৰ ধন-সম্পত্তি ঘূৰাই দিয়া

হ'ব। গোৱালপাৰাৰ পৰা পাকিস্থানলৈ যোৱা লোকৰ শতকৰা ৮০ আগেই বিকিনাছ যানৰ ভিতৰতে ধুবুৰি আছিল। যি সকল নাহিল তেওঁলোক প্ৰায়েই অলপতে অহা লোক আছিল। হিন্দু শৰণাৰ্থীবো কিছুমান পাকিস্থানলৈ উভতি গ'ল। ধুবুৰি অহা মুছলমানসকল ১৯৫১ চনৰ লোকগণনাত অন্তৰ্ভুক্ত হৈছিল।

ধুবুৰী মহকুমা প্ৰশাসনৰ কাৰণে বৰ বেছি ডাঙৰ আছিল। আক সদৰ ঠাই এমূৰত হোৱাত সাময়িক অশান্তি, উপদ্ৰৱ আদি আয়ত্তাধীন কৰা কষ্টসাধ্য আছিল। ১৯৫০ চনৰ সাম্প্ৰদায়িক অশান্তিত কোকৰাঝাৰত এটা মহকুমা পতাৰ একান্ত আৱশ্যকতা উপলব্ধি কৰি মোৰ কাৰ্য্যকালৰ ভিতৰতে এজন মেজিষ্ট্ৰেটৰ অফিচ আৰম্ভ কৰা হয় আক পাছত কোকৰাঝাৰত এটা পূৰ্ণাংগ মহকুমা অফিচ স্থাপন কৰা হয়।

১৯৩০-৩১ চনত মই ধুবুৰীত ই. এ. ছি হৈ থাকোতে ঘটা দুটা মনোৰঞ্জক ঘটনাৰ কথা কওঁ। ১৯৩০ চনত চট্টগ্ৰামৰ অস্ত্ৰাগাৰ লুট কৰা প্ৰধান পলাতক আচামী গণেশ ৰায় ধুবুৰীলৈ অহা বুলি পুলিচৰ গুপ্তচৰৰ পৰা খাতৰি আছিল। আচামীক বিচাৰি ধুবুৰী চহৰৰ প্ৰত্যেক মানুহৰে ঘৰ খানাতালাচ কৰাত কিবা আপত্তি উঠিব পাৰে বুলি ডি. ছি আক এছ. পিৰো ঘৰ খানাতালাচ কৰা হয়। কিন্তু তাতকৈ হাঁহি উঠা কথা হ'ল যে খানাতালাচ কৰা পুলিচে গণেশ ৰায়ক বা তেওঁৰ ফটো কেতিয়াও দেখা নাছিল। তেওঁলোকে কেৱল খাটৰ তল চুৱাৰৰ চুক বা পায়খানাত কোনোৱা লুকাই আছিল নেকি চাকেহে চালে আক কাকো নাপালে। বহু দিন পাছত আই. বি.ৰ এজনাকী পুলিচ বিষয়াৰ মুখে শুনিলো যে গণেশ ৰায়ে সেইদিনা এজনাকী বিশিষ্ট উকীলৰ ঘৰৰ পাটিকত বহি তোকা খাই আছিল। পুলিচ তেওঁৰ আত্মগোপনিয়েই আছিল আক খানাতালাচ কৰি গ'ল।

গাড়ী চলিবলৈ ধৰিলে। এই কৰ্মক্ষমতাৰ তুলনাত বৰ্তমানৰ বঙাইগাঁৱৰ পৰা গুৱাহাটীলৈ মাত্র ১৭২ কি. মি. ব্ৰডগেজ নিৰ্মাণৰ গতি অতি দুখলগা।

বঙাইগাঁৱত যাত্ৰীবাহী ডবা নিৰ্মাণ কৰাৰ কাৰণে এটা ডাঙৰ ৰেলৱে কাৰখানা স্থাপন কৰা হৈছে। এই কাৰখানাৰ কাৰণে ৫ খনমান গাঁও অধিগ্ৰহণ কৰোতেও খুব ক্ষিপ্রগতিত কাম হৈছিল। দুখৰ বিষয়, উচ্ছেদ কৰা মানুহবিলাকক কাৰখানাত কাম দিয়াৰ আশ্বাস দিয়া হৈছিল যদিও তাত শতকৰা ১০ ভাগো অসমীয়া নাই।

শৰাইঘাট দলঙৰ জৰীপ ১৯৪৭ চনত আৰম্ভ আৰু ১৯৪৯ চনমানত শেষ হয়। লগতে যোগীঘোপা পঞ্চৰত্নৰ মাজতো দলঙৰ জৰীপ কৰি কোন ফালে দলং কৰিলে সুবিধা হ'ব বিজাই চোৱা হয়। যোগীঘোপা পঞ্চৰত্নৰ ওপৰত কৰিলে পঞ্চৰত্নৰ পাহাৰত টানেল কৰা খৰচ ধৰি সেই সময়ত তেৰকোটি টকা খৰচ নিৰূপণ কৰা হৈছিল। আনহাতে পাণ্ডু-আমিনগাঁৱত (শৰাইঘাট) আনুমানিক খৰচৰ পৰিমাণ হৈছিল ৮ কোটি টকা আৰু তাৰ বাহিৰেও আছিল মানাহ, আই, বেকী আদি ডাঙৰ ডাঙৰ নৈৰ দলঙৰ খৰচ। এতিয়া চৰকাৰে যোগীঘোপা পঞ্চৰত্নৰ দলং আৰু পঞ্চৰত্নৰ পৰা গুৱাহাটীলৈ ৰেলপথ মঞ্জুৰ কৰাত এইবোৰৰ জৰীপৰ কাম আৰম্ভ কৰিব খোজা হৈছে। আচলতে এইবোৰ জৰীপ হৈয়েই আছে। জৰীপৰ নামত সময় খৰছ কৰি অসমক যিমান দিন পাৰি সুবিধাৰ পৰা বঞ্চিত কৰাৰ ব্যৱস্থা কৰা যেনহে লাগে।

ধুবুৰীৰ পৰা সীমান্তত থকা মানকাছাৰলৈ যাবলৈ হ'লে আগেয়ে ৰংপুৰ জিলাৰ মাজেদি যাব লাগিছিল। ১৯৩০-৩১ চনত মই ই, এ, চি হিচাপে কাম কৰোতে বানপানীত ক্ষতিগ্ৰস্ত হোৱা সাহায্য দিবৰ কাৰণে কেইবাবাৰো মানকাছাৰলৈ যাব লগা হৈছিল। আমি ধুবুৰীত বাতি জাহাজত উঠি ৰংপুৰ জিলাৰ

(পাছত পাকিস্থানত) অন্তৰ্গত চিলমাৰী ঘাটত নামি তাৰ পৰা বাক্তিপুৰা নাৱেৰে গৈ ৮/১০ মাইল দূৰত ব্ৰহ্মপুত্ৰৰ পূব পাৰে মানকাছাৰ পাইছিলো গৈ। ১৯৪৮ চনত জিলাৰ উপায়ুক্ত হিচাপে আহি ধুবুৰীৰ পূব পাৰে থকা ফকিৰগঞ্জ ঘাটৰ পৰা হেলিডেগঞ্জ হৈ মানকাছাৰলৈ যোৱা ৰাস্তাৰ উন্নতি কৰাত সেই কালেদি পাকিস্থানত নোসোমোৱাকৈ মানকাছাৰ পাব পৰা হলো।

জিলাৰ জনজাতীয় অঞ্চল অতি পিছ পৰা আছিল আৰু ৰাস্তাঘাট প্ৰায় নাছিলেই। আমি তাত থকা কালছোৱাত লোকেল ব'ৰ্ড, বন বিভাগ আৰু পি. ডাব্লিউ. ডিয়ে জনজাতীয় অঞ্চলৰ ভালেমান ৰাস্তাৰ উন্নতি কৰে আৰু কিছুমান নতুন ৰাস্তাও তৈয়াৰ কৰে। বেংতল আদি অতি দুৰ্গম ঠাইত স্বাৱলম্বী (self-help) ভিত্তিত ৰাস্তা কৰা হয়। নৰ্থ ট্ৰাংকৰোডৰ উন্নতি কৰাত জনজাতি বসতিপূৰ্ণ উত্তৰাঞ্চল মুকলি হয়। তাৰ দ্বাৰা মিচনাৰিৰে পৰিচালনাত থকা কুষ্ঠাশ্ৰমলৈ যাতায়াতৰ সুবিধা হয়। কুষ্ঠৰোগীসকলৰ চিকিৎসা আৰু তেওঁলোকক সমাজৰ ভিতৰতে ৰাখি নিজে কাম কৰি খাব পৰা কৰি তোলাত এই মিছনাৰিসকলৰ কাম দেখিলে আচৰিত হ'ব লাগে। ফকিৰাগ্ৰাম-চেৰফাংগুৰি ৰাস্তা হোৱাত স্বামী যোগানন্দগিৰিয়ে জনজাতীয় ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে "শক্তি আশ্ৰম" প্ৰতিষ্ঠা কৰাত বহিৰ্জগতৰ লগত সেই অঞ্চলৰ মানুহৰ সংযোগ স্থাপন হ'ল। ইয়াৰ ওচৰতে জনজাতিৰ কেন্দ্ৰস্থল দতমা। শক্তি আশ্ৰমৰ পৰিচালনা সমিতিৰ প্ৰেছিডেন্ট আছিল ছিদলিৰ ৰজা শ্ৰীঅজিত নাৰায়ণদেৱ। ছিদলিৰ ৰাণী মঞ্জুলাদেৱী সকলো সমাজ উন্নয়ন কামত আগৰণুৱা আছিল। অৱশ্যে জনজাতীয় সকলৰ উন্নয়নৰ মূলতে আছিল। অৱশ্যে জনজাতীয়সকলৰ উন্নয়নৰ মূলতে আছিল তেওঁলোকৰ প্ৰতিনিধি আৰু অসম মন্ত্ৰীসভাৰ একৰকম স্থায়ী সদস্য ধৰ্মীয় ৰূপনাথ ব্ৰহ্ম। তেখেতৰ লগতে আমি জনজাতীয় অঞ্চল ঘূৰি তাৰ সুখিৰাজ

লোকসকলৰ লগত চিনাপৰিচয় হ'বৰ সুযোগ পাইছিলোঁ। তেওঁলোকৰ ঘৰে ঘৰে অসমীয়া তাঁতৰ শাল আছিল আৰু তেওঁলোকৰ প্ৰায়ভাগেই, বিশেষকৈ মহিলাসকলে, ঘৰত নিজৰ তাঁতৰ শালত বোৱা কাপোৰহে পিন্ধিছিল। ১৯৪৮ চনত কাঁৰ চাৰ আকবৰ হাইদাৰি স্বাধীন ভাৰতত অসমৰ প্ৰথম ৰাজ্যপাল হৈ আছে। তেওঁৰেতে গোৱালপাৰা জিলালৈ আহোঁতে ব্ৰহ্ম ডাঙৰীয়াৰ ঘৰত কেইবাখনো ৰাজহুৱা সভাৰ উপৰিও লোকবাবাবত সকলোকে এখন প্ৰদৰ্শনী পতা হয়। তাতে তাঁতশালত কাম কৰা দেখুৱা হৈছিল। জনজাতীয়সকলে তাঁতত গাৰুৰ পিন্দিপ বৰ পাৰিছিল। অৰ্থাৎ তাঁতশালতে ছপৰীয়া কাপোৰ বোৱা গৈছিল। অসমৰ আইন ঠাইত এই বিদ্যা আমি দেখা নাই। প্ৰদৰ্শনীত দেওধনী নাচো দেখুওৱা হৈছিল। আমাৰ শক্তি পূজাৰ দেওধনী নাচৰ লগত তাৰ পাৰ্থক্য নাই। ৰাজ্যপালক অসমীয়া ছোৱালীয়ে চাৰিফালে ধূপা-ধূনা দি আদৰি আনিছিল।

এই সন্দৰ্ভত এটা আমোদজনক কথাৰ উল্লেখ কৰো। চাৰ আকবৰ হাইদাৰিয়ে লিখিত বক্তৃতা দিওঁতে মই অসমীয়ালৈ ভাঙি দিছিলোঁ আৰু লেডি হাইদাৰিৰ বক্তৃতা ব্ৰহ্ম ডাঙৰীয়াই বৰো ভাষালৈ ভাঙি দিছিল। একোপদ কথা শেষ হ'লে তাৰ ভাঙনি কৰা হৈছিল। কিন্তু ব্ৰহ্ম ডাঙৰীয়াই ভাঙি দিয়াৰ লগতে তেওঁ টিপ্পনি দিছিল। এনেকৈ বুজাই দিওঁতে এবাৰ তেখেতে নিজেই বক্তৃতা আৰম্ভ কৰিলে। লেডি হাইদাৰিয়ে ভাষণৰ সময় বৈ আকৌ কৰা খোজাত ব্ৰহ্ম ডাঙৰীয়াই তেখেতক বৰলৈ কৈ নিজেই কৈ গ'ল। লেডি হাইদাৰি ৰৈ থাকিল।

তাৰপৰা জমিদাৰীৰ আন ঠাই বগৰিবাৰী। ইয়াৰ কাষতে মহামায়াৰ থান। তাৰ পূজাৰীসকল কামৰূপৰ সোণকুৰিহা গাঁৱৰ ব্ৰাহ্মণৰ বামুণ আৰু মালিতে কোঁচবেহাৰৰো কাম কৰিছিল। মহামায়াৰ থানত বছৰৰ লোকাহিত কেইবাশও পঠা বলি দিয়া

হয়। এই থানৰ এটা গুৰুত্বপূৰ্ণ কথা হ'ল—মন্দিৰৰ বাৰান্দা পৰ্য্যন্ত মুছলমানসকল যায় আৰু তেওঁলোকে নৈবেদ্যও আগবঢ়ায়।

গোৱালপাৰা চহৰৰ পৰা গুৱাহাটিৰ ফালে বাৰ মাইলমান দূৰৈত ৰাস্তাৰ কাষতে তুক্ৰেশ্বৰী দেৱীৰ মন্দিৰ এখন সৰু পাহাৰৰ ওপৰত অৱস্থিত। বিজনী ৰজাই ইয়াৰ পূজা-পাতলৰ খৰচ বহন কৰে। তাত বহুত বান্দৰ আছে আৰু মন্দিৰৰ ভোগৰ সকলো বান্দৰবোৰেও আহি ভোগ লয়। কিন্তু আচৰিত কথা যে ছাগলী আদি বলি দিলে বান্দৰবোৰে সেই বলিৰ মাংস খায়,—যদিও বান্দৰ সাধাৰণতে নিৰামিষ ভোজী। বান্দৰবোৰৰ ভিতৰত এজন ৰজা আছে। ৰজাই অলপ প্ৰসাদ গ্ৰহণ নকৰালৈকে অইনবোৰ বৈ থাকে। ৰজাই অলপ গ্ৰহণ কৰাৰ পাছতহে বাকীবোৰে টনা-আজোৰা কৰি খায়। দুই-এটা দুষ্ট বান্দৰ আহি পোৱালীবিলাকৰ মুখত আঙুলি সুমুৱাই বস্তু উলিয়াই খায়। ৰজাই দেখা পালে খেদা মাৰি আহে; তেতিয়া দুষ্টবোৰ পলায়। প্ৰবাদ আছে যে বিজনীৰ ৰজাৰ অসুখ হলে বান্দৰৰ ৰজাৰো অসুখ হয় আৰু মৃত্যু হলে ৰজাৰো মৃত্যু হয়।

১৯৩২-৩৩ চনত আমি গোৱালপাৰা মহকুমাত ছিনিয়ৰ ই এ ছি থাকোঁতে তাত সু-সাহিত্যিক আৰু প্ৰত্নতাত্বিক স্বৰ্গীয় কালিৰাম মেধি মহকুমাধিপতি আছিল। তেখেতে দিনটো চৰকাৰী কাম কৰি গধূলী হলে প্ৰাচীন পুথি আদি আগত লৈ গৱেষণাত ৰহিছিল। গোৱালপাৰাৰ বহু প্ৰাচীন কীৰ্তি চিহ্নৰ কথা তেখেতে আমাৰ আগত কৈছিল আৰু আমাক চহৰৰ ১০ মাইলমান পূবে থকা শ্ৰীসূৰ্য্য পাহাৰ চাবলৈ কৈছিল। আমি শ্ৰীসূৰ্য্য পাহাৰলৈ গৈ ইমান শিললিপি দেখিছিলো যে আচৰিত খোজ কাঢ়োঁতে শিলালিপিৰ ওপৰতে ভৰি পৰিবৰ ভয়। তাৰ উপৰিও তাত বহুত গুহা বা কোণা আছে। যোগীঘোপাৰ পাহাৰৰ

ব্ৰহ্মপুত্ৰৰ কাষে থকা ডাঙৰ শিলত কাটি উলিওৱা যোপাৰ দৰে। কোনোৱে কোনোৱে কব খোজে যে যোগীঘোপাৰ এই ঘোপাবোৰ চকী হিচাপে অৰ্থাৎ পহৰা দিবৰ কাৰণে নিৰ্মান কৰা গুহা। কিন্তু যোগীঘোপাৰ দক্ষিণ পাৰে পাহাৰৰ মাজতো এনেকুৱা গুহা আছে আৰু তাৰ পৰা ব্ৰহ্মপুত্ৰ চকুত নপৰে বা দূৰৈত কোনো শত্ৰু অহা দেখা নাপায়। শ্ৰীসূৰ্য্য পাহাৰত থকা এই গুহাবোৰৰ পৰা কোনো পহৰা দিয়াৰ কাম হ'ব নোৱাৰে। এই গুহা বা ঘোপাবোৰ বৌদ্ধসকলৰ বা অইন ধ্যানীসকলৰ ধ্যান কৰা গুহা যেন লাগে। শ্ৰীসূৰ্য্য পাহাৰৰ কিছুমান গুহাত আকৌ তিনিটাকৈ মূৰ্তি আছে। মাজৰটো স্ত্ৰীমূৰ্তি। সেইবোৰ ৰাম-সীতা-লক্ষ্মণ বা জগন্নাথ-সুভদ্ৰা-বলভদ্ৰ বুলি কোৱা হয়।

মই গোৱালপাৰাৰ উপায়ুক্ত হৈ থকা কালতে জমিদাৰী অধিগ্ৰহণ আইন পাছ হয় আৰু তাৰ প্ৰাৰম্ভিক কাম আৰম্ভ হয়। ১৯৫১ চনত স্বাধীন ভাৰতৰ প্ৰথম নিৰ্বাচন হয়। ধুবুৰীত ছাৰ ছাদুল্লাৰ নমিনেছন পত্ৰ মই স্ক্ৰুটিনি কৰি নাকচ কৰাত মই পক্ষপাতিত্ব কৰা বুলি হৈ-চৈ লাগিছিল। পাছদিনা কংগ্ৰেছ-নেতা স্বৰ্গীয় মণিকান্ত দাসৰো নমিনেছন পত্ৰ দোষযুক্ত পাই নাকচ কৰাত মোক পক্ষপাতিত্ব দোষে চুব নোৱাৰিলে। প্ৰশাসনত থকা কালত যিমানদূৰ পাৰো পক্ষপাতিত্ব নকৰাকৈ বিবেকৰ দ্বাৰা চালিত হবৰ চেষ্টা কৰিছিলো।

আৰু এটা ঘটনাৰ উল্লেখ কৰি সামৰো। ধুবুৰীত শ্ৰীএ. মজিদ আই. ছি. এছ. উপায়ুক্ত থকা কালত এটা লেডিজ ক্লাব স্থাপন কৰা হৈছিল। পিচত এই ক্লাব বঙালী মহিলা সকলৰ দখললৈ আহে। তেওঁলোকে ক্লাব ঘৰটো ভাড়াত দি ভাড়াৰ টকা অইন কামত খৰচ কৰে। এই বিষয়ে স্বৰ্গীয় দীন নাথ শৰ্মা এছ. ডি. ছিৰ হতুৱাই তদন্ত কৰোৱা হয়। তদন্ত কালত শ্ৰীশৰ্মাই ক্লাবৰ ছেক্ৰেটাৰী সুমতি দাসগুপ্তই ক্লাবৰ বহী-পত্ৰ এছ. ডি. ছিৰ.

আদালতত দাখিল নকৰা অপৰাধত তেওঁক জৰিমনা কৰে আৰু টকা আদায় নোহোৱাত মাল ক্ৰোক কৰে। শ্ৰীমতী দাসগুপ্তই উপায়ুক্তৰ ওচৰত আপীল কৰে। আপীল চলি থকা অৱস্থাত উকীল ৰমণীকান্ত বোস আৰু অন্যান্য কিছুমান লোকে ৰাজহুৱা সভা পাতি শ্ৰীশৰ্মাৰ কাৰ্য্যৰ সমালোচনা কৰে। এই সমালোচনাই আদালতক অৱমাননা (contempt of court) কৰা দেখি ঘটনাটো অসম হাইক'ৰ্টৰ দৃষ্টিগোচৰ কৰো। হাইক'ৰ্টে শ্ৰীবোসৰ ওপৰত আদালত অৱমাননা অপৰাধত গোচৰ তৰে। এডভোকেট জেনেৰেল ফকৰুদ্দিন আলি আহমদে (পাছত ৰাষ্ট্ৰপতি) তিনিদিন ধৰি আদালতত তৰ্ক কৰে। শেষত বেভিনিউ আদালতৰ কাৰ্য্য সমালোচনা কৰাটো আদালত অৱমাননা কৰা অপৰাধৰ ভিতৰত নপৰে বুলি শ্ৰীবোসে খালাচ পায়। তাৰ পাছত তেওঁ অসম চৰকাৰ আৰু মোৰ ওপৰত তেওঁৰ ওপৰত মিছাকৈ গোচৰ চলোৱা বুলি মোকৰ্দমা কৰে। চৰকাৰে কামাখ্যাৰাম বৰুৱাক উকীল নিযুক্ত কৰে। কিছুদিন পাছত শ্ৰীবোসে চৰকাৰৰ বিৰুদ্ধে মোকৰ্দমা উঠাই লৈ কেৱল মোৰ ওপৰত গোচৰ ৰাখে। চৰকাৰে তেতিয়া মোক নিজাকৈ উকীল ধৰিবলৈ কয়, অৱশ্যে মই যি কৰিছিলো উপায়ুক্ত হিচাপে চৰকাৰৰ স্বাৰ্থতহে কৰিলো। উকীল শ্ৰীবৰুৱাই বিনা খৰচে মোৰ হৈ ওকালতি কৰে আৰু মোকৰ্দমা ডিছমিছ হয়।

লেডিজ ক্লাব সম্পৰ্কে ইমান গন্দগোলৰ সৃষ্টি হোৱা দেখি ধুবুৰীৰ অইন অইন মহিলা সকলে (অসমীয়া আৰু বঙালী আটায়ে) এখন মহিলা সমিতি পাতি 'পূৰ্ণিমা ভৱন' নাম দি সমিতিৰ এটা ঘৰ সাজে। লগতে অসম সংঘ বুলি বাইজে এটা ৰাজহুৱা হলো সাজে। এই হলটো অসমীয়াৰ কৃষ্টি কেন্দ্ৰ হিচাপে ব্যৱহৃত হৈছিল আৰু এতিয়াও হৈ আছে।

কিছুমান লোকে বৃহত্তৰ বাংলাৰ সপোন দেখি সমগ্ৰ অসমকে

বংগদেশৰ অন্তৰ্ভুক্ত কৰাৰ চেষ্টা কৰিছিল ( আৰু এতিয়াও কৰি আছে )। তাত কৃতকাৰ্য্য হ'ব নোৱাৰি তেওঁলোকে ৰাজ্য পুনৰ্গঠন আয়োগ ( State Reorganisation Commission )ৰ ওচৰত গোৱালপাৰা জিলাখন কাটি নি বংগদেশৰ লগত চামিল কৰিবলৈ আবেদন কৰে আৰু তাতো নিস্ফল হ'ল। এতিয়া গোৱালপাৰাৰ জনজাতীয় সকলেই আগভাগ লোৱা প্লেইনছ ট্ৰাইবেল কাউন্সিলে উদয়াচল ৰাজ্যৰ দাবী কৰিছে। এইবোৰ শুভলক্ষণ নহয়। কিবা এটা অসম বিৰোধী চক্ৰৰ প্ৰৰোচনাত এইবোৰ হৈছে যেন লাগে। অসমপ্ৰেমী সকলো সাৱধান হ'বৰ সময় হৈছে।

## বৰপেটাৰ গ্ৰেজিং ৰিজাৰ্ভ

১৯৪৬ চনৰ মে মাহত মই বৰপেটাত মহকুমাধিপতি হিচাপে কাৰ্য্যভাৰ গ্ৰহণ কৰো। ১৯৪৫ চনত দ্বিতীয় মহাযুদ্ধৰ অৱসান ঘটে। ইতিমধ্যে বৃটেইনত সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হোৱাত 'লেবাৰ পাৰ্টিয়ে' চৰকাৰ গঠন কৰে। প্ৰধান মন্ত্ৰী এটলিৰ চৰকাৰে ভাৰতৰ ৰাজনৈতিক অচল অৱস্থা দূৰ কৰাৰ উদ্দেশ্যে আটক কৰি ৰখা ভাৰতীয় নেতৃবৃন্দক মুক্তি দি ১৯৪৬ চনৰ আৰম্ভণিতে সাধাৰণ নিৰ্বাচন পাতিলে। অসমত কংগ্ৰেছ পাৰ্টিয়ে জয় লাভ কৰি গোপীনাথ বৰদলৈৰ নেতৃত্বত মন্ত্ৰীসভা গঠন কৰে। বিষ্ণুৰাম মেধীয়ে বিত্ত আৰু ৰাজহ বিভাগৰ ভাৰ লয়। ইয়াৰ তিনিমাহৰ পাছতে মোৰ বৰপেটালৈ বদলিৰ হুকুম হয়। মোৰ আগেয়ে তাত ওমৰউদ্দিন মহকুমাধিপতি আছিল। তেওঁ দীঘলীয়া ছুটিত যায় আৰু ছুটিৰ পাছত কামৰ পৰা অৱসৰ লৈ ৰাজনীতিত প্ৰবেশ কৰে।

বৰপেটাত সেই সময়ত পূব বংগৰ পৰা (পাছত পূব পাকিস্থান আৰু এতিয়া বাংলাদেশ) হাজাৰ-হাজাৰ লোক আহি অবৈধভাৱে বহি গৈছিল আৰু চৰণীয়া ৰিজাৰ্ভবোৰতো সোমাই পৰিছিল। আগেয়ে বৰপেটাত বনৰীয়া হাঁহ, পছু আদি চিকাৰৰ অভাৱ নাছিল আৰু চৰণীয়া পথাৰবোৰত ম'হৰ জাকৰ জাকৰ খুঁটি থকাত বৰপেটা গাখীৰৰ কাৰণে বিখ্যাত আছিল। ৰিজাৰ্ভবোৰ বেদখল হ'বলৈ ধৰাত হাঁহ-পছুতো কমিলেই, ঘাঁহৰ অভাৱত ম'হৰ সংখ্যাও কমিল আৰু গৰীবো আজাৰ হ'ল। কংগ্ৰেছে ক্ষমতা লোৱাৰ আগতে ছাৰ ছাদুল্লাৰ নেতৃত্বত মুছলিম লিগ চৰকাৰে অধিক শস্য উৎপাদনৰ অজুহাতত পূৰ্ববংগৰ পৰা মানুহ অহাত সহায় কৰিছিল আৰু বেদখল কৰা ৰিজাৰ্ভবোৰ কাটি কাটি তেওঁলোকক পট্টন দিছিল। হয়তো এই কামত ভৱিষ্যতে অসমক এখন মুছলমান সংখ্যাগৰিষ্ঠ ৰাজ্যত পৰিণত কৰি প্ৰস্তাৱিত পাকিস্থানত অন্তৰ্ভুক্ত কৰাৰ উদ্দেশ্যও নিহিত আছিল। গতিকে ৰিজাৰ্ভৰ বেদখল উচ্ছেদত অৰ্থনৈতিকৰ লগতে ৰাজনৈতিক সমস্যাও জড়িত আছিল। কংগ্ৰেছ চৰকাৰে ৰিজাৰ্ভৰ বেদখল কৰা মাটি পট্টন দিয়া নীতি পৰিবৰ্তন কৰি বেদখল কঠোৰভাৱে দমন কৰিবলৈ আৰু বেদখলকাৰীসকলক উচ্ছেদ কৰিবলৈ দৃঢ় সংকল্প গ্ৰহণ কৰে। চৰকাৰৰ নতুন নীতি কাৰ্য্যকৰী কৰাৰ ভাৰ পৰিছিল মোৰ ওপৰত।

বৰপেটা মোৰ অপৰিচিত নাছিল। ইয়াৰ আগেয়ে ১৯৩৬ চনত মই তাত ছিনিয়ৰ ই. এ. ছি হিচাপে ডেৰ বছৰমান আছিলো। সেই সময়ত পূৰ্ববংগৰ পৰা অহা লোকৰ অবাধ সোঁত বন্ধ কৰাৰ কাৰণে বিৰোধীসকলে (কংগ্ৰেছ) খুব হেঁচা দিয়াত ছাদুল্লা চৰকাৰে ১৯৩৮ চনত এটা তদন্ত কমিটি বহুৱায়। তাতে ১৯৩৮ চনৰ পাছত আৰু কাকো আহিব নিদিবলৈ একপ্ৰকাৰ থিৰ কৰে আৰু ১৯৩৯ চনত লিগ-কংগ্ৰেছ 'কোৱালিছন' চৰকাৰে ৩।১১।৩৯ তাৰিখে 'প্ৰস্তাৱ আকাৰে নতুন নীতি ঘোষণা

কৰি চৰণীয়া বিজাৰ্ভৰ পৰা সকলো লোকক পূৰ্ববংগৰ পমুৱাই হওক, বা স্থানীয় লোকেই হওক, উচ্ছেদ কৰিবলৈ স্থিৰ কৰে। ১৯৪২ চনত দ্বিতীয় বিশ্ব যুদ্ধৰ সময়ত কংগ্ৰেছে মন্ত্ৰীসভা ত্যাগ কৰাত লিগ চৰকাৰে আগৰ নীতি নামানি পমুৱাসকলক মাটি দিবৰ কাৰণে 'ডেভেলপমেণ্ট' আঁচনি হাতত লয় আৰু বিজাৰ্ভৰ পৰা উচ্ছেদ কৰা নীতিত শিথিলতা অৱলম্বন কৰে।

১৯৩৬ চনৰ পৰা ১৯৩৮ৰ আৰম্ভণিকৈ মই তাত থকাত চৰণীয়া পথাৰ আৰু উচ্ছেদ আদিৰ নীতিৰ অলপ উম্‌ঘাম্ পাইছিলো। সেই সময়ত সাহিত্যিক অতুল চন্দ্ৰ হাজৰিকাই চৰকাৰী হাইস্কুলত শিক্ষকতা কৰিছিল আৰু তেতিয়াই তেওঁ এগৰাকী সু-সাহিত্যিক হিচাপে পৰিচিত আছিল। স্বৰ্গীয় ধনীৰাম তালুকদাৰ, স্বৰ্গীয় অক্ষয় কুমাৰ দাস, স্বৰ্গীয় জানকী নাথ শৰ্মা, স্বৰ্গীয় চিত্ৰমল্ল বৰুৱা (তাত স্কুল ডেপুটি ইন্সপেক্টৰ) আদি ভালেমান লোকৰ লগত নানা আলোচনা কৰাৰ সুবিধা পাইছিলো। আৰু তেওঁলোকৰ লগত চৰণীয়া বিজাৰ্ভবোৰত চিকাৰ কৰি ফুৰি বিজাৰ্ভবোৰৰ সম্পৰ্কে এটা থুলমূল জ্ঞান আহৰণ কৰাৰ সুবিধাও পাইছিলো। মুছলিম লিগৰ নেতা স্বৰ্গীয় আব্দুল ৰোফৰ লগতো তেতিয়াই পৰিচয় হৈছিল। তেতিয়া দ্বিতীয়া ই. এ. ছি. আছিল স্বৰ্গীয় আনোৱাৰ হুছেইন। ১৯৪৬ চনত মহকুমাধিপতিৰ দায়িত্ব পালন কৰাত মোৰ প্ৰথমবাৰৰ বৰপেটাৰ অভিজ্ঞতাই ভালেখিনি সহায় কৰিছিল।

মই ছিনিয়ৰ ই এ. ছি হৈ থকা দিনৰ ভিতৰত উল্লেখযোগ্য ঘটনা আছিল—এটা ডাঙৰ ফৌজদাৰী মোকৰ্দমাৰ বিচাৰ। ভবানীপুৰ গাঁওখনৰ বিৰুদ্ধে পৰ্বতীয়া গোসাঁই পমুৱা মুছলমান বায়তক বেদখল দিয়া আৰু মাৰপিট কৰা (ৰায়টিং) অভিযোগত ভবানীপুৰৰ স্বৰ্গীয় গোপী চৌধুৰীকে আদি কৰি বিশিষ্ট লোকসকলক জামিন নিদি হাজতত ৰখা হৈছিল। মোৰ হাতত সেই মোকৰ্দমা পৰাত

আচামীসকলক জামিনত মুক্তি দিয়া হয় আৰু পাছত বিচাৰতো তেওঁলোকে খালাচ পায়।

ওপৰত উল্লেখ কৰা মতে চৰকাৰৰ শিথিলতাৰ কাৰণেই উচ্ছেদ-কাৰ্য্য সকল কৰিব পৰা হোৱা নাছিল। বেদখলকাৰীয়ে মাটি আবাদ কৰি শস্য আধাপকা কৰাৰ পাছতহে বেদখল চৰকাৰৰ দৃষ্টিগোচনৰ হৈছিল। দৃষ্টিগোচৰ হোৱাৰ পাছত খাদ্য সংকটৰ দিনত খাদ্য শস্য নষ্ট কৰাটো অপৰাধমূলক অন্যায় হ'ব বুলি শস্য চপাবলৈ বাট চোৱা হৈছিল। ইফালে এটা শস্য চপোৱা নৌহওঁতেই আৰু এটা শস্য পথাৰত উঠিছিল। এনেদৰে পথাৰ কেতিয়াও খালী নহৈছিল। কাৰণ এই বেদখলকাৰীসকল বৰ ভাল খেতিয়ক আছিল আৰু তেওঁলোকে কেতিয়াও কোনো মাটি চন পেলাই নাৰাখিছিল। এনেকৈয়ে এটাৰ পাছত এটা শস্য চপাবলৈ বাট চাওঁতে চাওঁতে কেইবা বছৰো পাৰ হয়। শেষত বেদখলকাৰী সকলক উচ্ছেদ কৰাটো অমানৱীয় হ'ব বুলি তেওঁলোকে দখল কৰা মাটি ৰিজাৰ্ভৰ পৰা কাটি পট্টন দিবলৈ ৰিপ'ৰ্ট যায় আৰু চৰকাৰে অধিক শস্য উৎপাদনৰ নামত সেই ৰিপ'ৰ্ট গ্ৰহণ কৰি মাটি পট্টন দিয়ে। কোনো কোনো ক্ষেত্ৰত বেদখলকাৰীৰ ঘৰ ভাঙি দিয়া হয়। কিন্তু অতি সাধাৰণভাৱে বাঁহৰ মুধাৰ ওপৰত খেৰৰ ছাল দি মৰাপাটৰ মৰাঠাৰিৰ বেৰাৰে বন্ধা ঘৰ আকৌ উঠে। এইদৰে দুবাৰমান ঘৰ ভাঙি দিয়াৰ পাছত মানৱীয়তাৰ দোহাই দি পট্টনৰ কাৰণে লিখা হয় আৰু চৰকাৰে সেই মতে হুকুম দিয়ে। এইদৰে হাজাৰ-হাজাৰ বিঘা মাটি পট্টন দিয়া হৈছিল আৰু হাজাৰ-হাজাৰ বিঘা পট্টন নোহোৱাকৈ বেদখলত আছিল। কংগ্ৰেছ চৰকাৰে এই সোপাটিলা নীতিৰ পৰিবৰ্ত্তন কৰি ৰিজাৰ্ভত সোমোৱা মাত্ৰেই কোনো খেতিৰ কাম হাতত লোৱাৰ আগতেই উচ্ছেদ কৰাৰ ব্যৱস্থা কৰিলে। তাৰ কাৰণে ৰিজাৰ্ভ গাৰ্ড নিয়োগ কৰা হ'ল। এওঁলোকে ৰিজাৰ্ভত পহৰা দি ফুৰি কোনো বেদখল

নিয়ন্ত্ৰণ আৰু বাধা দি কোনো অপ্ৰিয় অৱস্থাৰ সৃষ্টি কৰিবলৈ চেষ্টাকাৰী সকলক তেওঁ বুজাই বঢ়াই ৰাখতে লৈযাব ৰাখিব পাৰে। আমি প্ৰথম দিনা কেইবাটাও হাজী লৈ লেখা বিজাৰ্ভলৈ যাত্ৰা কৰিলো। বৰপেটাৰ বাইজে গোট খাই আমাক অভ্যৰ্থনা জনালে। ভগৱানৰ কৃপাত কোনো বাধা-বিঘিনি নোহোৱাকৈ কাম সুচাৰুৰূপে আৰম্ভ হ'ল। ইয়াৰ পাছত ছিনিয়ৰ ই. এ. ছি. য়ে উপসমাহৰ্তা আৰু পুলিচ বাহিনী লগত লৈ উচ্ছেদৰ কাম কৰি ফুৰে।

---

বৰ্তমানৰ ভূমি নীতিৰ আশু সংশোধন একান্ত আৱশ্যক হৈ পৰিছে।

---

এদিন ৰাতিপুৱা খবৰ পালো যে গোবিন্দপুৰত থকা পুলিচ চকী কেইবা হাজাৰো চৰুৱাই আক্ৰমণ কৰাত পুলিচে গুলী চলাব লগা হয় আৰু কেইবাজনো নিহত আৰু ভালে কেইজন আহত হয়। পূৰ্ব বংগৰ পৰা অহা পমুৱাসকল ব্ৰহ্মপুত্ৰৰ চৰ অঞ্চলত বহিছিল কাৰণে স্থানীয় লোকসকলে তেওঁলোকক 'চৰুৱা' আখ্যা দিছিল। খবৰ পাই মই লগে লগে মহকুমাৰ প্ৰধান চিকিৎসা বিষয়া আৰু প্ৰধান পুলিচ বিষয়াক লৈ ঘটনাস্থলীলৈ গলো। পুলিচ চকীৰ চাৰ্জত থকা চাব-ইন্সপেক্টৰ গৰাকীয়ে কলে যে প্ৰায় তিনি হাজাৰ মান লোকে পুলিচ চকী আক্ৰমণ কৰিবলৈ আহে; তেওঁলোকক সাৱধান বাণী শুনোৱাৰ পাছতো আগবাঢ়ি আহিবলৈ ধৰাত আত্মৰক্ষাৰ কাৰণে গুলী কৰিব লগা হয়। মই আহতসকলক লগ ধৰি গুলী লগা ঠাইবোৰ পৰিদৰ্শন কৰো আৰু নিহতসকলৰ মৰণোত্তৰ পৰীক্ষা আৰু আহত সকলক বৰপেটালৈ নি চিকিৎসাৰ ব্যৱস্থা কৰি উভতি আহো। উপায়ুক্তৰ ওচৰলৈ সবিশেষ লিখি জনাই ঘটনাটোৰ এটা প্ৰশাসনীয় তদন্তৰ ব্যৱস্থা কৰা হয়। তদন্তত পুলিচে আত্মৰক্ষাৰ কাৰণে গুলী কৰিব

লগা হয় বুলি প্ৰমাণ পায়। লোকৰ উচটনি আৰু ভুল বুদ্ধিত পৰিচালিত হৈ কেইবাজনো লোকে প্ৰাণ হেৰুৱাত আৰু আহত হোৱাত আমি গভীৰ দুখ পাইছিলো। এই ঘটনাৰ পাছত আৰু কোনো বাধা নোপোৱাকৈ উচ্ছেদ কাৰ্য্য সমাধা হৈছিল।

ফুলাবাৰী বিজাৰ্ভ বৰপেটা চহৰৰ পৰা বহু দূৰৈত, ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত হোৱাত আৰু তাত ব্যাপক বেদখল থকাৰ কাৰণে মই নিজে মহকুমা পুলিচ বিষয়া ছামছুদ্দিন আহমদ, ৰূপসিং আৰু প্ৰতুল শইকীয়াক লগত লৈ গৈছিলো। দীঘলীয়া বাটৰ কাৰণে আমি বাটত এদিন বাঘবৰত থাকিব লগা হৈছিল। তাত "সুকলমে কাম শেষ কৰি আকৌ বৰপেটালৈ অহা বাটেদি ঘূৰি নগৈ সোনকালে বৰপেটা পাবৰ কাৰণে নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰহৈ গোৱালপাৰাৰ পৰা মটৰেৰে যোৱাৰ ঠিক কৰিছিলো। ফুলাবাৰী গোৱালপাৰা চহৰৰ সাত-আঠ মাইলমান উত্তৰ-পূবে;

---

**ইতিমধ্যে শৰণাৰ্থী সংস্থাপনৰ কাৰণে চৰণীয়া বিজাৰ্ভৰ পৰা এক লাখ এশ সত্তৰ বিঘা আৰু ফৰেষ্ট বিজাৰ্ভৰ পৰা ষোল হাজাৰ সাতশ চৌৱন্ন বিঘা মাটি কাটি দিয়া হলেই। তাত স্থানীয় মাটিহীন লোকে একো ভাগ নাপাইছিল।**

---

গুৱাহাটী আৰু কুকুৰাৰ দৰে। বৰপেটাৰ মহকুমাধিপতিৰ চৰকাৰী ড্ৰাইভাৰে গাড়ী চলাইছিল। আমি নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰহৈ মটৰেৰে গুৱাহাটীলৈ আহোতে বকো পোৱাৰ ২ মাইলমান আগতে মটৰৰ দুৰ্ঘটনা হৈ গাড়ী একেবাৰে উলটি গ'ল আৰু চকা চাৰিটা ওপৰলৈ হ'ল। বকোৰ ফালে যোৱা এখন গাড়ী আহি পোৱাত তাতে উঠি আমি বকোলৈ আহিলো। বকোত মোৰ সহপাঠি বন্ধু আৰু কংগ্ৰেছনেতা লক্ষ্মীধৰ বৰাক লগ পালো। তেওঁ গুৱাহাটীৰ পৰা কিবা কামত বকোলৈ গৈছিল। তেওঁৰ অনুগ্ৰহত তেওঁৰ গাড়ীত আমি গুৱাহাটীলৈ আহিলো। তাত ডাক্তৰ

ভুবনেশ্বৰ বৰুৱাই মোক ৰেলৱে হাচপাতাললৈ নি এক্স-ৰে’ কৰাই কাকৰ হাড় ভগা পালে। তেতিয়া গুৱাহাটীৰ কেৱল ৰেলৱে হাচপাতালতহে এক্স-ৰে’ যন্ত্ৰ আছিল। ডাঃ বৰুৱাৰ চিকিৎসাত কেইদিনমান থাকি কিছু ভাল পোৱাত হাতৰ যেতেজ নোখোলাকৈয়ে বৰপেটালৈ আহি কামত যোগ দিব লগা হ’ল। কাৰণ অসমৰ ৰাজ্যপাল ছাৰ আকবৰ হাইদাৰি বৰপেটালৈ আহিব। ৰাজ্যপাল অহাত তেওঁক লগত লৈ মহকুমাৰ বিভিন্ন ঠাই দেখুৱালো। তেখেতে সন্তোষ প্ৰকাশ কৰিলে।

মই বৰপেটাত থকা কালতে কেবিনেট মিছনৰ আঁচনিমতে অসমক বংগদেশৰ লগত সাঙুৰি (গ্ৰুপিং আঁচনি) এটা মুছলিম-প্ৰধান জ’ন (Zone) বা মণ্ডল গঠন কৰিব খোজা হৈছিল। অসমীয়া ৰাইজে ইয়াৰ ঘোৰ প্ৰতিবাদ কৰি একগোট হৈ থিয় দিলে আৰু অসম বিধান সভাত গ্ৰুপিঙৰ বিৰুদ্ধে প্ৰস্তাৱ ললে। সেই সময়ত কেবিনেট মিছনৰ প্ৰস্তাৱত মুছলিম লিগ সন্তুষ্ট নহৈ তাৰ প্ৰতিবাদত ১৬।৮।৪৬ তাৰিখে প্ৰত্যক্ষ সংগ্ৰাম (Direct Action) ঘোষণা কৰিলে। তাৰ ফলত বংগদেশ আৰু বিহাৰত প্ৰবল সাম্প্ৰদায়িক সংঘৰ্ষ আৰম্ভ হ’ল আৰু অগণন লোকৰ প্ৰাণ হানি হ’বলৈ ধৰিলে। কলিকতা মহানগৰত অজস্ৰ মানুহ মৰিল। তাৰ পাছত নোৱাখালিত হত্যাকাণ্ড আৰম্ভ হ’ল। মহাত্মা গান্ধী এই নৃশংস হত্যাকাণ্ড বন্ধ কৰাৰ উদ্দেশ্যে নোৱাখালিলৈ আহিছিল আৰু তেওঁৰ বিশ্ৰামহীন চেষ্টাত ই শাম কাটিলে। গ্ৰুপিঙৰ বিৰুদ্ধে মহাত্মাৰ সহায় আৰু আশীৰ্বাদ বিচাৰি মুখ্যমন্ত্ৰী বৰদলৈদেৱে মহেন্দ্ৰ মোহন চৌধুৰী আৰু শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীক বিশেষ কটকী হিচাপে পঠিয়াইছিল। মহাত্মা গান্ধীয়ে গ্ৰুপিঙৰ বিৰুদ্ধে যুজিবলৈ আশীৰ্বাদ দি কৈ পঠিয়াইছিল যে তেওঁ অসমখন মানুহৰ দেশ, বান্দৰৰ দেশ নহয় বুলি বিশ্বাস কৰে (Assam has man and not monkeys)। মহাত্মাৰ আশীৰ্বাদ পাই

অসমীয়া বাইজ গ্ৰুপিং আঁচনি বন্ধ কৰিবলৈ সমৰ্থ হৈছিল।

মুছলিম লিগৰ প্ৰত্যক্ষ সংগ্ৰামৰ আহ্বানৰ জুই অসমতো জ্বলাবৰ উপক্ৰম হৈছিল। অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ কাৰণে "লড়কে লেংগে পাকিস্তান"ৰ ধ্বনি অসমতো উঠিছিল। বিশেষকৈ ছিলেট, কাছাৰ, গোৱালপাৰা আৰু নগাওঁ জিলাত আৰু বৰপেটা আৰু মঙ্গলদৈ মহকুমাত। ১৯৪৭ চনৰ মাৰ্চ মাহত দোলোৎসৱৰ কাৰণে মই ৩ দিনৰ ছুটি লৈ ঘৰলৈ (কমাৰকুছিলৈ) গৈছিলো। ৮ মাৰ্চৰ দিনা গুৱাহাটীৰ-উপায়ুক্তৰ পৰা টেলিগ্ৰাম পালো যে বৰপেটাত মুছলিম লিগে ৯ তাৰিখে সমৰ্থন যাত্ৰা আদি কৰিব খুজিছে আৰু মই তৎক্ষণাতে বৰপেটালৈ যাব লাগে। মই সেই ৰাতিয়েই বহু প্ৰবন্ধ কৰি বৰপেটা পালোহি। ভগৱানৰ কৃপাত কোনো প্ৰকাৰ অশান্তিৰ সৃষ্টি নহল।

ইয়াৰ পাছতে ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতৰ স্বাধীনতাৰ দিন আহিল আৰু সকলো আনন্দত মতলীয়া হৈ উঠিল। প্ৰত্যেক জিলা আৰু মহকুমাৰ সদৰ ঠাইবোৰত ত্ৰিৰংগ জাতীয় পতাকাৰ উত্তোলন হ'ব। আমি আবেগত অধীৰ হৈ পৰিলো। কিন্তু প্ৰথম জাতীয় পতাকা উত্তোলনৰ আনন্দ মই উপভোগ কৰিব নোৱাৰিলো; যদিও পাছত ধুবুৰীত উপায়ুক্ত হিচাপে এই আনন্দ আৰু সন্মান উপভোগ কৰো। কাৰণ ছিলঙত শ্ৰম-আয়ুক্ত ( Labour Commissioner ) হিচাপে তৎক্ষণাত কাৰ্য্যভাৰ গ্ৰহণ কৰিবলৈ হুকুম পাই মই ছিনিয়ৰ ই.এ. চি শ্ৰীবিপিন কুমাৰ বৰগোহাঁইক চাৰ্জ দি ছিলঙলৈ গলো আৰু ১৫ আগষ্টত অসমৰ প্ৰথম শ্ৰম আয়ুক্ত হিচাপে কাৰ্য্যভাৰ গ্ৰহণ কৰিলো। তাৰ আগতে বংগদেশৰ শ্ৰম আয়ুক্তই অসমৰো শ্ৰম আয়ুক্তৰ কাম কৰিছিল। স্বাধীনতাৰ লগে লগে অসমৰ শ্ৰম আয়ুক্তৰ কাম পৃথক কৰা হ'ল।

মই বৰপেটাত থকা দিন কেইটাত বিজাৰ্ভিয়োৰ সম্পূৰ্ণ বেদখল

মুক্ত আছিল। পাছত পূৰ্ব-পাকিস্তানৰ পৰা ভাগি অহা শৰণাৰ্থীসকলক পুনৰ্সংস্থাপন কৰাৰ কাৰণে ৰিজাৰ্ভবোৰৰ বহুলাংশ কটা হ'ল। লগে লগে বেদখল উচ্ছেদৰ ব্যৱস্থাও শিথিল হৈ আহিল। অসমত মাছ-গাখীৰৰ অভাৱ হ'ল। স্থানীয় মাটিহীন লোকৰ সংখ্যা বাঢ়িল আৰু নিবনুৱাৰ সমস্যা দিনকদিনে জটিল হৈ পৰিল। ৰিজাৰ্ভ সংৰক্ষণৰ কথালৈ আকৌ চৰকাৰৰ মনোযোগ আকৰ্ষিত হ'ল। ১৯৫৮ চনত মই ৰাজহ সচিব হৈ থকা কালত তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ আদেশক্ৰমে ভূমি বিষয়ক নীতি নতুনকৈ লিখি উলিয়ালো আৰু চৰকাৰে তাক প্ৰস্তাৱ আকাৰে গ্ৰহণ কৰিলে। ইতিমধ্যে শৰণাৰ্থী সংস্থাপনৰ কাৰণে চৰণীয়া ৰিজাৰ্ভৰ পৰা একলাখ এক সত্তৰ বিঘা আৰু কৰেষ্ট ৰিজাৰ্ভৰ পৰা বোল হাজাৰ সতৰশ চৌৰম বিঘা মাটি কাঢ়ি দিয়া হৈছিল। তাত স্থানীয় মাটিহীন লোকে একো ভাগ নাপাইছিল। সেই কাৰণে নতুন নীতিত এই কথা সন্নিবিষ্ট কৰা হ'ল যে নতুন মাটি পট্টনৰ বেলিকা স্থানীয় ভূমিহীন লোক আৰু শৰণাৰ্থী একে শ্ৰেণীত পৰিব। কৰেষ্ট আৰু চৰণীয়া ৰিজাৰ্ভবোৰৰ বেদখল দৃঢ়ভাৱে বন্ধ কৰা হ'ব আৰু সেই উদ্দেশ্যে বেদখলকাৰীয়ে কোনো শস্য উৎপাদন কৰাৰ আগতে উচ্ছেদ কৰাৰ কাৰণে স্থানীয় কৰ্তৃপক্ষ সদায় সতৰ্ক থাকিব। কিন্তু কাৰ্য্যক্ষেত্ৰত এই নীতি ঠিকমতে পালন কৰা নহ'ল আৰু ৰিজাৰ্ভবোৰৰ আয়তন ক্ৰমাৎ কমি আহিল। ১৯৬৭ চনত চৰকাৰে আকৌ এটা নতুন ভূমিনীতি গ্ৰহণ কৰিলে। এই নীতি অনুসৰি প্ৰত্যেক সভাতে একোখন কৈ সৰু কমিটি থাকিব। এই কমিটিবোৰে চৰণীয়া ৰিজাৰ্ভৰ বেদখল সম্পৰ্কে ৰিপ'ৰ্ট কৰিব আৰু সেই সম্পৰ্কে কি পাছৰ অৱলম্বন কৰা উচিত হ'ব তাক জনাব। বেদখলকাৰীসকল কাৰ্য্যতঃ মাটি পোৱাৰ যোগ্য হয় নে নহয় সেই কথা চৰকাৰে সহানুভূতিৰ দৃষ্টিকোণৰ পৰা পৰীক্ষা কৰি সমস্যাটোৰ সমাধান দিয়াৰিব।

বৰ্ত্তমানে যিবোৰ বেদখল আছে সেইবোৰৰ ব্যৱস্থা সংশ্লিষ্ট মাটি পট্টন পৰামৰ্শ কমিটিৰ লগত আলোচনা কৰিহে ল'ব পাৰিব। মাটি পট্টন দিয়াৰ ক্ষেত্ৰতো কাৰ কিমান মাটি আছে বা মুঠেই নাই তাৰ ওপৰতহে নিৰ্ভৰ কৰিব। ইয়াৰদ্বাৰা প্ৰকাৰান্তৰে বহিৰাগতৰহে সুবিধা কৰি দিয়া হ'ল। কাৰণ স্থানীয় মানুহৰ ঘৰ-বস্তিৰ কাৰণেও হয়তো আধা বিঘা মাটি থাকে ; কিন্তু বহিৰাগতৰ মুঠেই নাই কাৰণে তেওঁলোকে অগ্ৰাধিকাৰ পাব। এই নতুন ভূমিনীতি যে অতি দুৰ্বল আৰু ইয়াৰ দ্বাৰা যে স্থানীয় লোকতকৈ বহিৰাগতকহে বেদখল কৰাৰ বেছি সুবিধা দিয়া হ'ল তাক অলপ চালেই দেখা যায়। ইয়াৰ ফলত আজি বৰপেটাত চৰণীয়া বিজাৰ্ভৰ অন্ত পৰিল। কাৰৈমাৰি বিজাৰ্ভৰ সমুদায় মাটি কেইঘৰমান অসমীয়াৰ বাহিৰে পমুৱাৰ দখলত। পমুৱাসকলৰ বেছিভাগেই দেশ বিভাজনৰ পাছত পাকিস্থানৰ পৰা অহা বুলি সন্দেহ কৰা হৈছে। সেইদৰে থেকা বিজাৰ্ভৰ অস্তিত্ব লোপ পাইছে। বৰ্ত্তমানৰ আন্দোলনৰ আৰম্ভণিতে কাৰৈমাৰিত ভীষণ সংঘৰ্ষ হৈছিল। ইত্যাদি কাৰণত- বৰ্ত্তমানৰ ভূমি নীতিৰ আশু সংশোধনৰ একান্ত আৱশ্যক হৈ পাৰিছে।

## অসমৰ মাটি বন্দবস্তিৰ নীতি

১৮২৬ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমৰ শাসনভাৰ গ্ৰহণ কৰাৰ পাছত মাটিৰ ৰাজহ আদি লোৱাত আহোম ৰজাৰ নীতিকে মোটামুটিভাবে গ্ৰহণ কৰিছিল। কেৱল পাইকে বেগাৰ খাটা প্ৰথা উঠাই দি প্ৰত্যেক পাইকৰ পৰা ৩'০০ টকাকৈ ভেটি বস্তি আৰু কঠীত মাটিৰ বাবে খাজনা লৈছিল। প্ৰত্যেকখন

জিলা কেইখনকো মহলত ভাগ কৰি বছৰি বন্দবস্তি কৰি দিয়া মাটিৰ খাজনা কমিছন এজেন্টৰ যোগেদি আদায় কৰিছিল। এইদৰে ১৮৩৫ চনলৈ চলাৰ পাছত ১৮৩৬ৰ পৰা ১৮৪১ চনলৈ চৌধুৰী বা মৌজাদাৰ নিযুক্ত কৰি তেওঁলোকৰ নিজ দায়িত্বত এটা নির্ধাৰিত পৰিমাণৰ ৰাজহ কেইবছৰমানৰ কাৰণে আদায় কৰাৰ ভাৰ দিছিল। অতিৰিক্ত খাজনা পালে সেই টকা চৌধুৰী বা মৌজাদাৰৰ নিজা হৈছিল। এইদৰে ১৮৫৩ চনলৈ চলাৰ পিছত ১৮৫৪ চনত বছৰেকীয়া বন্দবস্তি পুনৰ প্ৰচলন কৰে; আৰু মাটি বেলেগ বেলেগ শ্ৰেণীত ভাগ কৰি বেলেগ বেলেগ হাৰত খাজনা ল'ব ধৰে। কোম্পানীৰ পৰা বৃটিছ চৰকাৰৰ হাতলৈ শাসনভাৰ হস্তান্তৰ হোৱাৰ পিছত মাটি শ্ৰেণী বিভাগত ভাগ কৰি দহচনীয়া পট্টা দি খাজনা লোৱাৰ ব্যৱস্থা কৰে। কিন্তু স্থায়ীধৰণৰ খেতি নকৰা মাটি একচনা কৰি ৰখা হয়। ইয়াকে ভিত্তি কৰি ১৮৮৬ চনত "অসম ভূমি আৰু ৰাজহ আইন" (Assam Land Revenue Regulation) প্ৰণয়ন কৰে; আৰু সেই আইনেই সময়ে সময়ে সংশোধন আৰু সংযোজন কৰি এতিয়াও চলি আছে।

১৮৮৬ চনৰ আইনৰ অধীনত বহুতো অধিনিয়ম আৰু কাৰ্য্যকৰী নির্দেশ (Rules and Executive Instruction) প্ৰণয়ন কৰা হৈছে।

এইবোৰ নিয়ম নির্দেশ আদিৰ মূলতে আছিল মাটিৰ পৰা যিমান পৰা যায় ৰাজহ আদায় কৰাৰ উদ্দেশ্য। সেই কাৰণে দহচনীয়াৰ পৰা বিশচনীয়া আৰু পিছত ত্ৰিশচনীয়া পট্টাৰ প্ৰচলন কৰা হৈছে যাতে মাটিৰ মালিকে মাটিৰ উন্নতি সাধি স্থায়ী ফচল কৰে আৰু মাটি চন নেপেলায়। লগতে আচল খেতিয়কৰ হাতৰ পৰা যাতে অন্য খেতিয়কৰ হাতলৈ মাটি নাযায় তাৰ বাবেও আইন প্ৰণয়ন কৰিছিল। কিন্তু এই আইন ঠিকমতে কাৰ্য্যকৰী হোৱা নাছিল।

বৃটিছে শাসনভাৰ লোৱাৰ সময়ত মানৰ উপদ্ৰৱকে ধৰি অসমত

নানা উপদ্ৰৱ আৰু অশান্তি চলি থকাৰ কাৰণে বহুত মানুহ কোচবিহাৰ আদি কৰি কাষৰীয়া ৰাজ্যলৈ যায় আৰু বহুত খেতিয়ক মাটি জংঘল আৰু গৰাখহনীয়াত পৰি থাকে। তেতিয়া চাহ বাগিছা খুলি বহুতো ঠাই মুকলি কৰা হ'ল। কিন্তু বাগিছাত কাম কৰিবলৈ অসমীয়া মানুহ আগবাঢ়ি নহাত বাহিৰৰ পৰা মজদুৰ আনি বাগিছাৰ কামত লগোৱা হ'ল। অসমীয়া মানুহে অৱশ্যে খেতি পথাৰ উঠাই মজদুৰসকলৰ কাৰণে ঘৰ বন্ধা কাম আৰু অইন অইন কাম কৰি দি গৈছিল। কিন্তু সেইবোৰ অস্থায়ী ধৰণৰ কাম আছিল। অসমীয়া মানুহে বিহাৰ, মধ্যপ্ৰদেশ আদিৰ পৰা অহা মজদুৰসকলৰ দৰে 'গিৰমিট' (agreement) সম্পাদন কৰি বাগিছাত স্থায়ীভাবে কাম কৰিবলৈ আহিব খোজা নাছিল।

চাহ বাগিছাই লোৱা মাটিৰ বাহিৰেও বহু গৰাবাদ মাটি আছিল। বৰ্ত্তমান শতাব্দীৰ আৰম্ভণিৰ পৰা পূৰ্ব-বঙ্গৰ (পিছত পূৱ পাকিস্থান আৰু এতিয়া বাংলাদেশ) মৈমনসিং আদি জন-বহুল জিলাকেইখনৰ পৰা খেতিৰ মাটি বিচাৰি মুছলমান খেতিয়কসকল অসমলৈ আহিব ধৰে। ১৯২০ চন মানৰ পৰা এই জনস্ৰোত প্ৰবল হৈ উঠে। ছাৰ ছাদুল্লাৰ মন্ত্ৰীসভাৰ দিনত অধিক শস্য উৎপাদনৰ নামত পূৰ্ববঙ্গৰ পৰা মুছলমান মানুহ অহাত উৎসাহ দিয়ে। অৱশ্যে ৰাজনৈতিক উদ্দেশ্য নিহিত আছিল যেন লাগে। এই মুছলমানসকলে প্ৰথমে চৰ অঞ্চল আৰু ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে থকা পতিত গৰাবাদ মাটিবোৰ দখল কৰি খেতি কৰিবলৈ ধৰে। প্ৰথমে চৰত থিতাপি লাগি বহাৰ কাৰণে কামৰূপৰ অসমীয়া মানুহে এইলোকক 'চৰুৱা' আৰু বেছি ভাগ মানুহ মৈমনসিঙৰ পৰা আহিছিল কাৰণে 'মৈমনচিঙীয়া' বুলিছিল।

এই পৰুৱা মুছলমানসকল প্ৰথমে চৰ আৰু নদীৰ পাৰৰ মাটিৰ উপৰিও তিনিৰ বাবে আদি চৰকাৰী পতিত মাটি আৰু জনজাতীয় নিৰ্দিষ্ট লোকক ধৰে। কিছুমান জনজাতীয় অসমীয়া লোকে

নিজৰ একচনা পট্টাৰ লগতে চৰকাৰী খবাখাদী মাটিও নিজৰ বুলি কৈ জনসাধাৰণক বিক্রি কৰি খাল কাটি খৰিয়াল অলাভ দৰে পমুৱাসকলক আমদানি কৰিব ধৰে।

পমুৱাসকলে চৰকাৰী মাটিৰ লগতে লাহে লাহে চৰকীয়া নিজাৰ্জিত মাটিও বেদখল কৰিবলৈ আৰম্ভ কৰে আৰু অসমীয়া গাঁওবোৰত সোমাব ধৰে। জনজাতীয় অসমীয়া লোকসকলে সাধাৰণতে লোকালয়ৰ পৰা আঁতৰত থাকিবলৈ ভাল পায়। ময়মনা মুছলমান-সকল এই গাওঁবোৰত সোমোৱা আৰম্ভ কৰি পানীখোৱা কুঁৱাত গিলুৰ অখাদ্য বস্তু পেলাই দিব ধৰাত আৰু ছোৱালী তিৰোতাৰ ওপৰতো অত্যাচাৰ কৰিব ধৰাত গাওঁৰ মানুহবোৰ গাওঁ এৰি আঁতৰলৈ যাব ধৰে। ৰাজনৈতিক স্বাৰ্থত কিছুমান অসমীয়ালোকে এইবোৰ ঘটনাত আওকাণ কৰি থাকিল যদিও সহৰভাগ অসমীয়াই ইয়াৰ প্ৰতিবাদ কৰিব ধৰে। ইফালে মুছলিম লিগে অসমখন মুছলিম প্ৰধান দেশ কৰাৰ উদ্দেশ্যে আৰু বঙালীসকলৰ বৃহত্তৰ বাংলাৰ সপোন দেখো সকলে বহিৰাগতৰ এই সোঁত অব্যাহত ৰাখিবলৈ চেষ্টা কৰে। ১৯৫১ চনৰ লোকপিয়লত বহিৰাগতৰ (immigrants) সংখ্যা ১২,৮৬,৬২৪ হয়গৈ। এনেদৰে বহিৰাগত আহি থাকিব লাগিলে অসমৰ ভৱিষ্যত বংশধৰসকলৰ কাৰণে মাটিৰো অনাটন ঘটিব। গতিকে এই সোঁত বন্ধ কৰিব লাগিব। তৎকালীন ব্যৱস্থা হিচাপে বিশেষকৈ স্থানীয় লোকৰ সংৰক্ষণৰ অৰ্থে চৰকাৰে 'লাইন' প্ৰথাৰ উদ্ভাৱন কৰিলে। কল্পিত লাইন টানি লাইনৰ ভিতৰলৈ বহিৰাগতসকলৰ প্ৰৱেশ নিষেধ কৰিলে আৰু নতুনকৈ আহি থকা পমুৱা বা বহিৰাগতসকলক আৰু যিসকল লাইনৰ ভিতৰত পৰি গ'ল যিসকলৰ সংস্থাপনৰ কাৰণে চৰকাৰী চন পৰি থকা মাটিত বহুৱাই উপনিবেশ পাতি 'কলোনাইজেছন' আঁচনি প্ৰবৰ্তন কৰিলে। মুছলিম লিগ আদি কিছুমান স্বাৰ্থ বাৰ্থৰ সমাই এইবোৰ আঁচনি তীব্ৰ বিৰোধিতা কৰে। ১৯৩৭

চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছে অসম বিধান সভাৰ ১০৮ খন আসনৰ ভিতৰত ৩৩ খন দখল কৰি সৰ্ববৃহৎ দল আছিল যদিও গৱৰ্ণৰে মুছলমানসকলৰ নেতা ছাদুল্লাকহে মাতি নি মন্ত্ৰীসভা গঠন কৰিবলৈ কয়।

ছাদুল্লা চৰকাৰে শাসনভাৰ গ্ৰহণ কৰি লাইন প্ৰথা সম্পৰ্কে তদন্ত কৰিবৰ কাৰণে এখন কমিটি গঠন কৰি দিয়ে। কমিটিৰ ভিতৰত মতভেদ আছিল যদিও সংখ্যাগৰিষ্ঠই লাইন প্ৰথা সমৰ্থন কৰি ৰিপ'ৰ্ট দিয়ে আৰু বেদখলকাৰীসকলক উচ্ছেদ কৰাৰ পৰামৰ্শ দিয়ে। ইতিমধ্যে ছাদুল্লা মন্ত্ৰীসভাৰ কৰ্তন প্ৰস্তাৱ আৰু সাধাৰণ প্ৰস্তাবৰ যোগেদি ১১ বাৰ পৰাজয় হয়। তাৰ পাছত অনাস্থা প্ৰস্তাব অনাত প্ৰস্তাবৰ সন্মুখীন নহৈ মন্ত্ৰীসভাই পদত্যাগ কৰে। ১৩।৯।৩৮ তাৰিখে গোপীনাথ বৰদলৈয়ে সংযুক্ত (coaliti ›n) মন্ত্ৰী সভা গঠন কৰে আৰু ১৯৩৮ চনলৈ অহা বহিৰাগতসকলকহে লাইন আৰু উপনিবেশ আঁচনি মতে সংস্থাপন কৰাৰ ব্যৱস্থা কৰি ১৯৩৮ চনৰ পিচত বাহিৰৰ মানুহ অহা বন্ধ কৰাৰ চেষ্টা কৰে। কিন্তু ইয়াৰ_ পাছতে দ্বিতীয় মহাসমৰত বৃটেইনে যোগ দি ভাৰতকো যুদ্ধত সংশ্লিষ্ট কৰাত কংগ্ৰেছ কোৱালিছন চৰকাৰে প্ৰতিবাদ কৰি ১৭।১১।৩৯ তাৰিখে পদত্যাগ কৰে। ছাদুল্লা চৰকাৰ পুনৰ অধিষ্ঠিত হৈ বৰদলৈ চৰকাৰৰ ভূমিনীতি পৰিহাৰ কৰি ডেভেলপমেণ্ট (Development) আঁচনি প্ৰস্তুত কৰি তাৰ জৰিয়তে অবাধে বহিৰাগতক আহিবৰ সুবিধা দি তেওঁলোকক সংস্থাপনৰ ব্যৱস্থা কৰে।

৬।১২।৭১ তাৰিখে গুৱাহাটীত চৰকাৰে যুদ্ধৰ কাৰণে ধন সংগ্ৰহ কৰিবলৈ এখন প্ৰদৰ্শনী পতাৰ বিৰুদ্ধে ছাত্ৰসকলে বিৰোধিতা কৰি বিক্ষোভ প্ৰদৰ্শন কৰা বাবে তেওঁলোকৰ ওপৰত লাঠি-চালনা হয় আৰু তাৰ প্ৰতিবাদত ৰোহিনী কুমাৰ চৌধুৰীয়ে মন্ত্ৰী পদ ত্যাগ কৰাত ছাদুল্লা মন্ত্ৰী-সভাৰ পতন হয় আৰু ২৪।১২।৪১ তাৰিখে গৱৰ্ণৰে ৯৩ ধাৰা মতে শাসনভাৰ নিজৰ হাতলৈ নিয়ে আৰু নতুন

মন্ত্রী সভা গঠন নোহোৱা পর্য্যন্ত ছাদুল্লা চৰকাৰে প্রবর্ত্তন কৰা ডেভেলেপমেণ্ট আঁচনি উঠাই দি মাটি বন্দবস্তিৰ এটা নীতি ঘোষণা কৰে। ৬।৩।৪২ তাৰিখৰ এই ঘোষণাত কোৱা হৈছিল যে—

লাইন আৰু উপনিবেশ আঁচনিৰ বহু সমালোচনা হৈছিল যদিও, সেই আঁচনিৰ জৰিয়তে বহিৰাগতৰ অবাধ প্রবেশ বহুখিনি নিয়ন্ত্রণ কৰিব পৰা হৈছিল। সেইকাৰণে এই আঁচনিৰ যোগেদি তলত লিখাৰ দৰে প্রাধান্য দি মাটি দিয়া হ'ব—

(১) গৰাখহনীয়া পট্টাদাৰ।

(২) লাইনৰ ভিতৰত একচনা মাটি খৰিদ কৰা সকলক তাৰ পৰা উঠাই দি কলোনিত অর্থাৎ উপনিবেশত বহুওৱা।

(৩) ৰিজার্ভৰ ভিতৰত কেইবাবছৰ ধৰি খেতি কৰা সকলক সম্ভৱ হ'লে ৰিজার্ভৰ সেই অংশ কাটি বা কলোনিত মাটি দি সংস্থাপন কৰা।

ইয়াৰ পিছত ২৪।৮।৪৩, ১৫।১।৪৫ আৰু ১৩।৭।৪৫ তাৰিখে আৰু তিনিটা সংশোধিত প্রস্তাব লোৱা হয়। দেশ স্বাধীন হোৱাৰ সময়ত কার্য্যকৰী হৈ থকা নীতিসমূহ থূলমূলভাৱে তলত দিয়া হ'ল—

(১) যিবিলাক গাওঁত ২০০ বিঘাতকৈ বেছি গৰাবাদ মাটি আছে তাৰে ৩০ ভাগ স্থানীয় মানুহৰ কাৰণে ৰাখি বাকী মাটি বাহিৰৰ মানুহক পৰিকল্পিতভাৱে পট্টা দিয়া হ'ব।

(২) পূর্ববঙ্গৰ পৰা ১৯৩৮ চনৰ আগতে অহা সকলক স্থানীয় মাটিহীনসকলৰ লগত একে শ্রেণীত ধৰা হ'ব।

(৩) জনজাতীয় লোকসকলৰ সংৰক্ষণার্থে ট্রাইবেল বেল্ট আৰু ব্লক গঠন কৰা হ'ব।

(৪) চৰণীয়া আৰু অইন অইন ৰিজার্ভবোৰ সংৰক্ষণ কৰা হ'ব।

স্বাধীনতা লাভ কৰাৰ পিচত কংগ্রেছ পার্টি ক্ষমতাত অধিষ্ঠিত হৈ তৃতীয় দফা কার্য্যকৰী কৰে আৰু ৬,১০ বর্গ মাইল ভূমি

সামৰি লৈ ট্ৰাইবেল বেল্ট আৰু ব্লক গঠন কৰি ভূমি আৰু ৰাজহ আইনত ১৯৪৭ চনত, দশম ছেদ বুলি নতুন ছেদ এটা সংযোজন কৰে। আচলতে এই ছেদটো পিছপৰা শ্ৰেণীৰ সংৰক্ষণ বুলি কোৱা হৈছে। আৰু কোন কোন শ্ৰেণীৰ লোক এই সংৰক্ষণৰ যোগ্য তাক ৰাজ্যিক চৰকাৰে গেজেটত প্ৰকাশ কৰিব। সেই মৰ্মে ২৪।৮।৪৯ তাৰিখৰ গেজেটত ভৈয়ামৰ জনজাতি, পাহাৰৰ জনজাতি, চাহবাগিছাৰ জনজাতিয় লোক, চাওতাল, নেপালী খেতিয়ক আৰু গো-পালক আৰু অনুসূচীত জাতিবোৰক এই আইনৰ অধীনত পৰে বুলি প্ৰকাশ কৰা হৈছে। কিন্তু সৰ্বসাধাৰণে এই সংৰক্ষিত অঞ্চলবোৰ ট্ৰাইবেল বেল্ট আৰু ট্ৰাইবেল ব্লক বুলি জানে।

বৃটিছৰ দিনতে ব্যৱস্থা কৰি যোৱা ওপৰোক্ত নীতিসমূহ ঠিকমতে কাৰ্য্যকৰী কৰি গলে আজি বহিৰাগতৰ সমস্যা ইমান জটিল হৈ নুঠিলহৈ। কিন্তু কাৰ্য্যক্ষেত্ৰত ৰাজনৈতিক উদ্দেশ্যত আৰু ন্যাস্ত-স্বাৰ্থৰ লোভত এই নীতিবোৰ ঢিলাই দি ৰিজাৰ্ভ বেদখল কৰা মানুহক- ৰিজাৰ্ভ ভাঙি দি পট্টা দিব ধৰা হ'ল। কংগ্ৰেছ চৰকাৰে পোনতে এইবোৰ নীতি দৃঢ়ভাবে পালন কৰিছিল। ১৯৬-৪৭ চনত এই প্ৰবন্ধৰ লিখক বৰপেটা মহকুমালৈ মহকুমাধিপতি হৈ বদলি হয়। বৰপেটা মহকুমাতে (এতিয়া জিলা) চৰণীয়া ৰিজাৰ্ভৰ মাটি বহুত আছিল আৰু তাতে বহিৰাগতৰো হেঁচা অতি বেছি হৈছিল। চৰণীয়া ৰিজাৰ্ভত যাতে কোনো বেদখলকাৰী সোমাব নোৱাৰে সেই ব্যৱস্থা কটকটীয়া কৰাৰ কাৰণে ৰিজাৰ্ভ গাৰ্ড নিযুক্ত কৰা হৈছিল আৰু এক চেকচন সশস্ত্ৰ পুলিচ বৰপেটাত (গোবিন্দপুৰ ৰিজাৰ্ভত) ৰখা হৈছিল। ৰিজাৰ্ভ গাৰ্ডে পহৰা দি ফুৰোতে কোনোবা লোকে ৰিজাৰ্ভত অনাধিকাৰ প্ৰৱেশ কৰা দেখিলে তত্তালিকে পুলিচক খবৰ দিছিল আৰু বেদখলকাৰীয়ে ঘৰ-দুৱাৰ বন্ধা আৰু কোনো শস্য উৎপাদন কৰাৰ আগতে পুলিচে উচ্ছেদ কৰিছিল।

আগতে সোপাটিলা নীতিত বা উদ্দেশ্য প্ৰণোদিত হৈ স্থানীয় কৰ্মচাৰীয়ে চকু মুদি থাকোতে বেদখলকাৰীয়ে মাটি চহ কৰি শস্য উৎপাদন কৰাৰ সুযোগ পাইছিল আৰু স্থানীয় কৰ্মচাৰীয়ে শস্য সামৰি লোৱালৈ বাট চাইছিল। কিন্তু এই বহিৰাগত খেতিয়কসকলৰ পথাৰত সদায় এটা নহয় এটা শস্য আছিলেই। শস্য উঠোৱালৈ বাট চাই থাকোঁতে কেইবা বছৰো হৈছিল। শেষত ৰিজাৰ্ভৰ বেদখল কৰা অংশ কাটি দি তেওঁলোকক পট্টা দিয়া হৈছিল।

এই দুষ্টচক্ৰ আঁতৰোৱাৰ কাৰণে ৰিজাৰ্ভত সোমোৱাৰ লগে লগে মাটি চহ কৰিব নাপাওঁতেই বেদখলকাৰীক উচ্ছেদ কৰাৰ ব্যৱস্থা হ'ল। এই ব্যৱস্থা দৃঢ়ভাবে পালন কৰাত ১৯৪৭ চনৰ ভিতৰতে বৰপেটা মহকুমাৰ আটাইবোৰ চৰণীয়া ৰিজাৰ্ভ বেদখলমুক্ত কৰা হ'ল। কিন্তু লাহে লাহে কামত শিথিলতাই দেখা দিলে। ইফালে ১৯৪৭ চনত দেশ বিভাজন হোৱাত আৰু পূৰ্ববঙ্গ পূব পাকিস্থানলৈ পৰিণত হোৱাত সমস্যাৰ জটিলতা আৰু বাঢ়িল। পূব পাকিস্থানৰ পৰা মুছলমানসকলে ভাৰতীয় নাগৰিকত্ব নাপালে তেওঁলোকৰ মাটিৰ পট্টা পোৱা অধিকাৰ নাথাকিব। ইফালে হিন্দু শৰণাৰ্থী লাখে লাখে আহি অসমত সোমাব ধৰিলে। অসমৰ জনসংখ্যাৰ ঘনত্ব ইতিমধ্যে বহুত বাঢ়ি গ'ল। ১৯১১ চনৰ পৰা ১৯৫১ চনলৈ বহিৰাগতসকলৰ ভিতৰত মুছলমান লোকৰ অনুপ্ৰবেশেই আছিল প্ৰধান। অসমত মুঠ মুছলমান সংখ্যা তলত দেখুৱা দৰে বাঢ়িল—

১৯১১ — ৫,১১,৭১৫,
১৯২১ — ৭,৫৬,৬২৩,
১৯৩১ — ১১,৩৯,৪৬২,
১৯৫১ — ১৯,৮০,১০৪

(১৯৪১ চনৰ লোকপিয়লত মুছলমানৰ সংখ্যা বেলেগে নেদেখুৱাৰ বাবে সেই চনৰ সংখ্যা দিব পৰা নহ'ল)

এইদৰে জনসংখ্যা বাঢ়ি অহাৰ কাৰণে দেশ বিভাজন হোৱাৰ আগতেও ১৯৩৮ চনৰ পিছত তেতিয়াৰ পূৰ্ববঙ্গৰ পৰা অহা লোকক মাটিৰ পট্টা নিদিবলৈ স্থিৰ কৰা হৈছিল। দেশ বিভাজনৰ পাছত ১৯৫১ চনৰ লোকগণনাত অসমৰ মুঠ জনসংখ্যা আছিল ৮০,২৮,৪৫৬। তাৰে ভিতৰত শৰণাৰ্থীৰ সংখ্যা আছিল ২,৭৪,৪৫৫। থপুৰা ভূমিহীন লোকৰ সংখ্যা সেই সময়ত চৰকাৰী হিচাপমতে প্ৰায় আঢ়ৈ লাখ আছিল। সেই কাৰণে কেন্দ্ৰীয় চৰকাৰে অসমত শৰণাৰ্থীসকলক সংস্থাপিত কৰা প্ৰস্তাৱত অসম চৰকাৰে পোনতে ৩ লাখ লবলৈ গাত লৈছিল, পিচত কেন্দ্ৰীয় চৰকাৰৰ হেঁচাত ৫ লাখ শৰণাৰ্থীক সংস্থাপন কৰাৰ গাত লয়। কাৰ্য্যক্ষেত্ৰত ১৯৬১ চনলৈ ১,২৮,০০০ শৰণাৰ্থী পৰিয়াল অৰ্থাৎ পৰিয়ালে প্ৰতি ৫ জনকৈ ধৰিলে ৬,৪০,০০০ জন লোকক সংস্থাপন দিয়া হৈছে। ইয়াৰ ভিতৰত ১৯৫১ চনৰ আগতে আহি সংস্থাপিত হোৱা ২,৭৪,৪৫৫ জন ধৰা হোৱা নাই। তাৰ উপৰিও ১৯৬৫ চনত পাকিস্থানৰ লগত হোৱা যুদ্ধৰ আগে আগে আৰু প্ৰায় ২,৩২,০০০ জন শৰণাৰ্থীক সংস্থাপন কৰাৰ কাৰণে লোৱা হৈছিল। ১৯৫৯ চনত এই প্ৰবন্ধৰ লিখক ৰাজহ সচিব থকা কালত অসমৰ পতিত মাটিৰ আচল পৰিমাণ উলিয়াবৰ কাৰণে এটা জৰীপ কৰা হৈছিল। সেই জৰীপমতে অসমত ১,৯৭,৭০৯ বিঘাহে খেতিৰ উপযোগী মাটি পতিত হৈ আছে। তাৰে ভিতৰত ১,০১,৭৭৪ বিঘা মাটি ট্ৰাইবেল বেল্ট আৰু ব্লকৰ ভিতৰত। বাকী ৯৫,৯৩৫ বিঘা মাটি ১২,০০০ বাৰ হাজাৰখন ভৈয়ামৰ গাওঁত সিচৰিত হৈ আছে। কিন্তু চৰকাৰৰ প্ৰচাৰ আৰু জনসংযোগ বিভাগে এই সম্পৰ্কে প্ৰচাৰ কৰা সংখ্যাবোৰে মানুহৰ মনত ভুল ধাৰণা জগাই তোলাৰ কাৰণে বাহিৰৰ পৰা সদায় মানুহ আহি থাকে আৰু কেন্দ্ৰীয় চৰকাৰেও অসমক আৰু শৰণাৰ্থী লবলৈ হেঁচা দি থাকে। চৰকাৰী হিচাপত ১৯৬১ চনত অসমত জন-সংখ্যাৰ হাৰ আছিল বৰ্গ মাইলত ১০৯ জন। সেই বছৰতে সাম্প্ৰদায়িক সংঘৰ্ষত বহুত লোক নিহত আৰু আহত

হয়। প্ৰধান মন্ত্ৰী জৱহৰলাল নেহৰু তদন্তৰ কাৰণে ছিলঙলৈ আহোঁতে আমি (অবসৰ লোৱাৰ পাছত) কেইজনমানে স্মাৰক-পত্ৰ দি অসমত খেতিৰ মাটিৰ ওপৰত জনসংখ্যাৰ হেঁচা ১০৭ জনতকৈ বহুত বেছি অৰ্থাৎ প্ৰতি বৰ্গ মাইলত ৬০০ জনতকৈ বেছি বুলি বুজাইছিলো, কাৰণ তেতিয়া অসমৰ মুঠ মাটি কালি কমি ৮৫,০০০ বৰ্গ মাইল হৈছিল। তাৰে ভিতৰত নেফাৰ (বৰ্ত্তমান অৰুণাচল) ৩৫,০০০ বৰ্গ মাইল আৰু পাৰ্বত্য জিলা সেইখনৰ ২৭,০০০ বৰ্গ মাইলৰ মাটি বন্দবস্তিৰ ওপৰত অসম চৰকাৰৰ কোনো হাত নাছিল। তাৰ উপৰিও ট্ৰাইবেল বেল্ট আৰু ব্লকৰ ৬,১০০ বৰ্গ মাইল আৰু বন বিভাগৰ ৫,০০০ বৰ্গ মাইল ৰিজাৰ্ভ ফৰেষ্ট এই-বোৰ অঞ্চল বাদ গৈ বাকী ১২,০০০ বৰ্গ মাইলত অসমৰ তেতিয়াৰ ৯৬ লাখ জন লোকৰ ৭২ লাখ জনে বাস কৰে। গতিকে বৰ্গ মাইলত ৬০০ জনৰ সংখ্যা নেহেৰুজীয়ে মানি লৈছিল।

## ভূমি-নীতি

চৰকাৰৰ ভূমি-নীতি কাৰ্য্যকৰী কৰাত ন্যস্ত স্বাৰ্থ আৰু দুৰ্নীতি সোমাব ধৰাত বহুত বেমেজালি ঘটিব ধৰিলে। শৰণাৰ্থীৰ কাৰণে চৰণীয়া ৰিজাৰ্ভ, আনকি ফৰেষ্ট ৰিজাৰ্ভো, ঠায়ে ঠায়ে খুলি দিয়া হ'ল। এইবোৰ মাটিত কিন্তু স্থানীয় ভূমিহীনসকলে ভাগ নাপাইছিল। ইফালে চৰবিলাকত অনাধিকাৰ প্ৰৱেশ কৰি সোমোৱা পমুৱা মুছলমানসকলেও গৰাখহনীয়াৰ নামত মাটি পোৱাত অগ্ৰাধিকাৰ পাব ধৰিলে, (তেওঁলোকৰ কোনো পট্টা নাথাকিলেও আৰু পট্টাৰ মাটি গৰাখহনীয়াত নগলেও) ইত্যাদি নানা খেলিমেলিৰ কাৰণে ১৯৫৮ চনত এই লিখক ৰাজহ সচিব থকা কালত তেতিয়াৰ মুখ্য মন্ত্ৰী বিমলাপ্ৰসাদ চলিহা দেৱে লিখকক ভূমি বন্দবস্তি সম্পৰ্কে এটি বিশদ টোকা যুগুত কৰি উলিয়াবলৈ কলে। পৰি-কল্পনা আয়োগৰ নিৰ্দ্দেশাৱলী আগত ৰাখি আৰু অসমৰ ভূমি-

নীতিৰ আৰম্ভণিৰ পৰা এটা থুলমূল আভাস দি তেতিয়াৰ সমস্যা-বোৰ, বিশেষকৈ বহিৰাগতৰ সমস্যা আগত ৰাখি, এটি টোকা যুগুত কৰা হ'ল। চৰকাৰে এই টোকা গ্ৰহণ কৰিলে আৰু সেই মৰ্মে ২৫।৯।৫৮ তাৰিখে ৰাজহ বিভাগৰ সংকল্প (Revenue Department Resolution No. RSS 205/58 dt. 25.9.58) আকাৰ নতুন ভূমি বন্দবস্তি নীতি ঘোষণা কৰা হ'ল। দুৰ্ভাগ্যবশতঃ ভূমি আৰু ৰাজহ আইনৰ ৮ম সংস্কৰণত এই সংকল্পটো সন্নিৱিষ্ট কৰা হোৱা নাই। ১৯৫৮ চনৰ ঘোষিত নীতি থুলমূলভাবে তলত দিয়া হ'ল --

১) একচনা পট্টাৰ পৰা বহু দুৰ্নীতিৰ উদ্ভৱ হয়। আইন অনুসৰি যিবিলাক চৰ্ত পূৰণ কৰিলে একচনা পট্টা মিয়াদী কৰিব পাৰি সেইবোৰ চৰ্ত পূৰণ কৰিলে বিঘাই ৫.০০ পাঁচ টকাকৈ প্ৰিমিয়াম লৈ শীঘ্ৰে মিয়াদী কৰিব।

২) ফৰেষ্ট ৰিজাৰ্ভৰ পৰিমাণ আন্তৰ্জাতিক নিৰ্দ্ধাৰিত মানতকৈ কম। খেতি-বাতিৰ স্বাৰ্থত আৰু মানুহৰ স্বাস্থ্যৰ স্বাৰ্থত ফৰেষ্ট ৰিজাৰ্ভ সম্পূৰ্ণভাবে সংৰক্ষিত থাকিব।

৩) সংৰক্ষিত চৰণীয়া ৰিজাৰ্ভ বৰ্তমানে টেক্স দিয়া ব্যৱসায়ীয় গৰু-ম'হৰ কাৰণেই যথেষ্ট নহয়। গতিকে বৰ বিশেষ পৰিস্থিতিৰ উদ্ভৱ নহলে এই ৰিজাৰ্ভবোৰ খুলি দিয়া নহ'ব।

৪) গাওঁৰ চৰণীয়া ৰিজাৰ্ভত গাওঁ পঞ্চায়তৰ যোগেদি বৈজ্ঞানিক পদ্ধতিত ঘাঁহৰ খেতি কৰি গাৱঁৰ গৰু-ম'হক খুৱাব।

৫) খেতিৰ কাৰণে উপযুক্ত মুঠ মাটিৰ পৰিমাণ স্থানীয় ভূমি-হীন সকলক গাইগুটীয়াভাবে দিবৰ কাৰণে যথেষ্ট নহয়। গতিকে ভূমিহীনসকলক যিমানদূৰ সম্ভৱ সমবায় ভিত্তিত বন্দবস্তি কৰি দিব।

গাইগুটীয়াভাবে পট্টা দিবৰ হলে তলত দিয়া ক্ৰম অনুসৰি অগ্ৰাধিকাৰ পাব—

ক) যিসকল পট্টাদাৰ বানপানী, গৰাখহনীয়া, ভূমিকম্প বা চৰকাৰে অধিগ্ৰহণ কৰাৰ ফলত ভূমিহীন হৈছে সিসকল,

খ) স্থানীয় ভূমিহীন খেতিয়ক আৰু শৰণাৰ্থীসকল;

গ) যিসকল পট্টাদাৰ গৰাখহনীয়াত ভূমিহীন হৈ উপায়ুক্তৰ অনুমতিক্ৰমে ৰিজাৰ্ভত বহিছে সিসকলক ৰিজাৰ্ভৰ বাহিৰত অইন ঠাইত মাটি দিব নোৱাৰিলে সিসকলক উচ্ছেদ কৰা নহ'ব।

মন কৰিবলগীয়া যে গৰাখহনীয়া আদিত যিসকল লোক ভূমিহীন হৈছে, সিসকলে মাটি পাব লাগিলে আগৰ পট্টাদাৰ হ'ব লাগিব। ইয়াৰ আগয়ে গৰাখহনীয়াৰ নামত বহুবিহীন লোকেও মাটি পাইছিল। অৰ্থাৎ নতুনকৈ পৰা চৰত কোনো বহিৰাগত আহি বেদখল কৰি বহিলে আৰু বাৰিষা সেই চৰ ভাঙি গলে গৰাখহনীয়াৰ নামত তেওঁক অইন ঠাইত মাটি দি পট্টা দিছিল। এতিয়া নতুন নিয়মত তেনেলোক পট্টা পাব নোৱাৰে।

ইয়াতে আকৌ উল্লেখ কৰিব পাৰি যে আগেয়ে শৰণাৰ্থীৰ কাৰণে কোনো ৰিজাৰ্ভ খুলি দিলে তাত স্থানীয় ভূমিহীনসকলে ভাগ নাপাইছিল। নতুন নীতিত স্থানীয় ভূমিহীন লোকে শৰণাৰ্থীৰ লগত মাটি পোৱাৰ ব্যৱস্থা কৰা হ'ল।

২০।২।৫০ তাৰিখৰ ৰাজহ বিভাগৰ সিদ্ধান্তমতে পাকিস্থানৰ পৰা আহি থকা লোকে ভাৰতীয় নাগৰিকত্ব নাপালে মাটি পোৱাৰ অধিকাৰ নাছিল। কিন্তু কাৰ্য্যক্ষেত্ৰত এনেকুৱা ঘোষিত নীতিবোৰ লাহে লাহে চৰকাৰী কৰ্মচাৰীসকলে চৰকাৰৰ পৰোক্ষ সমৰ্থন লৈ উলাই কৰিব ধৰিলে আৰু ৰিজাৰ্ভবোৰত বেদখল পূৰ্ণোদ্যমে চলিব ধৰিলে। চৰণীয়া ৰিজাৰ্ভ প্ৰায় নাইকিয়া হ'ল আৰু কবেষ্ট ৰিজাৰ্ভবোৰৰ পৰাও হাজাৰ হাজাৰ বিঘা মাটি খুলি দিয়া হ'ল। ট্ৰাইবেল বেল্ট আৰু ব্লকৰ ভিতৰতো শৰণাৰ্থীক বহুৱা হ'ল। স্থানীয় বিষয়াসকলৰ এইবোৰ নীতি-বহিৰ্ভূত কামত চৰকাৰৰ যে সমৰ্থন আছিল তাক ২০।১।৬৮ তাৰিখৰ

পৰৱৰ্ত্তী ঘোষিত ভূমি নীতিৰ পৰা বুজা যায়। এই নতুন নীতিৰ মূল কথাকেইটা তলত দিয়া হ'ল—

১) 'নদী খহনীয়া প্ৰতিৰক্ষা আৰু ৰেলৱেৰ কাৰণে অধিগ্ৰহণ কৰাৰ ফলত ভূমি সংৰক্ষণ জটিল হৈ পৰিছে। তাৰ উপৰিও ১৯৬৩-৬৪ চনত হঠাৎ পূব-পাকিস্থানৰপৰা শৰণাৰ্থীৰ সোঁত বব ধৰাত ভাৰতৰ অইন ৰাজ্যৰ লগত অসমতো শৰণাৰ্থীৰ পুনৰ সংস্থাপনৰ কাৰণে কেইখনমান অত্যাৱশ্যকীয় ৰিজাৰ্ভ খুলি দি ৫২,০০০ হাজাৰ বিঘা মাটিত তেওঁলোকক বহুৱাব লগা হ'ল।' (ভূমি আৰু ৰাজহ মেনুৱেলৰ ৮ম সংস্কাৰণৰ ৪৫৫ পৃষ্ঠাৰ সাৰাংশ উদ্ধৃত কৰা হৈছে)। লক্ষ্য কৰিব যে খুলি দিয়া ৰিজাৰ্ভৰ মাটিত স্থানীয় ভূমিহীন লোকে একো ভাগ নাপালে। যদিও ১৯৫৮ চনৰ ঘোষিত নীতি অনুসৰি শৰণাৰ্থীৰ লগত তেওঁলোকেও ভাগ পাব লাগিছিল। তাৰ পিছত ৪৫৭ পৃষ্ঠাত লিখিছে— ৰাজহ বিভাগে এই ভীষণ সমস্যাটো তলত উল্লেখ কৰাৰ দৰে সমাধান কৰাৰ চেষ্টা কৰি আহিছে --

ক) চৰকাৰী গৰাবাদ মাটি, ব্যৱসায়িক চৰণীয়া ৰিজাৰ্ভ আৰু গাৱঁৰ চৰণীয়া ৰিজাৰ্ভৰ মাটি পট্টন দি;

খ) চাহ বাগিছাৰ উৰ্দ্ধত্ত মাটি অধিগ্ৰহণ কৰি পট্টন দি;

গ) কৃষি বিভাগৰ সহযোগত গৰাবাদ মাটি খেতিৰ উপযোগী কৰাৰ আঁচনি কাৰ্য্যকৰী কৰি;

ঘ) কেন্দ্ৰীয় আঁচনি মতে কৃষি বনুৱাক পট্টন দি; আৰু

ঙ) অ'ত ত'ত পৰি থকা অলাগতিয়াল ফৰেষ্ট ৰিজাৰ্ভ খুলি দি সমস্যাৰ সমধান কৰা।

তাত আকৌ কোৱা হৈছে যে ১৯১৮ চনৰ পৰা (তেতিয়ালৈ) তলত দেখুৱা পৰিমাণৰ মাটি ভূমিহীন খেতিয়কৰ মাজত ভগাই দিয়া হ'ল। মন কৰিব যে ভূমিহীন বোলোতে স্থানীয় বা

বহিৰাগতৰ ভিতৰত প্ৰভেদ ৰখা নাই আৰু প্ৰত্যেক বহিৰাগতই অৱশ্যে ভূমিহীন।

চৰকাৰী গৰাখাদ মাটি ২,৯৭,০০০ বিঘা

গাৱঁৰ চৰণীয়া ৰিজাৰ্ভ—২৫,৭৬১ বিঘা

---

**মাটি পট্টন দিয়াৰ ক্ষেত্ৰত বাচ-বিচাৰ নোহোৱাকৈ বহিৰাগতক অগ্ৰাধিকাৰ দিয়া হ'ল—বহিৰাগতই এই ক্ষেত্ৰত প্ৰথম স্থান পালে—।**

---

ব্যৱসায়িক চৰণীয়া ৰিজাৰ্ভ—৬০,৫০৩ বিঘা

চাহ বাগিছাৰ উদ্বৃত্ত মাটি—১৫৭,৮৭৮ বিঘা

ফৰেষ্ট ৰিজাৰ্ভ · ৮০,০০০ বিঘা

আচলতে চৰণীয়া ৰিজাৰ্ভবোৰৰ মুঠ ১৬,৬২,০০০ বিঘা মাটিৰ পৰা ১৯৬০ চনলৈকেই ২,৯৩,০০০ বিঘা মাটি ৰিজাৰ্ভৰ পৰা বাদ দিয়া হৈছিল। আৰু চৰকাৰৰ সোপাচিলা নীতি আৰু নিষ্ক্ৰিয়তাৰ কাৰণে ৰিজাৰ্ভ নাইকিয়াই হ'ল।

তাৰ পিছত ৪৫৭ পৃষ্ঠাৰ শেষৰ ফালে কৈছে—অসমৰ পৰিস্থিতি বিবেচনা কৰি মাটি বন্দবস্তি নীতি তলত দিয়াদৰে নকৈ ঘোষিত হ'ল —

১) ভৱিষ্যতে কেৱল নিজে খেতি কৰা মানুহকহে পৰিয়াল ভিত্তিত ১০ বিঘাতে সীমিত কৰি মাটি দিয়া হ'ব। আৰু তলত দেখুৱা দৰে অগ্ৰাধিকাৰ দিয়া হ'ব—

ক) যাৰ একেবাৰে মাটি নাই।

খ) যাৰ ৫ বিঘাতকৈ কম মাটি আছে।

গ) যাৰ ৫ৰ পৰা ৮ বিঘালৈ আছে।

ঘ) যাৰ ৮ বিঘাৰ ওপৰত আছে।

১০ বিঘাতকৈ কোনো পৰিয়ালক বেছি মাটি দিব লগা হলে মাটি বন্দবস্তি সমিতিৰ পৰামৰ্শ লৈহে দিব।

চৰণীয়া ৰিজাৰ্ভত বেদখল হলে গাওঁ সভাবোৰত গঠন কৰা সমিতিয়ে ৰিপ'ৰ্ট কৰিব। (আগৰ নীতি অনুসৰি লগে লগে উচ্ছেদ বন্ধ কৰা হ'ল) আৰু এনেকুৱা বেদখল কেনেকৈ বন্ধ কৰা যায় তাৰ উপায় উদ্ভাৱন কৰি জনাব। বেদখলকাৰী থিতাপি হোৱাৰ আগতে তেওঁক উচ্ছেদ কৰাৰ দায়িত্ব স্থানীয় বিষয়াৰ ওপৰত থাকিব।

এনেকুৱা বেদখলকাৰীৰ কথাবোৰ সংশ্লিষ্ট মাটি বন্দবস্ত সমিতিৰ লগত আলোচনা কৰি নিষ্পত্তি কৰিব।

ওপৰত উল্লেখ কৰা চৰকাৰৰ নতুন ভূমি সম্পৰ্কীয় সংকল্পটো অলপ খঁহিয়াই চালে দেখা যাব যে মাটি বন্দবস্তিৰ ক্ষেত্ৰত স্থানীয় আৰু বহিৰাগতৰ ভিতৰত কোনো পাৰ্থক্য ৰখা নাই। ১৯৩৮ চনৰ আগেয়ে পূৰ্ববঙ্গৰ পৰা অহা মুছলমানসকলক স্থানীয় ভূমি-হীনসকলৰ লগত সমান অধিকাৰ দিয়া হৈছিল আৰু ১৯৫০ চনৰ সংকল্প মতে পকিস্থানৰ পৰা অহা সকলক ভাৰতীয় নাগৰিকত্ব নাপালে মাটি পোৱা অধিকাৰ দিয়া হোৱা নাছিল! ১৯৬৮ চনৰ ৰাজহ বিভাগৰ সংকল্পত এইবোৰ চৰ্তৰ কথা উল্লেখ কৰা নহ'ল। ১৯৫৮ চনৰ সংকল্পত চৰকাৰী ৰিজাৰ্ভ খোলা দৃঢ়ভাবে বন্ধ কৰাৰ কথা কোৱাৰ স্বত্বেও চৰণীয়া ৰিজাৰ্ভ, আনকি ফৰেষ্ট ৰিজাৰ্ভো খুলি দি সমস্যা সমাধান কৰাৰ চেষ্টা কৰা খুলি কোৱা হ'ল। অৰ্থাৎ ঘোষিত নীতিৰ বিৰুদ্ধে বিষয়াসকলে কৰি অহা কামত চৰকাৰৰ সমৰ্থন পাই আহিছিল। মটি পট্টন দিয়া ক্ষেত্ৰত স্থানীয় বা বহিৰাগতৰ ভিতৰত বাচ-বিচাৰ নোহোৱাকৈ একেবাৰে মাটি নথকাক অগ্ৰাধিকাৰ দিয়া হ'ল। স্বাভাৱিকতে বহিৰাগতই এই ক্ষেত্ৰত প্ৰথম স্থান পালে। কাৰণ তেওঁলোকে লগত মাটি লৈ অহা নাই। ইয়াৰ স্থানীয় ভূমিহীন বনুৱা বা খেতিয়কৰ হয়তো দুই এক লোচা বস্তি মাটি আছে।

ৰিজাৰ্ভত মাটি দিয়া ক্ষেত্ৰত কথাখিনি ঘূৰাই-পকাই কলে,

যদিও বহিৰাগত বেদখলকাৰীবোৰক উচ্ছেদ নকৰি 'গঠনমূলক দৃষ্টিভঙ্গীৰে' চাই মাটি পট্টন দিয়া কথা বুজাইছে আৰু বহিৰাগতক সৰবৰাহ কৰা কামত উৎসাহ যোগাইছে। ফলত চৰণীয়া বিজাৰ্ভৰ ওৰ পৰিল। যোৱা ৬ বছৰীয়া বিদেশী বহিৰাগতক বহিষ্কাৰ কৰা আন্দোলনৰ সময়ত আমি সৰ্থেবাৰী অঞ্চলত ফুৰোতে দেখিছিলো যে এক সময়ৰ কাৰৈমাৰী বিজাৰ্ভ আৰু তাৰ মানুমৰা বিলৰ চিনচাবেই নাই। তাৰ চব মাটিত খেতি। আৰু শতকৰা ৮০ জনেই বহিৰাগত।

চৰকাৰৰ ১৯৬৮ চনৰ সংকল্পৰ এই মৰাত্মক ভুল নীতি সংশোধন কৰাৰ কাৰণে বৰ্তমান ৰাজহ মন্ত্ৰীৰ দৃষ্টিগোচৰ কৰিছো যদিও সংশোধন কৰা দেখা নাই।

মাটি বন্দবস্তিৰ কাম আৰু ক্ষমতা সম্পূৰ্ণ ৰাজ্য চৰকাৰৰ হাতত। বহিৰাগতক চৰকাৰী মাটিত বহিব নিদিয়াতো লগে লগেই বলবৎ কৰিব পাৰে। আৰু আইন প্ৰণয়ন কৰি বিদেশী বহিৰাগতলৈ মাটি হস্তান্তৰ কৰাও বন্ধ কৰিব পাৰে। মাটিৰ পট্টা দিয়া বন্ধ কৰিলে বহিৰাগতৰ সোঁত এনেয়ে বহুত কমি যাব। আৰু নিয়োগ ঠিকা আদিৰ ক্ষেত্ৰত কিছুমান বাধা আৰোপ কৰিলে আৰু বহুত কমিব। আমি আশাকৰো চৰকাৰে এই বিষয়টো গুৰুত্ব সহকাৰে বিবেচনা কৰিব।

# তেজপুৰত অসমীয়া ক্লাব

১৯৩৩ চনত মই তেজপুৰলৈ বদলি হওঁ। মই তেতিয়া ই এ. চি হিচাপে কাম কৰিছিলো। সেই সময়ত ই. এ. চিয়ে মেজিষ্ট্রেট, মুনচিফ, টেজাৰী অফিচাৰ আৰু দৰকাৰ মতে নিজৰ কামৰ উপৰিও চাব-ৰেজিষ্টাৰ আৰু জেইলৰ চুপাৰিণ্টেণ্ডেন্টৰ কামো কৰিব লগা হৈছিল। এতিয়া অৱশ্যে ন্যায়ালয়ৰ কাম পৃথক হৈছে। ১৯১৫ চনতে স্থাপিত হোৱা অসমীয়া ক্লাবটো তেতিয়া প্ৰায় অৰ্ধমৃত অৱস্থাত আৰু ইয়াৰ পুনৰ উত্থানৰ বাবে বহু পৰিশ্ৰম কৰিবলগা হৈছিল। কাৰণ সেই সময়ত নামনি অসমত বঙালীসকলৰ প্ৰতিপত্তি খুব বেছি আছিল। তেজপুৰ, গুৱাহাটী আদি ঠাইত বঙালী প্ৰভাৱ খুব বিস্তৃত আছিল। ইফালে এচাম ৰঙালীয়ে তেতিয়াও বৃহত্তৰ বাংলাৰ সপোন দেখি আছিল। তেওঁলোকৰ মনোভাব কেনেকুৱা অসমীয়া বিদ্বেষী আছিল তাক তলত দিয়া দুটামান উদাহৰণে ফট্‌ফটীয়াকৈ দিব।

২০।১১।৩৫ তাৰিখে তেজপুৰত অসমৰ বাসিন্দা বঙালীসকলে এখন ৰাজহুৱা সভাত গোটখাই ঘোষণা কৰে যে—'বঙালী ভাষা-ভাষী ৫ (পাঁচ লাখ) হিন্দুৰ মগজ, ২০,০০০ (কুৰি হাজাৰ) মাৰোৱাৰীৰ ধন সম্পদ, চাহ বাগিছাৰ প্ৰাক্তন বনুৱা ৬ (ছয়) লাখ, বিহাৰী ৫½ লাখ, ভাটিয়া পমুৱা খেতিয়কৰ সহজাত প্ৰবৃত্তি, ৩০,০০ (তিনি হাজাৰ) শিখৰ পৰাক্ৰম মনোবৃত্তি, ১,৪০,০০০ (এক লাখ চল্লিছ হাজাৰ) নেপালী আৰু অসমত থিতাপি হোৱা যি সকল আছে, সি সকল গোটখাই একগোট হলে বহিৰাগতসকলেই অসম নিশ্চয় শাসন কৰিব। অসমৰ নেতাসকলে অসমত থিয়পি পৰা

বঙালীসকলৰ চৰ্ত সাপেক্ষেহে ইয়াত বসবাস কৰিব পাৰিব।'

১৯৩৫ চনত কৰা এই ঘোষণাৰ লগত বৰ্ত্তমান চনৰ ১৭/২৩ নবেম্বৰৰ 'ছানডে' (Sunday) মেগাজিনত তুষাৰ পণ্ডিতে লিখা প্ৰবন্ধৰ কিমান মিল আছে চাওক। তেওঁ অসমৰ ও বহুবীয়া বিদেশী বহিষ্কাৰ আন্দোলনৰ অন্তত ভাৰত চৰকাৰৰ লগত হোৱা চুক্তি সম্পৰ্কে আলোচনা কৰি বৰ্ত্তমানৰ অসমৰ ৰাজনৈতিক দল-বোৰৰ কথা উল্লেখ কৰে আৰু অসমৰ বৰ্ত্তমান পৰিস্থিতি আলোচনা কৰি শেষৰ ফালে লিখিছে—'সংখ্যা লঘুসকলৰ যি কোনো এটা খণ্ডই কেতিয়াও ক্ষমতা হস্তগত কৰিব নোৱাৰে। আনকি অইন কেইটা খণ্ডৰ বিনা সহযোগিতাত এটা উল্লেখযোগ্য শক্তিয়েই হৈ উঠিব নোৱাৰে। অৱশ্যে নিঃসন্দেহে ক'ব পাৰি যে সৰ্ব্বপ্ৰথম বাৰৰ কাৰণে এইবাৰ এই অসংগঠিত আৰু বিভক্ত হৈ থকা সংখ্যালঘুসকলে নিজৰ ভৱিষ্যত সুৰক্ষা কৰাৰ কাৰণে ক্ষমতা হস্তগত কৰিবলৈ গুৰুত্ব সহকাৰে মনযোগ দিছে। এই উদ্দেশ্য সফল কৰিব পাৰিব যদিহে 'অসম চুক্তি' বিৰোধী আটাই কেইটা সংগঠন লগ লাগে।—জনজাতিসকলৰো কংগ্ৰেছ (ই) বা অসম গণ পৰিষদৰ লগত বৰ সহৃদয়তা নাই আৰু তেওঁলোককো সংখ্যালঘু সকলৰ ভাগ্যৰ লগত নিজক সাঙোৰ খুৱাবলৈ সৈমান কৰিব পৰা যায়।' তুষাৰ পণ্ডিতে নিশ্চয় অসমত নকৈ গঠন হোৱা সংযুক্ত সংখ্যালঘু সন্থাৰ (United minority front) কথাকে ইঙ্গিত দিছে। ই আমাৰ ভিতৰত বিভেদ সৃষ্টি কৰাৰ এটা অপপ্ৰয়াস মাত্ৰ। কিন্তু আমি সদায় সতৰ্ক আৰু সাৱধান হৈ থাকিব লাগিব। কাৰণ হুমায়ুন কবীৰৰ নিচিনা লোকেও ১৯৪৪ চনত তেওঁৰ মাহিলী আলোচনী 'ইণ্ডিয়া'ত চেপ্তেম্বৰ সংখ্যাত লিখিছিল—'দুহ নিযুক্ত জনসংখ্যাৰ এখন বঙালী ৰাজ্য সহজে অনুমান কৰিব পাৰি। এনে ৰাজ্যখনত বৰ্ত্তমানৰ প্ৰশাসনৰ বঙ্গদেশ, বিহাৰ আৰু অসমৰ সীমান্তত থকা জিলাবোৰ থাকিব। বস্তুতঃ সমগ্ৰ অসম প্ৰদেশখনকে

ইয়াৰ লগত সামৰি ল'ব পৰা যায়।' লোক দলৰ নেতা মধু লিমায়েও বাংলা দেশৰ পৰা হিন্দু শৰণাৰ্থীৰ অনিৰ্দিষ্ট কাললৈ অবাধ অনুপ্ৰবেশৰ পোষকতা কৰি 'টেলিগ্ৰাফ' বাতৰি কাকতত যোৱা ৮ নবেম্বৰৰ পৰা ধাৰাবাহিক ভাবে আঠোটা প্ৰবন্ধ লিখিছে। গতিকে আমি সাৱধান হৈ থাকিব লাগিব।

১৯৩৩ চনৰ সময়ত অসমীয়াসকলৰ অস্তিত্ব বোজাই ৰখা অতি কঠিন আছিল। অসমীয়া ক্লাবৰ যোগেদি আমি আমাৰ নষ্ট গৌৰৱ পুনৰ উদ্ধাৰ কৰাৰ চেষ্টা কৰিছিলো। এই কামত স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱা, স্বৰ্গীয় আনন্দ চন্দ্ৰ আগৰৱালা প্ৰমুখ্যে আমাক প্ৰেৰণা যোগাইছিল। স্বৰ্গীয় হৰকান্ত দাস, দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য, পদ্মনাথ শৰ্মা, শিৱচৰণ দাস আদি কৰি কেইগৰাকীমান ক্লাবলৈ নিয়মিতৰূপে গৈছিল। স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মা, শ্ৰীবাণীকান্ত শৰ্মা, শ্ৰীগুণাভিৰাম শৰ্মা, মহীকান্ত দাস আদি কৰি ভালেমান ব্যক্তিয়ে সকলো ৰকমে ক্লাবটো পুনৰ গঢ়ি উঠাত উৎসাহ দিছিল। এক কথাত তেজপুৰৰ অসমীয়া বাসিন্দাসকলে ক্লাবৰ সৰ্ব্বাঙ্গীন উন্নতিৰ বাবে সৰ্ব্বতো প্ৰকাৰে সহায় কৰিছিল আৰু অচিৰে অসমীয়াসকলে আত্ম পৰিচয় দিব পৰা হৈছিল। তাৰেই ফল স্বৰূপে ১৯৩৬ চনত তেজপুৰত অসম সাহিত্য সভাৰ সন্মিলন পতা সম্ভপৰ হৈছিল আৰু এই সন্মিলন সকলো প্ৰকাৰে জয়যুক্ত হৈছিল। বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে সেই সন্মিলনত পৌৰহিত্য আৰু ৰূপ কোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুৰাভা আদিয়ে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। এইবোৰ বহুদিনৰ কথা কাৰণে সকলো কথা মনত নাই। যিসকল সদাশয় ব্যক্তিয়ে অসমীয়া ক্লাব পুনৰুদ্ধাৰ কৰিলে আৰু সাহিত্য সভাৰ সন্মিলন জয়যুক্ত কৰিলে, তাৰে কেইগৰাকীমানৰহে নাম উল্লেখ কৰা হ'ল। বহুতো সক্ৰিয় অংশ গ্ৰহণ কৰা লোকৰ নাম হয়তো ভুলতে বৈ গ'ল। সিলকলে যেন এই ত্ৰুটি মাৰ্জনা কৰে।

দ্বিতীয় মহাসমৰৰ সময়ত ক্লাব ঘৰটো চৰকাৰে ৰিকুইজিচন কৰি লয়। তাক আকৌ উলিয়াওতে অশেষ যত্ন কৰিব লগা হ'ল। যিসকল ব্যক্তিৰ ঐকান্তিক চেষ্টাত, বিশেষকৈ ক্লাবৰ সাধাৰণ সম্পাদক শ্ৰীকুশ চন্দ্ৰ শৰ্মা আৰু সভাপতি প্ৰমুখ্যে আন আন বিষয়ববীয়াসকলৰ চেষ্টাত ক্লাবটো পুনৰ সজীৱ হৈ উঠিল, সিসকল আমাৰ অশেষ ধন্যবাদৰ পাত্ৰ। ক্লাবৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি হওঁক, অসমীয়া সমাজক সেৱা কৰাৰ কাৰণে শক্তি লাভ কৰক; এয়ে আমাৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা।

# জাগীৰোডৰ স্পান্‌চিল্ক মিল

ভাৰতৰ ভিতৰত পশ্চিমবঙ্গ, মাদ্ৰাজ, কৰ্ণাটক, মধ্যপ্ৰদেশ, বিহাৰ, কাশ্মীৰ আৰু কিছু পৰিমাণে অসমত ৰেচম উৎপাদন হয়। এড়ি, মুগা, পাট তছৰ জাতীয় সূঁতাক ৰেচম সূঁতা বোলা হয়। পাট বুলিলে সাধাৰণতে তুনি গছৰ পাট খোৱা পলুৰ পৰা হোৱা সূঁতাকে বুজায়। পাট সূতা ঘাইকৈ পশ্চিমবঙ্গ, কৰ্ণাটক, মাদ্ৰাজ (তামিলনাডু) আৰু কাশ্মীৰতে উৎপন্ন হয়। এড়ি প্ৰধানতঃ অসম আৰু কিছু পৰিমাণে বিহাৰত হয়। মুগা অকল অসমতে হয় আৰু পৃথিবীৰ অইন কোনো ঠাইতে অশেষ চেষ্ট কৰিও মুগা উৎপাদন কৰিব পৰা নাই তছ কিছু পৰিমাণে বিহাৰ আৰু মধ্য প্ৰদেশত হয়। পাট আৰু মুগা সূঁতা বিল কৰি উলিওৱা হয়, অৰ্থাৎ লোৱা হয়। সূঁতা ল'বৰ কাৰণে পলুৰ লেটাবোৰ সিজাই ওপৰৰ এটা চোকোলা গুলাই পেলালে এডাল আঁহ পোৱা যায় যি ডালে এক্তে জানিয়ে লেটাটো মেৰাই মেৰাই বাঁহটো সাজে। লেটাৰ

কালেও এটা চোকোৰা ওলায় আৰু তাক লব নোৱাৰি। ওপৰৰ আৰু তলৰ এই ল'ব নোৱাৰা পৰিত্যক্ত চোকোৰাবোৰক ধোঁহা বোলা হয়। এই ধোঁহাবোৰৰ পৰা কঁপাহৰ সূঁতা কটাৰ দৰে সূতা কাটিব পাৰি আৰু তাকে স্পান সূতা বোলা হয় ধোঁহাৰ পৰা আঁহ উলিয়াই কেইবাটাও লেটাৰ একোডালকৈ আঁহ লৈ পকাই সূতা ল'ব নোৱাৰি। এড়িৰ বেলিকা আটাইখিনি সূতাকে কপাহ সূতাৰ দৰে কাটিব লাগে আৰু এই নিয়মটোক সূতা লোৱা বুলি নকৈ সূঁতা কটা বুলি কোৱা হয়।

ভাৰতত পাট সূতাৰ কলবোৰৰ পৰা ৬ ছয় লাখ কেজিমান ধোঁহা ওলাইছিল আৰু এই আটাইখিনিকে ৰপ্তানি কৰি বিদেশত তৈয়াৰ কৰা স্পান সূতা আমদানি কৰা হৈছিল। এনেকৈ কেঁচা সামগ্ৰী ৰপ্তানি কৰি আকৌ সেই সামগ্ৰীৰ পৰাই তৈয়াৰী মাল আমদানি কৰাটো কিছু পৰিমাণে হলেও বন্ধ কৰাৰ উদ্দেশ্যে ১৯৩৭ চনত কর্ণাটকৰ চন্নাপটনাত ৩০০০ স্পিণ্ডলৰ এটা স্পান মিল স্থাপন কৰা হয়। পিচত তাত আৰু ৩০০০ স্পিণ্ডল বঢ়াই ১৯৫৫ চনত ১ লাখ কেজিমান ধোঁহা কাটিব পৰাকৈ ইয়াৰ ক্ষমতা বৃদ্ধি কৰা হয়। বাকী ধোঁহাবোৰ আগৰ দৰেই ৰপ্তানি হৈ থাকে। স্বাধীনতা লাভ কৰাৰ পিছত ভাৰত চৰকাৰে আৰু এটা স্পান মিল স্থাপন কৰাৰ সিদ্ধান্ত কৰে আৰু এই মিলটো উত্তৰ ভাৰতত বহুৱাৰ থিৰ হয়। নতুন মিলটো পাবৰ কাৰণে পশ্চিমবঙ্গ, বিহাৰ আৰু কাশ্মীৰ প্ৰত্যেকেই দাবী কৰিছিল। বিশেষকৈ পশ্চিমবঙ্গই উঠি-পৰি লাগিছিল। অসমেও অসমত এই মিলটো স্থাপন কৰাৰ বাবে যুক্তি-যুক্ততা দাঙি ধৰি নিজৰ দাবী উত্থাপন কৰিছিল। সেই সময়ত অসমত এড়িৰ উৎপাদন প্ৰায় ২½ লাখ কেজি আছিল আৰু অকল ইয়াৰ দ্বাৰাই এটা স্পান মিল সহজে চলে। পাট সূতাৰ পৰিত্যক্ত ধোঁহাৰ পৰা তৈয়াৰ কৰা স্পান সূতা আৰু পইল সূতা এড়িৰ পৰাও কাটিব

পাৰিনে নোৱাৰি আৰু ইয়াৰ খৰচ আৰু মান প্ৰতিযোগিতামূলক হ'ব নে নহয় তাত পৰীক্ষা কৰি চাবলৈ জাপানলৈ কিছু পৰিমাণ এড়ি পঠিয়াই দিয়া হ'ল। পৰীক্ষাৰ ফল অসমৰ কাৰণে যথেষ্ট সন্তোষজনক হয়। এড়িৰ পৰা তৈয়াৰ কৰা স্পান সূতা অকল উচ্চ মানৰেই নহয়. ইয়াৰ খৰচো পাট সূতাৰ পৰিত্যক্তৰ পৰা স্পান সূতাৰ খৰছতকৈ কম পোৱা হ'ল। অৰ্থাৎ এড়িৰ পৰা তৈয়াৰি স্পান মিলৰ সূতা বজাৰত প্ৰতিযোগিতামূলক দৰত বিক্ৰী কৰা যাব। এইবোৰ তথ্যপাতি পাই কেন্দ্ৰীয় চিল্ক বোৰ্ডে চৰকাৰৰ প্ৰস্তাবিত স্পান মিলৰ কাৰণে ভাৰত চৰকাৰক চুপাৰিছ কৰিলে। ভাইনৰ পাটসূতা কলৰ পৰিত্যক্ত ধেঁাহাৰ ভিতৰত নিৰ্ভৰ নকৰি অকল অসমৰ উৎপাদিত এড়িৰ দ্বাৰাই এটা নতুন স্পান মিল সহজে চলিব পৰা দেখি আৰু এড়িৰ পৰা উৎপাদিত স্পান মিলৰ সূতা উচ্চ মানৰ আৰু অৰ্থনৈতিক ফালৰ পৰাও লাভজনক হোৱাৰ সম্ভাৱনা দেখি ভাৰত চৰকাৰে মিলটো অসমতে পতাৰ অনুমোদন দিলে। আৰু অসম চৰকাৰে মিলটো বহুৱাৰ স্থান জাগীৰোডত নিৰ্দ্ধাৰণ কৰিলে। অসমৰ স্পান মিলটো খাইকৈ এড়ি সূতাত চলিব আৰু তাৰ দ্বাৰা এড়িৰ উৎপাদন বাঢ়িব আৰু বোৱনীসকলে পাটসূতাতকৈ কম দামত স্পান সূতা কিনি উপকৃত হ'ব বুলি আশা কৰিলেই মিলটো স্থাপন কৰা হ'ল। কিন্তু কাৰ্য্য ক্ষেত্ৰত এইবোৰ আশাৰ এটাও পূৰণ নহ'ল। মিলৰ কৰ্মকৰ্ত্তাসকলে এড়িৰ পৰিবৰ্ত্তে কৰ্ণাটকৰ পৰা পাটসূতা কলৰ পৰিত্যক্ত ধেঁাহাহে ব্যৱহাৰ কৰিব ধৰিলে আৰু আৰম্ভণিতে শতকৰা ১০ ভাগ মানহে এড়ি ব্যৱহাৰ কৰিলে, পিছলৈ যদিও ৪০ ভাগ মান এড়ি ব্যৱহাৰ কৰা হ'ল। কৰ্ণাটকৰ ধেঁাহা যোগান ধৰাৰ কাৰণে বোম্বাইৰ এখন ফাৰ্মক লাইচেন্স দিয়া হ'ল। আৰু প্ৰস্তুত কৰা সূতা বিক্ৰিৰ ভাৰো উক্ত ফাৰ্মখনক আৰু এখন বাহিৰৰ প্ৰতিষ্ঠানক দিয়া হ'ল। অসমত বিক্ৰীৰ কাৰণে অসমৰ

মাৰ্কেটিং কৰপোৰেচনক ভাৰ দিয়া হ'ল। কিন্তু অসমত কোনো কাপোৰৰ কল নথকাৰ কাৰণে স্বাভৱিকতে ইয়াত বিক্ৰি ভাল নহ'ল। হাতে বোৱা তাঁত শালতো বেচি ব্যৱহাৰ নহ'ল। সেই কাৰণে গাঁৱে ভুঞে স্পানস্যূতা পোৱাৰ, আনকি গুৱাহাটী চহৰতো তাৰ বিক্ৰিৰ ভাল বন্দৱস্ত হোৱা নাছিল।

১৯৬৭ চনত মিলৰ ত্ৰুটিবোৰ ওলাই পৰে। মিলৰ অৱস্থা তেতিয়া শোচনীয়। ১৯৬০-৬১ চনত মিল স্থাপিত হোৱাৰ পৰা ১৯৬৬-৬৭ লৈ মিলৰ লোকচান হৈছিল ১৮,১৪,৪৫০.০০ টকা। ইয়াৰে ৮,১০,৬৪৫.০০ টকা ডেভালেপমেণ্টৰ খৰছ বুলি কোৱা হৈছিল। ইকালে কেঁচা সামগ্ৰীৰ অভাৱত মিল বন্ধ হওঁ হওঁ অৱস্থা। কেঁচা সামগ্ৰীৰ কাৰণে অসমৰ এড়ি নিকিনি বাহিৰৰ পৰা পাটকলৰ পৰিত্যক্ত ধোঁহা কিয় কিনিব লগা হ'ল তাৰ কাৰণ মিল কৰ্তৃপক্ষই দেখুৱালে যে অসমৰ এড়িৰ দাম কৰ্ণাটকৰ ধোঁহাৰ দামতকৈ বেচি। আৰু মিলে এড়ি পোহাসকলৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ গৈ নিজে লোকচান ভৰিব নোৱাৰে। আৰু কলে যে খাদী বোৰ্ড আৰু বিহাৰৰ মহাজন আহি বেচি দাম দি এড়ি কিনি মিলক বিপাণ্ডত পেলাইছে। বাহিৰৰ পৰা অনা ধোঁহাৰ দাম আৰু অসমৰ এড়িৰ দাম তুলনামূলক ভাবে তলত দেখুৱা হ'ল।

১। কৰ্ণাটকৰ উৎকৃষ্ট ধোঁৱা কেজিত ১৬.২৫ পইচা,
২। ঐ ২নং কেজিত ১৬.০০ পইচা
৩। ঐ নিম্ন মানৰ কেজিত ৯.৫০ পইচা
৪। অসমৰ ৰামপুৰৰ উৎকৃষ্ট এড়ি কেজিত ১৪.৫০ পইচা
৫। মিকিৰ পাহাৰৰ নিম্ন মানৰ এড়ি কেজিত ৯.০০ পইচা।

কিন্তু ওপৰত উল্লেখ কৰা ১নং আৰু ২নং ধোঁহাৰ পৰা শতকৰা ৩০ ভাগহে সূতা ওলায় আৰু ৩নং ধোঁহাৰ পৰা শতকৰা ১৪/১৫ ভাগহে ওলায়। আনহাতে ৰামপুৰৰ এড়ি যিটো ১নংৰ লগত বিজাব পাৰি তাৰ পৰা শতকৰা ৪০ ভাগ আৰু মিকিৰ

পাহাৰৰ এড়িৰ পৰা শতকৰা ৩০ ভাগ সূতা পায়। এইদৰে সূতা কিমান ওলায় তাৰে ওপৰত ভিত্তি কৰি দাম উলিয়ালে তলত দিয়া দৰে হয়।

১। কৰ্ণাটকৰ ১নং কেজিত ৫৪·১৭

২। ঐ ২নং কেজিত ৫৩·৩৩

৩। ঐ ৩নং কেজিত ৬৩·৩০

৪। ৰামপুৰৰ ( ১নং সমতুল্য ) ৩৬·২৫

৫। মিকিৰ পাহাৰৰ ( ৩নং সমতুল্য ) ৩০·০০

এই হিচাপৰ পৰা এইটো ওলাই পৰে যে অসমৰ এড়ি পালকসকলক উপযুক্ত মূল্য নিদি বাহিৰৰ পৰা বহু বেচি দাম দি ধোঁহা কিনা হৈছিল আৰু সেয়ে মিলৰ লোকচানৰ ঘাই কাৰণ আছিল। খাদী বোৰ্ডে আৰু বিহাৰে মিকিৰ পাহাৰৰ এড়ি ১২·০০ টকা কেজিত কিনিছিল। মিলেও সেই দামত কিনিলেও প্ৰকৃত খৰছ কেজিত ৪০·০০ টকাহে হ'ল হয়। তাৰ পৰিবৰ্ত্তে ৬৩·০০ টকাত কিনাত লোকচান হৈছিল। সেইদৰে ৰামপুৰৰ এড়ি ১৪·৫০ পইচাৰ ঠাইত ১৮·০০ টকাকৈ দিলেও আচল খৰছ কেজিত ৪৫·০০ টকাহে হ'ল হয়। আৰু এনেকৈ বৰ্দ্ধিত দামত কিনিলে যথেষ্ট পৰিমাণে মিলৰ কাৰণে কেঁচামাল পোৱা গ'ল হেতেন।

ইতিমধ্যে মিলৰ প্ৰশাসনে আৰু বোৰ্ডৰ নিৰ্দ্দেশ মতে বৰ্দ্ধিত দামত এড়ি কিনিব ধৰাত মিলৰ অৱস্থা লাহে লাহে ভালৰফালে আহিব ধৰিলে। কিন্তু আমাৰ দৃঢ় বিশ্বাস যে মূল আঁচনি আগত ৰাখি সেইদৰে কাম কৰি গলে মিলে নিশ্চয় লাভ কৰবিলৈ সক্ষম হ'ব আৰু অসম তথা অসমীয়া ৰাইজ, বিশেষকৈ এড়ি পোহাসকল উপকৃত হ'হ।

# অসম আৰু অসমীয়াৰ জাতীয় সমস্যা

অসমীয়া বোলোতে আমি অসমৰ স্থায়ী বাসিন্দাসকলকে বুজাইছো। যেনেকৈ বঙ্গদেশৰ বাসিন্দাসকল বঙালী; বিহাৰৰ বাসিন্দাসকল বিহাৰী; উৰিষ্যাৰ বাসিন্দাসকল উড়ীয়া; ভাৰতৰ বাসিন্দসকল ভাৰতীয়; সেইদৰে অসমৰ বাসিন্দাসকল অসমীয়া। অসমলৈ বিদেশৰ পৰা বা ভাৰতৰ অইন ৰাজ্যৰ পৰা ধন ঘটিবলৈ বহুলোক আহি আছে আৰু তেওঁলোক বেহা-বেপাৰ বা চাকৰি আদিৰ কাৰণে অসমত বাস কৰিব লগা হৈছে। কিন্তু যেতিয়ালৈকে তেওঁলোকে অসমকে নিজৰ মাতৃভূমি বুলি ধৰি অসমৰ সুখ-দুখৰ লগত নিজৰ সুখ-দুখ মিলাই ল'ব নোৱাৰে আৰু অসমৰ সম্পদ আহৰণ কৰি অসমৰ বাহিৰলৈ সেই সম্পদ লই গৈ থাকে তেতিয়ালৈকে তেওঁলোকক অসমীয়া বুলি কব নোৱাৰো। এনেকুৱা অনেক লোক অসমত আছে যিসকলে শতাধিক বছৰ পৰ্য্যন্ত ইয়াত বসবাস কৰি এতিয়াও প্ৰথমতে যি ঠাইৰ পৰা আহিছিল সেই ঠাইকেই নিজৰ মাতৃভূমি বুলি জ্ঞান কৰি আহিছে আৰু বছৰি লাখ লাখ টকা অসমৰ পৰা নি আছে। সিসকলক আমি অসমীয়া বুলি ধৰিব নোৱৰো। ১৯৬১ চনত চীনৰ আক্ৰমণৰ সময়ত অসম এৰি তেওঁলোকৰ নিজ নিজ দেশলৈ বা ৰাজ্যলৈ পলাই যোৱা লোকৰ সংখ্যাও কম নাছিল। সেইদৰে ৩০ বছৰ ধৰি অসমত চাকৰি কৰি থাকি অৱসৰ লৈ নিজ ৰাজ্যলৈ ঘূৰি গৈ অসম চৰকাৰৰ পৰা পেঞ্চন ভোগ কৰি থকা লোকৰ সংখ্যাও যথেষ্ট। তেওঁলোককো আমি অসমীয়া বুলি ধৰিব নোৱাৰো ইকালে আকৌ পাকিস্থানৰ পৰা ভাগি অহা এনেকুৱা

ভগনীয়াও অনেক আছে যিসকলে সৰ্ব্বতোভাবে অসমক নিজৰ মাতৃভূমি বুলি ধৰি স্থানীয় লোকৰ লগত মিলি গৈছে। সিসকল নিশ্চয় অসমীয়া। তেনেকৈ দেশ বিভাজনৰ আগতে বহুলোক বঙ্গদেশৰ পৰা আহি অসমত নিগাজীকৈ বাস কৰিছে। তেওঁলোকক কিছুমানে ন অসমীয়া আখ্যা দিছে। আমি অসমীয়াৰ ভিতৰতে ন পুৰণি উলিয়াই বিভেদৰ সৃষ্টি কৰিব নোখোজো। তেওঁলোক আমাৰ দৰে অসমীয়া। গতিকে অসমৰ স্থায়ী বাসিন্দা বুজাবলৈ কেৱল এটা সময় বান্ধি দিলেই যথেষ্ট নহব। তেওঁলোকৰ জন্মস্থান, শিক্ষা দিক্ষাৰ স্থান আৰু যি দেশ বা ৰাজ্যৰ পৰা আহিছিল সেই দেশ বা ৰাজ্যৰ লগত বৰ্ত্তমানৰ সম্পৰ্ক আদি নিৰূপণ কৰিহে তেওঁলোকক অসমৰ বাসিন্দা বুলি অসমীয়া আখ্যা দিব পৰা যাব।

ওপৰৰ ব্যাখ্যা দিয়া মতে যিসকল অসমীয়া, সিসকলে নিশ্চয় অসম আৰু অসমীয়াৰ বৰ্ত্তমান সমস্যাসমূহৰ বিষয় সচেতন; আৰু এই সমস্যাবোৰ সমাধানত সকলোৱে সঙ্ঘবদ্ধ ভাবে যুঁজিবলৈ আগবাঢ়িব। এই সন্দৰ্ভত গান্ধীজীয়ে ২১।৯।৪৭ তাৰিখে 'হৰিজনত' এই দৰে লিখিছিল—

'বিহাৰত বসতি কৰিবলৈ লোৱা অনাবিহাৰীসকলে বিহাৰৰ সেৱাৰ কাৰণেহে তাত বসবাস কৰিব; বিহাৰক শোষণৰ কাৰণে নহয়।'

'যদি আটাইবিলাক প্ৰদেশে সমানে সকলো ক্ষালে প্ৰগতিৰ পথত আগবাঢ়িব লাগে, তেনেহলে ভাৰতৰ স্বাৰ্থৰ কাৰণেই প্ৰদেশৰ চাকৰিবোৰ সেই প্ৰদেশতে প্ৰধানতঃ আৱদ্ধ থকা উচিত।'

আমি এতিয়া অসম আৰু অসমীয়াৰ কেইটিমান প্ৰধান সমস্যাৰ কথা উল্লেখ কৰিম।

নিবনুৱা :—চৰকাৰৰ পাঁচ বছৰীয়া পৰিকল্পনাবোৰৰ পৰা আমি পাওঁ যে দ্বিতীয় পৰিকল্পনাৰ শেষত অসমীয়াৰ নিবনুৱাৰ সংখ্যা আছিল ১,১৭,০০০। তৃতীয় পৰিকল্পনাৰ কালছোৱাত এই সকল

নিবনুৱাক কৰ্ম-সংস্থান দিয়া হ'ব বুলি কোৱা হৈছিল। কিন্তু পৰিকল্পনাৰ শেষত চৰকাৰী হিচাপমতে নিবনুৱায় সংখ্যা হ'লগৈ ৩,২২,০০০। চতুৰ্থ পৰিকল্পনাৰ শেষত চৰকাৰে নিবনুৱাৰ সংখ্যা ৬,৫০০০০ হবগৈ বুলি অনুমান কৰিছিল। অসমৰ পৰিসংখ্যা (Statistics) বিভাগে প্ৰকাশ কৰা 'Economic Survey, Assam 1975-76' পুথিৰ ৫২ পৃষ্ঠাত লিখিছে যে অসমত বৰ্ত্তমানে (১৯৭৫-৭৬) নিবনুৱাৰ সংখ্যা ১৫,৫০,০০০ হ'ব। বেচৰকাৰী হিচাপত এই সংখ্যা আৰু অধিক হ'ব। ইয়াৰ দ্বাৰা এইটো স্পষ্টকৈ প্ৰমাণ হৈছে যে নিবনুৱা সমস্যা সমাধানত চৰকাৰৰ নীতি সম্পূৰ্ণভাবে ব্যৰ্থ হৈছে। বৰ্ত্তমানে হাজাৰ হাজাৰ যুৱক-যুৱতী বছৰি উচ্চ শিক্ষা লাভ কৰি কাম নাপাই হাবাথুৰি খাই ফুৰিব লগা হৈছে। ১৯৭৫-৭৬ চনত পাছ কৰা অসমীয়া গ্ৰেজুৱেটৰ ( ডাক্তৰ আৰু ইঞ্জিনীয়াৰ বাদ দি ) সংখ্যাই আছিল ৮,৮২৩; আৰু সেই বছৰত পি. ইউ পাছ কৰিছিল ১৩,১০৫ জনে। বৰ্ত্তমান চনত স্কুল লিভিং চাৰ্টিফিকেত পৰীক্ষা ( নতুম কোৰ্চ ) পাছ কৰাৰ সংখ্যা ৩৭,৪০০ জন। বছৰি এই বিৰাট সংখ্যক ল'ৰা-ছোৱালী উচ্চ শিক্ষা প্ৰাপ্ত হৈ কাম বিচাৰি ঘূৰি ফুৰিছে। ইফালে বাহিৰৰ পৰা মানুহ আনি অসমত খালি হোৱা কামবোৰ নিযুক্তি দি আছে। এনে অৱস্থাত ছাত্ৰ আন্দোলন তথা যুব আন্দোলন হোৱাটো স্বাভাৱিক। আইন শৃঙ্খলাৰ নামত কঠোৰ ভাবে আন্দোলন দমন কৰিবলৈ গ'লে সমস্যা সমাধান নহব। সুস্থিৰ ভাবে আলোচনা কৰি ইয়াৰ মূল কাৰণ বিচাৰি উলিয়াই আৰু আঁতৰোৱাৰ ব্যৱস্থা কৰিলেহে সমাধান কৰিব পাৰিব। কেইটিমান কাৰণ তলত দিয়া হ'ল।

বহিৰাগত :—চৰকাৰে কব খোজে যে জনসংখ্যাৰ অত্যধিক বৃদ্ধিয়েই নিবনুৱাৰ সংখ্যা বৃদ্ধিৰ এটা মাথোঁ কাৰণ। তেওঁলোকে কয় যে সৰ্বভাৰতীয় বৃদ্ধিৰ হাৰ হাজাৰত প্ৰতি দশকত ২৪'৮৫

জনৰ বিপৰীতে অসমত ৩৪·৯৫ জন। জন্ম নিয়ন্ত্ৰণৰ দ্বাৰা এই হাৰ কমাব লাগিব। কিন্তু কঁহিয়াই চালে দেখিব যে অসমত স্বাভাৱিক বৃদ্ধিৰ হাৰ ২১ জনহে। ইয়াত ৩৪.৯৫ জন হৈছে বহিৰাগতৰ অবাৰিত সোঁতৰ কাৰণে। এই সোঁত ভাৰতৰ অইন অইন ৰাজ্যৰ পৰা বোৱাৰ উপৰিও বাংলাদেশ, নেপাল আদি বিদেশৰ পৰাও প্ৰবল বেগে বৰ ধৰিছে। সোঁত প্ৰবল হোৱাৰ এটা কাৰণ হ'ল যে বৰ্ত্তমান জনতা চৰকাৰে ঘোষণা কৰা নীতি অনুসৰি মাটি বেদখকাৰীসকলক অইন ঠাইত মাটি দিব নোৱাৰিলে তেওঁলোকক উচ্ছেদ কৰা নহ'ব। দ্বিতীয়তে অসমৰ সীমান্তৰক্ষী পহৰাদাৰসকলৰ শিথিলতা। বাংলাদেশৰ নাগৰিক পোনে পোনে অসমত সোমোৱাৰ উপৰিও ভাৰতৰ অইন ৰাজ্যৰ মাজেদি অসমত সোমাই আছে। তাক বাধা দিয়াৰ কোনো ব্যৱস্থা হোৱা নাই। এই বহিৰাগতসকল আহি যধেমধে চৰকাৰী মাটি, চৰণীয়া পথাৰ আদিত বেদখল কৰি বহি গৈছে। অকল পাণ্ডু আমিনগাওঁতে চাৰি হাজাৰৰো অধিক লোক ৰেলৰে মাটি বেদখল কৰি আছে বুলি প্ৰকাশ। অলপতে বাতৰি কাকতত প্ৰকাশ পোৱা মতে বৰপেটাত এজন চৰকাৰী উকীলৰ দৰে দায়িত্বশীল ব্যক্তিয়েও বাংলাদেশী নাগৰীকক আশ্ৰয় দি ভাৰতীয় নাগৰিক বুলি পৰিচয় দিয়াৰ চেষ্টা কৰিছিল। বাংলাদেশৰ পৰা বে-আইনী অনুপ্ৰবেশৰ কথা কেন্দ্ৰীয় চৰকাৰেও পাৰ্লিয়ামেণ্টত উল্লেখ কৰিছে। কিন্তু বিস্তৃত সীমান্ত ৰেখাৰ কাৰণে তাৰ প্ৰতিৰোধ কৰা সম্ভৱ নহয় বুলি কৈছে। যদি সেয়ে হয় তেনেহলে বাংলাদেশৰ পৰা বোৱা অবাৰিত সোঁতত অসমীয়া জাতি জাহ যাব লাগিব নেকি?

ভাৰতৰ অইন ৰাজ্যৰ পৰা অহা নাগৰিকক বাধা দিব নোৱাৰি বুলি চৰকাৰে সংবিধানৰ দোহাই দিয়ে। কিন্তু সংবিধানে এই সকল লোকক মাটি বৃত্তি দি থিতাপি লগোৱাৰ কিবা নিৰ্দ্দেশ দিছে নেকি? থলুৱা লোকক বঞ্চিত কৰি তেওঁলোকক চাকৰি

দিব লাগিব বুলি সংবিধানে নির্দ্দেশ দিছে নেকি? অসমত তিনিলাখ মাটিহীন পৰিয়াল আছে। এওঁলোকৰ কাৰণে কোনো ব্যৱস্থা নকৰি বাহিৰৰ পৰা আহি বেআইনীভাবে বেদখল কৰা সকলৰ কাৰণেহে যদি প্ৰথমে ব্যৱস্থা কৰা হয় তেনেহলে থলুৱা মাটিহীন সকলক আন্দোলনমুখী কৰি ঠেলি দিয়া হ'ব।

চাকৰিৰ বেলিকা প্ৰধান মন্ত্ৰী প্ৰমুখ্যে কেন্দ্ৰীয় মন্ত্ৰীসকলে সদায় ঘোষণা কৰি আহিছে যে ৯০০ৰ পৰা ৫০০ টকালৈ দৰমহাৰ সমুদায় চাকৰি থলুৱা লোকে পাব। বৰ্ত্তমানে দৰমহাৰ হাৰ বৃদ্ধি হোৱাত ৫০০ৰ ঠাইত ৮০০ টকালৈ বঢ়োৱা বুলি প্ৰকাশ। এই নীতি সকলো কেন্দ্ৰীয় চৰকাৰৰ বিভাগ, চৰকাৰী খণ্ডৰ, কৰ্পোৰেচন আদি আৰু ৰাষ্ট্ৰীয়কৃত বেঙ্ক আদিত প্ৰযোজ্য বুলি আমাক আশ্বাস দি আহিছে। কিন্তু কাৰ্য্যক্ষেত্ৰত বিষয়াসকলে ইয়াৰ বিপৰীতে কাম কৰি থলুৱা লোকক বঞ্চিত কৰি আহিছে। অলপতে উত্তৰ-পূব ৰেলৱেত নিযুক্তিৰ কাৰণে বাচি লোৱা ৬০০ মান লোকৰ ভিতৰত ৪০০ত কৈও অধিক বাহিৰৰ লোক হোৱাত তাৰ তীব্ৰ প্ৰতিবাদ হয়। তাৰ উত্তৰত ১৬।৯।৭৮ তাৰিখে অসম ট্ৰিবিউণত ৰেলৱেৰ জনসংযোগৰক্ষী বিষয়াই বিবৃতি দিলে যে ৮০০.০০ টকালৈ দৰ্মহাৰ চাকৰি স্থানীয় লোককহে যে নিযুক্তি দিব লাগিব এনে কোনো আইন নাই; বা ৰেলৱে বোৰ্ডৰ পৰাও তেনে কোনো নির্দ্দেশ নাই। ঠিক একে সুৰতে ইউনাইটেড কমাৰ্চিয়েল বেঙ্কৰ মেনেজিং ডিৰেক্টৰে ১৮।৯।৭৮ তাৰিখে গুৱাহাটীত এখন প্ৰেছ মেলত কয় যে চৰকাৰৰ পৰা ৰাষ্ট্ৰীয়কৃত বেঙ্কবোৰত নিযুক্তিৰ বিষয়ে কোনো স্পষ্ট পথ (guideline) দিয়া নাই। ইয়াৰ আগতে ৰঙীয়া ডিভিজন আৰু গুৱাহাটীলৈ ব্ৰডগেজ সম্প্ৰসাৰণ কৰাৰ আন্দোলনৰ সময়ত তেতিয়াৰ ৰেলৱে জেনেৰেল মেনেজাৰ চেটাৰ্জীয়ে স্পষ্টভাবে কৈ দিছিল যে মন্ত্ৰীসকলৰ উক্তি ৰাজনৈতিক উক্তি। তেওঁলোকে প্ৰশাসনীয় অৰ্ডাৰ নোপোৱালৈ একো কৰিব

নোৱাৰে। বৰ্ত্তমান বঙাইগাওঁ পেট্ৰকেমিকেলতো তাৰ মেনেজিং ডিৰেক্টৰে অসমীয়া অৰ্হতাসম্পন্নলোক থকা স্বত্বেও মইমতালি ভাবে যাকে ইচ্ছা তাকে বাহিৰৰ পৰা আনি নিযুক্তি দিব ধৰিছে। ফলত তাৰ স্থানীয় ৰাইজ অতিষ্ঠ হৈ ঘেৰাও আদি আন্দোলনৰ আশ্রয় ল'ব লগা হৈছে। ডিগবই শোধনাগাৰৰো একে অৱস্থা। অসম চৰকাৰে এইবোৰ মইমতালি বন্ধ কৰি অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে কিবা সক্রিয় ব্যৱস্থা লৈছে নে নাই আমি নাজানো।

উদ্যোগীকৰণ :—অসমৰ নিবনুৱা সমস্যা সমাধান কৰিব লাগিলে ৰাজ্যত সম্ভাব্য সকলোৰকম উদ্যোগ স্থাপন আৰু তাত স্থানীয় লোকৰ নিযুক্তিৰ ব্যৱস্থা কৰিব লাগিব। কোটি কোটি টকাৰ প্ৰাকৃতিক গেচ বছৰি বছৰি তেল পথাৰত জ্বলাই আছে। অথচ সেই গেচৰ পৰা ৰাসায়নিক সাৰ কাৰখানা আৰু পেট্ৰকেমিকেল উদ্যোগ স্থাপন কৰি অনেক ৰকমৰ প্লাষ্টিকৰ বস্তু তৈয়াৰ কৰা কাৰখানাত হাজাৰ হাজাৰ নিবনুৱাৰ সংস্থান কৰিব পাৰে। অসমৰ খাৰুৱা তেল অসমতে শোধনকৰি শোধনাগাৰ আৰু আনুসঙ্গিক উদ্যোগবোৰত অসমীয়া নিবনুৱা যুৱক-যুৱতীক কাম দিব পাৰে।

বানপানী :—এইবোৰৰ লগতে আমি বানপানীৰ সমস্যা পাহৰিব নোৱাৰো। ১৯৫৪ চনৰ পৰা মথাউৰি নিৰ্মাণ আৰম্ভ কৰা দিন ধৰি বছৰি গঢ়ে প্ৰায় ১০ দহ কোটি টকাৰ খাদ্য শস্য আৰু বাট ঘাটকে ধৰি ঘৰদুৱাৰ নষ্ট হৈ আহিছে। বিশাল ব্ৰহ্মপুত্ৰ ১৮০০ মাইল দীঘল আৰু তাৰে মাত্ৰ ৪৫০ মাইল অসমৰ ভিতৰেদি গৈছে। এই নদী নিয়ন্ত্ৰণ কৰিবৰ হ'লে আন্তৰ্জাতিক বুজাপৰাৰ দৰ্কাৰ। কেন্দ্ৰীয় চৰকাৰে আজি দহ বছৰে এই কাম হাতত ল'ব ল'ব বুলি এতিয়ালৈ কাৰ্য্যক্ষেত্ৰত বস্তুতঃ একো কৰা নাই। অচিৰাৎ ব্ৰহ্মপুত্ৰ নিয়ন্ত্ৰণৰ কাম হাতত নললে অসম ধ্বংস হ'ব পাৰে।

ৰেলৱে :—ব্ৰডগেজ লাইন ডিব্ৰুগড়লৈ সম্প্ৰসাৰিত হ'ব লাগে।

আৰু জখলাবন্ধাৰ পৰা ৰেলৱে লাইন সম্প্ৰসাৰিত কৰি যোৰহাট শিৱসাগৰ হৈ ডিব্ৰুগড় পাব লাগে। প্ৰস্তাৱিত তেজপুৰ শিলঘাট দলং নিৰ্মানৰ লগতে এই কামো হাতত ল'ব লাগে।

যোগীঘোপা পঞ্চৰত্ন দলং নিৰ্মানৰ কাম হাতত ল'ব লাগে আৰু পঞ্চৰত্নৰ পৰা গুৱাহাটীলৈ ব্ৰডগজ আহিব লাগে। তেনেহলে গাৰো পাহাৰৰ উৎকৃষ্ট কয়লাখনিৰ উৎপাদন আৰম্ভ কৰিব পাৰি।

গুৱাহাটীলৈ ব্ৰডগজ সম্প্ৰসাৰণ অতি মন্থৰ গতিত চলিছে; যদিও এই লাইন অৰ্থনৈতিক ফালৰ পৰা লাভজনক বুলি কোৱা হৈছে। এই লাইন গুৱাহাটী চহৰৰ মাজেদি বৰ্ত্তমানৰ মিটাৰ গজৰ প্ৰথেদি গলে চহৰৰ ভৱিষ্যতে যান বাহনৰ অচল অৱস্থাৰ সৃষ্টি কৰিব। বৰ্ত্তমানৰ মিটাৰ গজ উঠাই দি ব্ৰডগজ শৰাইঘাট দলঙৰ পৰা ৰাষ্ট্ৰীয় পথেদি খানাপাৰা হৈ হৈ নাৰেঙ্গীত লাগিব লাগে। এই বিষয়ে অসম চৰকাৰে ৰেলৱে আৰু ৰাইজৰ প্ৰতিনিধিৰ লগত অতি সোনকালে আলোচনা কৰিব লাগে।

**উত্তৰ পূব পৰিষদ :—**উত্তৰ-পূব পৰিষদৰ বিষয়ে ৰাইজ তৎপৰ হ'বৰ হ'ল। কেন্দ্ৰীয় চৰকাৰে ফেডাৰেচনৰ আঁচনি প্ৰবল বিৰোধীতাৰ সন্মুখীন হৈ ত্যাগ কৰিলে। কিন্তু অতি সন্তৰ্পণে উত্তৰ-পূৰ পৰিষদ গঠন কৰি ফেডেৰেল চৰকাৰ প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা চলাই আছে। ডঃ ভেঙ্কাট ৰাৱে ১৯৭৪ চনৰ অক্টোবৰত চণ্ডীগড়ত বহা ৰাজনীতি বিজ্ঞান সম্মিলনত সভাপতি হিচাপে ভাষণ দি অসমৰ অসমীয়া ৰাইজক যিমান পাৰে দোষাৰোপ কৰি ইয়াত এখন চাব ফেডাৰেছন গঠনৰ প্ৰস্তাব কৰিছিল। এতিয়া আকৌ তেওঁ ছিলঙৰ নেহৰু বিশ্ববিদ্যালয়ত এই অক্টোবৰতে বহা এখন দুদিনিয়া আলোচনা চক্ৰত পুনৰ এই চাবফেডাৰেছনৰ কথা উল্লেখ কৰে। গতিকে দেখা যায় যে এদল অসমীয়া বিদ্বেষী কুচক্ৰীয়ে অসম-খন কাটি টুকুৰাটুকুৰ কৰি অসমৰ ৰাজ্যিক মৰ্য্যাদা হানি কৰাত আপ্ৰাণ চেষ্টা কৰি আছে। আমি তাক প্ৰতিৰোধ কৰাৰ কাৰণে সাজু হ'ব লাগিব।

**ঐক্য আৰু সংখ্যালঘু সমস্যা :**

আমি সাম্প্ৰদায়িকতা ধ্বংস কৰি ঐক্য সাধনৰ কথা কওঁ। আমি অভিন্নতা আৰু অখণ্ডতাৰ কথা কওঁ। এইবোৰ ভাব বাস্তবত পৰিণত কৰাৰ কাৰণে আমি শ্ল'গান দিওঁ "হিন্দু মুছলমান এক, পৰ্বত ভৈয়াম এক', 'অসমীয়া বঙালী এক', ইত্যাদি। কিন্তু এনেকুৱা ধ্বনীৰ দ্বাৰা ধৰ্মগত জাতিগত, ভাষাগত আদি ভিন্ন ভিন্ন সম্প্ৰদায়ৰ অস্তিত্বৰ ওপৰতহে জোৰ দিয়া হয়। আকৌ সংখ্যালঘু-সকলৰ মনৰপৰা দৈন্য হীনতা ভাব দূৰ কৰাৰ কাৰণে তেওঁলোকক চাকৰি আদিত বিশেষ সা-সুবিধা দিয়াৰ ব্যৱস্থা কৰো। এনেকুৱা বিশেষ ব্যৱস্থাবোৰৰ দ্বাৰাও তেওঁলোক যে সমাজৰ বাকী অংশতকৈ হীনতাকেহে প্ৰতিপন্ন কৰি তেওঁলোকৰ মনত হীনতাৰ সাঁচ দকৈ বহুৱাই দিয়া হয়। সংখ্যালঘু সম্প্ৰদায় সকলৰ মাজত আকৌ গৰিষ্ঠ সংখ্যালঘু মুছলমান সম্প্ৰদায়কহে বিশেষ ভাবে গণ্য কৰা। তাত ৰাজনৈতিক উদ্দেশ্য নিহিত থকাও অসম্ভব নহয়। কাৰণ ৰাজনৈতিক দলবেৰে সংসদৰ আৰু বিধানসভাবোৰৰ নিৰ্বাচনত প্ৰাৰ্থী বাছোতে সাম্প্ৰদায়িক ভিত্তিত মুছলমান প্ৰাৰ্থী বাছি দিয়ে। কিন্তু সংবিধানত সাম্প্ৰদায়িক ভিত্তিত কোনো আসন ৰখাৰ ব্যৱস্থা কৰা হোৱা নাই। অৱশ্যে কিছুমান লোকে এনেকুৱা সংৰক্ষিত আসনৰ কাৰণে সংবিধানত লিপিবদ্ধ কৰাৰ কথা নোকোৱা নহয়। কিন্তু দেশৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত, দেশৰ অখণ্ডতা বজাই ৰখাৰ খাতিৰত আৰু ঐক্য ভাব বৃদ্ধি কৰাৰ খাতিৰত সকলো লোককে একে চকুৰে চাই একেৰকম সা-সুবিধা দিয়াৰ ব্যৱস্থা কৰি সংবিধান ৰচোঁতে সংৰক্ষিত আসনৰ প্ৰস্তাব নামঞ্জুৰ কৰিলে। কেৱল অনুসূচীত জাতি আৰু অনুসূচীত জনজাতিৰ লোক সকল পিচপৰা লোক বুলি তেওঁলোকৰ কাৰণে কিছুমান সংৰক্ষণৰ ব্যৱস্থা কৰা হ'ল। তেওঁলোকৰ ক্ষেত্ৰতো এই ব্যৱস্থা ক্ষণস্থায়ী কৰি মাত্ৰ দহ বছৰৰ কাৰণেহে কিছুমান বিশেষ সা-সুবিধা দিয়াৰ ব্যৱস্থা

কৰা হ'ল। আশা কৰা হৈছিল যে দহ বছৰৰ ভিতৰত তেওঁলোক শিক্ষা, অৰ্থ নৈতিক আদি ক্ষেত্ৰত বাকী লোক সকলৰ সমপৰ্য্যায়লৈ উঠিব পাৰিব ; আৰু যাতে নীচাশ্নিকাভাব গুচি সমাজত সকলোৱে একে সমান মৰ্য্যাদা লাভ কৰে সেই উদ্দেশ্যে দুই বছৰৰ পাছত এই ·সংৰক্ষণৰ ব্যৱস্থা উঠি যাব। কিন্তু সংবিধানত সন্নিবিষ্ট কৰা ব্যৱস্থা অনুযায়ী এই দহ বছৰীয়া ম্যাদ বঢ়াই বঢ়াই আজি ৩০ বছৰৰ পাছতো ইয়াৰ ম্যাদ আকৌ বঢ়াই দিয়া হৈছে। ইয়াৰ গুৰিতো ৰাজনৈতিক উদ্দেশ্য থকা দেখা যায়। কিন্তু তাৰ দ্বাৰা তেওঁলোকক সমাজৰ বাকী অংশৰ পৰা বিচ্ছিন্ন কৰি ৰখাহে হৈছে আৰু এই ভাব তেওঁলোকৰ মতে দকৈ সাঁচ বহুৱাই দিয়া হৈছে। তেওঁলোকৰ ল'ৰা-ছোৱালী বিলাকে বিশেষ সা-সুবিধা ভোগ কৰি কৰি নিজক সমাজৰ বাকী অংশৰ পৰা তাৰ থাপৰ বুলি এটা হীন মনোভাব লৈ নিজৰ উন্নতিত বাধাৰ সৃষ্টি কৰিছে। সংবিধানে তেওঁলোকক জাতিগত হিচাপে এই সুবিধা দি বিভেদ ভাব গঢ়িব দিয়া নাছিল। পিচপৰা লোক হিচাপেহে এই সুবিধা দি নিজৰ উন্নতি সাধি সমাজৰ বাকী অংশৰ লগত মিলি যাব পৰাৰ কাৰণেহে এনেকুৱা বিশেষ ব্যৱস্থা কৰিছিল।

সংবিধানৰ মূল উদ্দেশ্য তল পেলাই আমি এতিয়া ধৰ্মীয় আৰু ভাষিক আদিৰ ভিত্তিত সা-সুবিধা দিব ধৰাৰ ফলত সমাজত বিভাজনৰ ফাট মেলিব ধৰিছে। সংবিধানৰ সন্নিবিষ্ট ব্যৱস্থাৰ পৰিপন্থী হোৱাৰ উপৰিও আমাৰ এনেকুৱা কাৰ্য্যই সাম্প্ৰদায়িকতাৰ ইন্ধন যোগাব ধৰিছে। সংখ্যালঘু সম্প্ৰদায়ৰ লোকসকল বাকী অংশৰ লোক সকলৰ পৰা বেলেগ বুলি তেওঁলোকৰ মনোভাব ক্ৰমান্বয়ে দৃঢ় হব ধৰিছে। একে অঞ্চলতে, একে গাওঁতে বসবাস কৰিও পৰস্পৰে পৰস্পৰক সন্দেহৰ চকুৰে চাব ধৰিছে। এখন গাওঁৰ বা এটা অঞ্চলৰ সকলো লোকেই ব'দ বৰষুণ সমানে ভোগ কৰে। অতি বৃষ্টি অনাবৃষ্টি, ভূমিকম্প আদি প্ৰাকৃতিক

দুৰ্যোগ হ'লে সমানে দুৰ্গতি ভুগে। বাট পথৰ অভাৱ বা শিক্ষা, স্বাস্থ্য আদি অইন সা-সুবিধাৰ পৰা ধৰ্ম, জাতি, ভাষা নিৰ্বিশেষে সমানে বঞ্চিত হয় বা সমানে উপভোগ কৰে। এনে অৱস্থাত সেইসকল লোকক সাম্প্ৰদায়িক ভিত্তিত ভাগ কৰি সা-সুবিধা দিয়া বা বঞ্চিত কৰা অকল অৰ্থহীনেই নহয় সমাজখন ভাঙি খণ্ড-বিখণ্ড কৰা হয়। আমি যদি ঐক্য আৰু অখণ্ডতা বিচাৰো তেনেহলে এই বিভাজনৰ নীতি পৰিহাৰ কৰিব লাগিব। হিন্দু আৰু মুছলমান, বা অসমীয়া আৰু বঙালী ইত্যাদি উচ্চাৰণ কৰাৰ লগে লগে আমি দুটা বেলেগ বেলেগ সম্প্ৰদায়ৰ ছবি দাঙি ধৰো। দুটা বস্তুৰ নাম কৈ এটা বুলি যিমানেই নকওঁ কিয়, আমাৰ অন্তৰত দুটা দুটাই থাকি যায়। দুটা মিলি এটা নহয়। হিন্দু আৰু মুছলমান দুটা ধৰ্মৰ এটা বুলি কৈ এটা নতুন ধৰ্মৰ সৃষ্টি কৰিব নোৱাৰো বা এটাৰ ভিতৰত আনটোক সামৰি লব নোৱাৰো। যদি আমি একগোট বুলি ভাবিব খোজো তেনেহলে আমাৰ সকলোৰে কিবা এটা উমৈহতীয়া বস্তু বিচাৰি উলিয়াব লাগিব; যত আমি জাতি ধৰ্ম ভাষা নিৰ্ব্বিশেষে এক বুলি কব পাৰো। যেনে, ভাৰতত নানা জাতিৰ, নানা ধৰ্মৰ, নানা ভাষা ভাষিক লোক বাস কৰে। কিন্তু তেওঁলোক সকলো, জাতি, ধৰ্ম ভাষা নিৰ্বিশেষে ভাৰতীয়। আৰু আমি সকলো ভাৰতীয় হিচাপে এক। আমি হিন্দু মুছলমান, বৌদ্ধ খৃষ্টীয়ান, শিখ, জৈন, পাৰ্চি, অসমীয়া, বঙালী, হিন্দি তামিল ভাষী বুলি কৈ এক হব নোৱাৰো। এক হব পাৰো আমি সকলো ভাৰতীয় হিচাপে। আৰু এনে ভাবকে প্ৰাধান্য দি আমি ঐক্য সাধন কৰিব পাৰো। তেনেকৈ পাঞ্জাব বাসী সকল পাঞ্জাবী, ৰাজস্থানত থকা সকল ৰাজস্থানী, বিহাৰত থকা সকল বিহাৰী, বঙ্গদেশত থকা সকল বঙালী, অসমত থকা সকল অসমীয়া, ইত্যাদি। এনেকুৱা মনোভাব গঢ়ি তুলিছে আমি ঐক্য সাধন

কৰিব পাৰিম। ভিন্ ভিন সম্প্ৰদায়ৰ কথা কৈ প্ৰত্যেকৰ কাৰণে সুকীয়া সুকীয়া ব্যৱস্থা কৰি আমি একতা বা অখণ্ডতা আনিব নোৱাৰো। তেনেকুৱা ব্যৱস্থাৰ দ্বাৰা বিভেদ ভাবহে সৃষ্টি কৰা হয়।

যোৱা বছৰ অসমত সাধাৰণ নিৰ্বাচন সন্দৰ্ভত ভালেমান ঠাইত ভিন্ ভিন্ সম্প্ৰদায়ৰ মাজত অভূতপূৰ্ব সংঘৰ্ষ হয় আৰু অগনণ লোক হতাহত হয়। এই সংঘৰ্ষবোৰ সাম্প্ৰদায়িক ভিত্তিত হোৱা নাছিল। কাৰণ কোনো ঠাইত ই অসমীয়া আৰু বঙালী মুছলমানৰ মাজত, কোনো ঠাইত জনজাতি আৰু মুছলমানৰ মাজত, কোনো ঠাইত জনজাতি আৰু অসমীয়াৰ মাজত, আকৌ কোনো ঠাইত অসমীয়া আৰু বঙালীৰ মাজত হৈছিল। তাৰ পৰাই পৰিষ্কাৰ ভাবে বুজা যায় যে ই সাম্প্ৰদায়িক ভিত্তিত হোৱা নাছিল। কিন্তু চৰকাৰে ইয়াক প্ৰথমে অসমীয়া আৰু অনা-অসমীয়াৰ মাজত বুলি কৈ সাম্প্ৰদায়িক ৰহণ সানিবৰ চেষ্টা কৰিলে। কিন্তু নেলীত বঙালী মুছলমান আৰু জনজাতিৰ মাজত হোৱা সংঘৰ্ষই অগনণ মুছলমানৰ মৃত্যু ঘটোৱাত ভাৰতৰ অইন অইন ঠাইৰ মুছলমান-সকলে, আনকি আৰবৰ মুছলমানসকলেও মুছলমানসকলক ৰক্ষণা-বেক্ষণ দিব নোৱাৰা বুলি চৰকাৰক দোষাৰোপ কৰিব ধৰিলে। চৰকাৰে তেতিয়া অসমত হোৱা সংঘৰ্ষ হিন্দু মুছলমানৰ ভিতৰত সাম্প্ৰদায়িক ভিত্তিত হোৱা বুলি কৈ মুছলমানসকলৰ কাৰণে বিশেষ ৰক্ষণা-বেক্ষণৰ ব্যৱস্থা কৰিবলৈ ধৰিলে। আৰু এই ব্যৱস্থা কাৰ্য্যকৰী কৰাৰ কাৰণে পুলিচ কৰ্মচাৰী নিয়োগৰ ক্ষেত্ৰত লোকসংখ্যাৰ ভিত্তিত মুছলমান কৰ্মচাৰী নিনেয়াগৰ কথা ঘোষণা কৰিলে। ইয়াতেই ক্ষান্ত নাথাকি মুখ্য মন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই ঘোষণা কৰিলে যে পুলিচৰ উপৰি অইন অইন চাকৰিৰ ক্ষেত্ৰতো মুছল-মানৰ কাৰণে শতকৰা ২৪ ভাগ চাকৰি সংৰক্ষিত থাকিব। এই ঘোষণা সম্পূৰ্ণ অসাংবিধানিক। কাৰণ সংবিধানৰ ৩৩৫ অনুচ্ছেদ

মতে অনুসূচীত জাতি আৰু জনজাতিৰ কাৰণেহে চাকৰিত সংৰক্ষণৰ কথা বিবেচ্য। ৩৩৬ অনুচ্ছেদ মতে এংলোইণ্ডিয়ান সকলৰ কাৰণে যিমান চাকৰি ৰখা সংৰক্ষণৰ ব্যৱস্থা ১০ বছৰ পাছত (১৯৪৭ চনৰ পৰা) উঠি যাব। তাত কৰো মুছলমান বা অইন কোনো সম্প্ৰদায়ৰ কাৰণে চাকৰিত সংৰক্ষণৰ ব্যৱস্থা নাই। বৃটিছ চৰকাৰে তেওঁলোকৰ নিজ স্বাৰ্থত হিন্দু-মুছলমানৰ ভিতৰত বিভেদৰ সৃষ্টি কৰিছিল আৰু সাম্প্ৰদায়িক ভাব শিপাই স্থায়ী কৰাৰ কৰাৰ কাৰণে নানা কৌশল অৱলম্বন কৰি বিধানসভাবোৰত সংৰক্ষিত আসনৰ ব্যৱস্থা কৰিছিল। সেই বিষবৃক্ষই পিছত ভাৰত বিভাজন কৰি পাকিস্থানৰ সৃষ্টি কৰিলে। এনেকুৱা সাম্প্ৰদায়িকতাৰ মূলোচ্ছেদৰ কাৰণে ভাৰতৰ সংবিধানত দেশ ধৰ্ম নিৰপেক্ষ হ'ব বুলি ঘোষণা কৰা হ'ল। তৎস্বত্বেও এতিয়া আকৌ ধৰ্মীয় ভিত্তিত চাকৰি আদিৰ ব্যৱস্থা কৰি ভাৰতৰ লোকক ভাগ ভাগ কৰিব ধৰিলে তাৰ পৰিণাম কি ভয়াবহ হ'ব তাক ৰাইজে ভাবি চাওক। চৰকাৰে হয়তো হিন্দু-মুছলমানৰ ভিতৰত শান্তি, সম্প্ৰীতি আনিবৰ কাৰণে এইবোৰ ব্যৱস্থা হাতত লৈছে। কিন্তু তাৰ দ্বাৰা শান্তি, সম্প্ৰীতিৰ পৰিবৰ্ত্তে আশান্তিৰ বীজহে ৰোপন কৰিব।

১৭।৪।৮৫ তাৰিখে আকৌ মুখ্য মন্ত্ৰীয়ে ডিব্ৰুগড়ত অনুসূচীত জাতিৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে এটা হোষ্টেলৰ আধাৰশিলা স্থাপন কৰিলে। তাৰ দ্বাৰা তেওঁলোকক অইন ছাত্ৰ-ছাত্ৰীসকলৰ পৰা পৃথক কৰি ৰখাহে বন্দবস্ত কৰা হ'ল। যদি হোষ্টেলত অনা অনুসূচিত জাতিৰ ল'ৰা-ছোৱালী একেলগে থাকিব খুজিলেও তেওঁলোকক থাকিব দিয়া নহয় তেনেহলে তাৰ দ্বাৰা ঐক্যতা সাধন হ'ব নে অনৈক্যতা অনা হ'ব? লিখক চাকৰিত থাকোতেও এনে এটা ব্যৱস্থাৰে জনজাতিৰ কাৰণে এটা হোষ্টেল নিৰ্মাণ কৰি তাত অনা জনজাতিৰ ল'ৰা থাকিব খুজিলেও থাকিব নিদিয়াৰ ব্যৱস্থা কৰিব খুজিছিল। তাৰ দ্বাৰা আমাৰ মাজত অনৈক্যতা

অনা হ'ব বুলি আপত্তি কৰাত তেতিয়াৰ মুখ্য মন্ত্ৰীয়ে কৈছিল যে ষষ্ঠ অনুসূচীৰ টকাৰে নিৰ্মাণ কৰা হোষ্টেলত তেনেকৈ সকলো ছাত্ৰ-ছাত্ৰীক থাকিব দিব। তেতিয়া সাধাৰণ বাজেটৰ টকাও তাত কিছু পৰিমাণে যোগান ধৰি যিবিলাক ছাত্ৰ-ছাত্ৰীয়ে জনজাতীয় ছাত্ৰ-ছাত্ৰীৰ লগত একেলগে থাকি একেলগে খোৱা-বোৱা কৰিব খোজে তেওঁলোকক থাকিব দিব লাগে বুলি পৰামৰ্শ দিয়াত সেই পৰামৰ্শ গ্ৰহণ কৰিলে।

বৰ্ত্তমানে ভাৰতত বিশেষলৈ অসমত জাতি বিচাৰ উঠি যোৱা বুলি কলেও অযুক্তি নহ'ব। কোনো সামাজিক অনুষ্ঠানতে খোৱা-বোৱা, উঠা-বহা কৰোতে কাৰ কি জাতি বা ধৰ্ম তাৰ সম্ভেদ বিচৰা নহয়। বিয়া-বাৰুৰ ক্ষেত্ৰতো সাম্পদায়িক ভাবে উঠি যাব ধৰিছে। এনেকুৱা অৱস্থাত জাতিগত হিচাপে আৰু বিভাজন সৃষ্টি কৰিব খোজাতো দেশৰ কাৰণে অতি অমঙ্গলসূচক। বৰ্ত্তমানে আহমেদাবাদত হোৱা মাৰাত্মক সাম্পদায়িক সংঘৰ্ষ চাৰ্টাৰৰ ভেদ-নীতিৰ কাৰণেই উদ্ভৱ হৈছে। আৰু তাত ইন্ধন যোগাইছে স্বস্ত স্বাৰ্থ ই। ৰাজনৈতিক দলবোৰে অনুসূচীত জাতিৰ আৰু জনজাতিৰ কাৰণে সংবিধানৰ ষোড়শ ছেদত (Part XVI) থকা ব্যৱস্থা অনুযায়ী লোকসভা আৰু বিধানসভাৰ কাৰণে আসন সংৰক্ষিত আশা উঠাই দিবলৈ সাহ নকৰি প্ৰত্যেক দহ বছৰে তাৰ মিয়াদ বঢ়াই আছে। ফলত তেওঁলোকক স্থায়ীভাবে মূল সমাজৰ পৰা পৃথক কৰা হ'ব ধৰিছে। অকল সেয়ে নহয়। তেওঁলোকে ভোগ কৰা সা-সুবিধাবোৰ আমাৰ সমাজৰ আৰু কিছুলোকে জাতিগত ভিত্তিত সংৰক্ষণ বিচাৰিছে। আৰু তাৰে ফলত আহমেদাবাদৰ অৰাজকতা যি অৰাজকতা এতিয়া বৰোদালৈ বিয়পিছে আৰু সোনকালে কিবা এটা সমাধান নকৰিলে ভাৰতৰ অইন ঠাইলৈকো বিয়পি পৰাৰ আশা নোহোৱা নহয়।

# কাছাৰ প্ৰসংগ

১৯২৬ চনৰ ইয়াণ্ডাবু সন্ধিমতে গোৱালপাৰা জিলাৰ বাহিৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাকী পাঁচখন জিলাহে বৃটিছৰ অধিনলৈ আহে। গোৱালপাৰা গাৰোপাহাৰৰ সৈতে ১৯২৩ চনৰ পৰাই স্পেছিয়েল কমিছনাৰ ডেভিদ্ স্কট্ চাহাবৰ শাসনাধীন আছিল; আৰু বাকী পাৰ্বত্য জিলা কেইখন পৃথক পৃথক ৰজা বা প্ৰধানৰ শাসনৰ তলত আছিল! কাছাৰ জিলা কছাৰী ৰজা গোবিন্দ চন্দ্ৰৰ তলত আছিল আৰু উত্তৰ কাছাৰ তুলাৰাম সেনাপতিৰ অধীনত আছিল। ১৯৩০ চনত ৰজা গোবিন্দ চন্দ্ৰক আততায়ীয়ে হত্যা কৰাত আৰু তেওঁৰ কোনো উত্তৰাধিকাৰী নথকাত ১৮৩২ চনত বৃটিছে কাছাৰ জিলা নিজ দখললৈ আনে। ১৮৫৪ চনত তুলাৰাম সেনাপতিৰ মৃত্যুৰ পাছত তেওঁৰ তিনিজন লৰাই কিছুদিন উত্তৰ কাছাৰ শাসন কৰে। আৰু ১৮৫৭ চনত ই বৃটিছৰ হাতলৈ আহে। বৃটিছে কাছাৰ জিলাখন ব্ৰহ্মপুত্ৰ উপত্যকাৰ শাসনৰ তললৈ নানি ১৮৩৩ চনত ঢাকা বিভাগৰ কমিছনাৰৰ অধীনলৈ নিয়ে। ছিলেট জিলাও ঢাকাৰ কমিছনাৰৰ তলত আছিল। ১৮৭৪ চনত অসমখন চিফ কমিছনাৰৰ অধীনত এখন প্ৰদেশ হিচাপে গঠন কৰাত কাছাৰ আৰু ছিলেট জিলাও এই প্ৰদেশত চামিল হয়।

মাটি বন্দবস্তীত ব্ৰহ্মপুত্ৰ বা অসম উপত্যকাৰ লগত কাছাৰৰ মিল নাছিল। অসম উপত্যকাৰ লাখেৰাজ, নিস্পিখেৰাজ, খেৰাজ আদিৰ পৰিবৰ্তে তাত সৰহভাগ মাটি মিৰাছদাৰী প্ৰথাত বন্দবস্ত হৈছিল। দেশ বিভাজনৰ আগে আগে অসম প্ৰদেশখন শাসনৰ সুবিধাৰ্থে একোজন কমিছনাৰৰ অধীনত দুখন উপত্যকাত ভাগ কৰা আছিল; অসম উপত্যকা আৰু সুৰমা উপত্যকা। কাছাৰ,

ছিলেট আৰু পাৰ্বত্য জিলা কেইখন সুৰমা উপত্যকাৰ অন্তৰ্ভুক্ত আছিল আৰু বাকী জিলা কেইখন অসম উপত্যকাত পৰিছিল। ভৌগোলিক দিশৰ পৰা পাৰ্বত্য জিলা কেইখনে কাছাৰখন অসম উপত্যকাৰ পৰা পৃথক কৰি ৰাখিছিল।

কংগ্ৰেছৰ সাংগঠনিক ফালৰপৰা কাছাৰ জিলাখন স্বাধীনতাৰ সময়লৈকে বংগ কংগ্ৰেছৰ অন্তৰ্ভুক্ত আছিল। স্বাধীনতা লাভ কৰাৰ পাছত কাছাৰ কংগ্ৰেছে অসমৰ পৰা পৃথক হৈ কাছাৰ, মণিপুৰ, ত্ৰিপুৰা আৰু মিজোৰামক লৈ পূৰ্বাঞ্চল নাম দি এখন সুকীয়া প্ৰদেশ গঠনৰ দাবী তোলে আৰু ১৯৪৮ চনৰ ছেপ্তেম্বৰত বহা কংগ্ৰেছ ৱৰ্কিং কমিটিত এটা প্ৰস্তাৱযোগে এই দাবী মানি লোৱা হয়। পিছে অসম কংগ্ৰেছে এই প্ৰস্তাৱৰ বিৰোধিতা কৰাত, আৰু হিন্দু মহাসভা আৰু মুছলিম লীগে তাত সহযোগ কৰাত ১৯৪৮ চনৰ ডিছেম্বৰত বহা ৱৰ্কিং কমিটিয়ে আগৰ প্ৰস্তাৱ বাতিল কৰে।

ভাষাৰ ক্ষেত্ৰত ১৯৭১ চনৰ লোক গণনামতে কাছাৰৰ প্ৰধান ৬টা ভাষাৰ শতকৰা হিচাপে লোকসংখ্যা হ'ল বঙালী ৭৭.৭৬; হিন্দি ১১.২৮; মণিপুৰী ৪.২২; বিষ্ণুপুৰীয়া ১.৯৫; ওৰিয়া ০.৮১ আৰু ডিমাছা ০.৬২। অসমীয়া এই ছটাৰ ভিতৰত নপৰে; কাৰণ অসমীয়া হ'ল মুঠ ১৭,১৩,২১৮ৰ ভিতৰত মাত্ৰ ৬,৮৪০ জন; অৰ্থাৎ শতকৰা ০.৪ জন। ১৯৫১ চনৰ লোকপিয়লত মুঠ ১১,১৫,৮৬৫ জনৰ ভিতৰত অসমীয়াৰ সংখ্যা আছিল ৩,৪৬২ জন। এই হিচাপৰ ভিতৰত আকৌ কাছাৰত কাম কৰা অসমীয়া কৰ্মচাৰীও আছে। গতিকে থলুৱা অসমীয়াৰ সংখ্যা আৰু কম।

ওপৰত উল্লেখ কৰা পৰিবেশত কাছাৰৰ লোকসকলে ছিলেটৰ লোকসকলৰ সৈতে লগ লাগি অসম উপত্যকাৰ যি কোনো উন্নয়ন-মূলক কামতে প্ৰতিবন্ধক জন্মাইছিল। আনকি অসমৰ কাৰণে সুকীয়া হাইক'ৰ্ট আৰু বিশ্ববিদ্যালয় বিচৰাৰ সময়তো বিৰোধিতা

কৰিছিল। কাৰণ তেওঁলোকে কলিকতা হাইক'ৰ্ট আৰু কলিকতা বিশ্ববিদ্যালৰ অধীনতহে থাকিব খুজিছিল। দেশ বিভাজনত ছিলেট জিলা পাকিস্থানৰ অন্তৰ্ভুক্ত হোৱাৰ পাছতো কাছাৰে অকলে ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাকেইখনৰ লগত সমানে ফেৰ পাতি সকলো উন্নয়নমূলক কামৰ সমান ভাগ বিচাৰি কামত ব্যঘাত জন্মাইছিল। ইয়াৰ গুৰিতে আছিল বিচ্ছেদ ভাব। কাছাৰৰ লোকসকলে কাছাৰখন অসমৰে এটা অংগ হিচাপে গণ্য কৰিব নোখোজে। তেওঁলোকে বংগদেশৰ লোকসকলকহে আপোন বুলি ভাবে আৰু যিকোনো বিপদ-বিঘিনিৰ সমুখীন হলে তাৰ প্ৰতিকাৰৰ কাৰণে বংগ চৰকাৰ আৰু বংদেশৰ লোকসকলৰ ওচৰ চাপে।

স্বাধীনতা লাভ কৰাৰ পাছত দ্বিতীয় মেডিকেল কলেজ গুৱাহাটীত পাতিববলৈ থিৰ কৰাত কাছাৰে তীব্ৰ প্ৰতিবাদ আৰম্ভ কৰিলে। দ্বিতীয়খন মেডিকেল কলেজ কাছাৰত হ'ব লাগে। অৱশেষত চৰকাৰে শিলচৰতো এখন মেডিকেল কলেজ পাতিবলৈ থিৰ কৰিলে। কিন্তু তাতো ক্ষান্ত নহৈ কাছাৰৰ লোকসকলে তাত কলেজৰ কাম আৰম্ভ নকৰাকৈ গুৱাহাটীৰ কামত আগ বাঢ়িবলৈ নিদিয়া হ'ল। ফলত গুৱাহটীৰ কামো মন্থৰ গতিত চলিল।

গুৱাহাটীত ইঞ্জিনিয়াৰিং কলেজ স্থাপন কৰাৰ সময়তো কাছাৰে সেইখন শিলচৰতহে পাতিব লাগে বুলি দাবী কৰিছিল; আৰু কেন্দ্ৰীয় চৰকাৰে কাছাৰবাসীৰ সন্তুষ্টিৰ কাৰণে শিলচৰত এখন কেন্দ্ৰীয় ইঞ্জিনিয়াৰিং কলেজ স্থাপন কৰিলে।

পুনৰ্গঠন কমিছন বহোতে কাছাৰ জিলাখন অসমৰ পৰা পৃথক কৰাৰ দাবী কৰা হ'ল। কমিছনে ৰাজ্যবোৰ ভাষিক ভিত্তিত পুনৰ্গঠন কৰিবলৈ বিচাৰিছিল; কিন্তু জিলা পৰ্যায়ত ভাষিক সংখ্যা নিৰূপণ কৰি ৰাজ্যিক পৃথকীকৰণ সম্ভৱপৰ নহব কাৰণে, আৰু ভৌগোলিক অৱস্থানৰ কাৰণে কাছাৰখন বংগৰ অন্তৰ্ভুক্ত কৰাও সম্ভৱপৰ নহব কাৰণে কাছাৰ অসমতে থাকিল। কিন্তু

কাছাৰৰ এচাম লোকে পৃথকীকৰণৰ আন্দোলন চলায়েই থাকিল। পাৰ্বত্য নেতা সম্মিলনৰ (APHLC) দাবী মানি কেন্দ্ৰীয় চৰকাৰে ফেডাৰেল ভিত্তিত অসম পুনৰ্গঠনৰ প্ৰস্তাৱ দিয়াত সমগ্ৰ অসমৰ ৰাইজে যেতিয়া তাৰ বিৰোধিতা কৰিছিল, তেতিয়া কাছাৰে সেই আন্দোলনত যোগ দিয়া নাছিল। বৰঞ্চ তেওঁলোকে কাছাৰকো ফেডাৰেছনৰ এটা স্বকীয়া গোট হিচাপে গঠন কৰিবৰ চেষ্টা কৰি প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰ ওচৰ চাপিছিল আৰু শ্ৰীমতী গান্ধীয়ে কাছাৰখন বেলেগ গোট হ'ব পাৰিব বুলি আশ্বাস দিছিল। যি হওক, প্ৰবল জনমত উপেক্ষা কৰি ফেডাৰেল আঁচনি চৰকাৰে প্ৰৱৰ্তন কৰিব নোৱাৰিলে আৰু কাছাৰৰো অসম উপত্যকাৰ সমপৰ্য্যায়ৰ এটা গোট হৈ থাকিব খোজাৰ ইচ্ছা পূৰণ নহ'ল।

তাৰ পাছত আহিল ১৯৬০ চনৰ ৰাজ্যিক ভাষা আন্দোলন। অসমীয়া ৰাজ্যিক ভাষা কৰোতে কাছাৰৰ লগতে অসম উপত্যকাত থকা বঙালীসকলেও ৰাজ্যিক ভাষা আইন পাছ কৰোতে তীব্ৰ বিৰোধিতা কৰিলে। আন্দোলন ৰাজ্যজুৰি বিয়পি পৰাত আৰু প্ৰবল হৈ উঠাত মুখ্যমন্ত্ৰী চলিহাদেৱে ১৩।৬।৬০ তাৰিখে ৰাজ্যিক ভাষাৰ কাৰণে এখন বিল পৰবৰ্তী বিধান সভাত দাঙি ধৰিব বুলি ঘোষণা কৰিলে। লগে লগে শিলচৰত ৩।৭।৬০ তাৰিখে সদৌ অসম বঙালী সম্মিলন এখন পশ্চিমবংগৰ এম. পি. চপলাকান্ত ভট্টাচাৰ্যৰ সভাপতিত্ব পাতিলে আৰু বঙালী ভাষাক দ্বিতীয় ৰাজ্যিক ভাষা বুলি ঘোষণা কৰাৰ কাৰণে দাবী কৰিলে। (ৰঞ্জিত বৰপূজাৰী আৰু সূৰ্য্য বৰাৰ মৃত্যু এই ভাষা আন্দোলনৰ লগত জড়িত। তেওঁলোকৰ মৃত্যু হয় যথাক্ৰমে ৪।৭।৬০ আৰু ৮।৭।৬০ তাৰিখে।)

বঙালীসকলৰ এটা দলে এই বুলি ঘোষণা কৰিছিল যে উগ্ৰপন্থাৰে হলেও অসমৰ বঙালী ভাষাভাষী অঞ্চলবোৰ পশ্চিমবংগৰ অন্তৰ্ভুক্ত কৰি লবই। এই উদ্দেশ্যে কাছাৰত সংগ্ৰম পৰিষদ গঠন কৰা হ'ল আৰু নানা হিংসামূলক কাৰ্য্য আৰম্ভ হ'ল। ১২।১২।৬০

তাৰিখে শিলচৰ, কৰিমগঞ্জ আৰু হাইলাকান্দি জিলা কংগ্ৰেছ কমিটিবোৰৰ যুটীয়া বৈঠকে কাছাৰ কংগ্ৰেছ অসম কংগ্ৰেছৰ পৰা পৃথক কৰাৰ প্ৰস্তাৱ ললে; লগতে মণিপুৰ আৰু ত্ৰিপুৰাকো অসমৰ লগত লগলগাই পূৰ্বাঞ্চল ৰাজ্য গঠনৰ দাবী তুলিলে; বিকল্পে কাছাৰৰ কাৰণে পৃথক প্ৰশাসনৰ ব্যৱস্থা বিচাৰিলে। ১২।৫।৬১ তাৰিখে শ্ৰীএন. আৰ. লস্কৰৰ (বৰ্ত্তমান কেন্দ্ৰীয় ৰাজ্যিক মন্ত্ৰী) নেতৃত্বত কাছাৰ সঁজাতী দল এটাই প্ৰধানমন্ত্ৰী স্বৰ্গীয় নেহৰুক লগধৰি কাছাৰ আৰু ওচৰ চুবুৰীয়া অনা-অসমীয়া অঞ্চল সাঙুৰি লৈ স্বকীয়া প্ৰদেশ গঠনৰ দাবী জনালে। কাছাৰত থকা অসমীয়া-সকলৰ জীৱন বিপন্ন হৈ পৰিল। মুখ্যমন্ত্ৰী চলিহাই কাছাৰ জিলা কংগ্ৰেছক আলোচনাৰ কাৰণে শ্বিলঙলৈ মাতিলে। কিন্তু তেওঁলোক নাহিল আৰু শ্বিলঙৰ পৰিবৰ্তে কলিকতালৈ গৈ পশ্চিম বংগৰ মুখ্যমন্ত্ৰী বিধান ৰায়ৰ লগত আলোচনা কৰিলে। তাৰ পাছত গৃহমন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীয়ে হস্তক্ষেপ কৰি ৰাজ্যিক ভাষা আইনৰ কিছুমান সংশোধনৰ পৰামৰ্শ দিলে। কিন্তু তেওঁলোক তাতো সন্মত নহ'ল। অৱশেষত জিলা পৰ্য্যায়ত কাছাৰত ৰাজ্যিক ভাষা বঙালী ৰাখিহে ৰাজ্যিক ভাষা বিল পাছ হ'ল যদিও আজি পৰ্য্যন্ত অসমীয়া ভাষা সকলো পৰ্য্যায়তে সম্পূৰ্ণৰূপে কাৰ্য্যকৰী হোৱা নাই।

ইয়াৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৭০ চনত কলেজ পৰ্য্যায়ত শিক্ষাৰ মাধ্যম অসম অসমীয়া কৰাৰ প্ৰস্তাৱ ল'লে। লগে লগে কাছাৰৰ কিছুমানলোকে আপত্তি তুলি উচ্চতম ন্যায়ালয়ত আবেদন দাখিল কৰিলে। তাকে দেখি অসম উপত্যকাতো বঙালী প্ৰভাৱিত থকা কেইটিমান কলেজৰ পৰাও আবেদন দাখিল কৰি বিশ্ববিদ্যালয়ৰ প্ৰস্তাৱ কাৰ্য্যকৰী কৰাত বিঘিনি জন্মালে। অসম চৰকাৰে এই শিক্ষা বিষয়টো ৰাজনৈতিক পৰ্য্যায়লৈ নি অসম বিধান সভাৰ জৰিয়তে গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালত

শিক্ষাৰ মাধ্যম অসমীয়া ৰাখি কাছাৰৰ কাৰণে এখন স্বকীয়া বিশ্ববিদ্যালয়ৰ প্ৰস্তাৱ ল'লে। কিন্তু এই প্ৰস্তাৱে কাকো সন্তুষ্ট কৰিব নোৱাৰিলে। অসম উপত্যকাত ইয়াৰ ঘূৰ্ণোৰ প্ৰতিবাদত আন্দোলন আৰম্ভ হ'ল। (এই আন্দোলনত থাকপেটীয়াত ৫।১০।৭২ তাৰিখে মোজাম্মিলৰ আৰু ৭।১০।৭২ তাৰিখে হোজাইত অনিল বৰাৰ মৃত্যু হ'ল।) অৱশেষত ২৬।১০।৭২ তাৰিখে উচ্চতম ন্যায়ালয়ে বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে কৰা দৰ্খাস্ত অৰ্থহীন বুলি ডিছমিছ কৰাৰ পাছতহে আন্দোলন অন্ত পৰিল।

বৰ্তমানে 'বিদেশী বহিষ্কাৰ' আন্দোলনত কাছাৰে অসমৰ বাকী অঞ্চলৰ লগত সহযোগতো কৰাই নাই, তেওঁলোকে ইয়াৰ বিৰোধিতাহে কৰি আহিছে। সমগ্ৰ অসম যেতিয়া লোকসভা নিৰ্বাচন বৰ্জন কৰি নিৰ্বাচনত অংশ গ্ৰহণ কৰাৰ পৰা বিৰত থাকিল, তেতিয়া কাছাৰৰ অসন দুখনৰ বাবে নিৰ্বাচন পতা হ'ল, আৰু তাৰ পাছত কাছাৰৰ প্ৰতিনিধি দুজনেই কাৰ্য্যতঃ সমগ্ৰ অসমৰ প্ৰতিনিধিত্ব কৰিব ধৰিলে।

ওপৰত উল্লিখিত ঘটনাবোৰৰ পৰা এই কথা স্পষ্ট হৈ পৰে যে কাছাৰৰ লোকসকলে অসমীয়া বুলি চিনাকি দিব নোখোজে আৰু অসম প্ৰশাসনৰ তলত থাকিব নোখোজে। অসম উপত্যকাও কাছাৰ অসমৰ লগত থকাৰ পৰা একো লাভবান হোৱা নাই। বিত্তীয় ফালৰ পৰা কাছৰ ঘাটি পৰা জিলা। কিন্তু চৰকাৰৰ পৰা সা-সুবিধা ল'বৰ বেলিকা অসমৰ ১৪৬ লাখ লোকৰ ভিতৰত কাছাৰৰ ১৭ লাখৰ (১৯৭১ চনৰ ছেন্সাছৰ হিচাপ মতে) কাৰণেই সমানে ভাগ বিচৰা হয়। এনেকুৱা অৱস্থাত কাছাৰখন অসমৰ পৰা বাদ পৰাটোৱেই সকলোৰে পক্ষে মংগলজনক। আমাৰ কোনোৱে কোনোৱে কব খোজে যে কাছাৰৰ অধিবাসীসকল মূলতঃ অসমীয়া; কিন্তু বঙালীৰ প্ৰভাৱ পৰি ভয়তে বা লাজতে তেওঁলোকে অসমীয়া বুলি চিনাকি নিদিয়ে। যি কাৰণেই নহওক, তাৰ স্থানীয়

লোকসকলে যদি নিজক অসমীয়া বুলিয়েই চিনাকি দিবলৈ ভয় কৰে, তেনেহলে আমি বাহিৰৰ পৰা গৈ তেওঁলোকক অসমীয়া বোলাব নোৱাৰো যি ১০০০/১২০০ ঘৰ অসমীয়া মানুহ কাছাৰত আছে, তেওঁলোক অসমলৈ আহিব খুজিলে হোজাই আদি অঞ্চলৰ বিদেশীসকলক আঁতৰালে তেওঁলোকক বসবাৰলৈ যথেষ্ট পৰিমাণৰ মাটি ওলাব। অৱশ্যে ভাৰতৰ প্ৰত্যেক ৰাজ্যতে ভিন্নভিন্ন ৰাজ্যৰ লোকে লোকে বাস কৰে; গতিকে কাছাৰ অসমৰ পৰা পৃথক হ'লেও কাছাৰত কথা থকা অসমীয়াসকল তাতে থাকি যোৱাত একো বাধা থাকিব নোৱাৰে।

# বিয়াল্লিছৰ মুক্তি আন্দোলন

১৯৪২ চনৰ আগষ্টৰ ১২ তাৰিখ। মই তেতিয়া নগাওঁত চিনিয়ৰ ই, এ, চি,। ৰাতি ১০½ বাজিছে। এনেতে ডি, চি ৰাধা ৰঞ্জন ধৰ আৰু এচ, পি, সুধীন্দ্ৰ মোহন দত্ত আমাৰ ঘৰলৈ আহিল। তেওঁলোকে কলে যে কংগ্ৰেছৰ ভলন্টিয়াৰ সকলে সাংঘাতিক ধৰণৰ গোলমাল কৰিব বুলি খবৰ পাই তেওঁলোক ৰাতিপুৱা শিলঘাটলৈ গৈছিল। এতিয়া তেওঁলোক পোনে পোনে আমাৰ তালৈ আহিছে। কংগ্ৰেছ ভলান্টিয়াৰে শিলঘাটত মিলিটাৰীৰ কাৰণে মজুত কৰা খেৰবোৰ জুই লগাই পুৰিলে; আৰু পিছদিনা ৰাতি পুৱালৈ পেট্ৰল ডিপোত জুই দিবৰ কথা আৰু তেজপুৰৰ পৰা ডাক কৰিয়াই অনা জাহাজো আক্ৰমন কৰাৰ কথা। পৰিস্থিতি গুৰুতৰ আৰু বিস্ফোৰক হৈ আছে। মই ৰাতিপুৱাই শিলঘাটলৈ গৈ তাত ২।৩ দিন থাকি পৰিস্থিতিৰ বুজলৈ ব্যৱস্থা কৰিব লাগে। তেওঁলোক তাত এক চেক্‌চন সমস্ত

পুলিচৰ সৈতে ডি, এচ, পি, শ্ৰীভবানী বৰুৱাক থৈ আহিছে।

ডি, চি ৰ নিৰ্দ্দেশ অনুসাৰি পিছদিনা ৰাতিপুৱা ৰেলেৰে গৈ ৯½ বজাত শিলঘাট পাওঁ ; আৰু ইন্‌স্পেক্‌চন বাংলালৈ গৈ ডি, এচ, পি শ্ৰীবৰুৱাক তাতে পাওঁ। তেতিয়ালৈ আৰু কোনো গোলমাল হোৱা নাই। পেট্ৰল ডিপোত সশস্ত্ৰ পহৰা দিয়া হৈছে। সিদিনা তেনেকৈয়ে গ'ল। পিচদিনা ১৪ তাৰিখে কলিয়াবৰ থানা আৰু জখলাবান্ধা মদৰ দোকান আক্ৰমন কৰিব বুলি খবৰ পাই মই আৰু বৰুৱা সশস্ত্ৰ পুলিচ লগত লৈ ৩ বজাত কলিয়াবৰ বুলি ৰাওনা হলো। জখলাবান্ধাত মদৰ দোকানৰ মহলদাৰে কলে দুজন ভলণ্টিয়াৰ আহি মদ বেচা কাম এৰিবলৈ কৈ গ'ল। তাৰ বাহিৰে একো গোলমাল নাই। তাৰ পৰা কলিয়াবৰলৈ গৈ দেখিলো থানাৰ পাছফালে কলঙৰ সিপাৰে বালুচৰত প্ৰায় ৩০০০ (তিনি হাজাৰ) মানুহৰ সমাগমত এখন ডাঙৰ ৰাজহুৱা মিটিং চলি আছে। বক্তাসকলে বৃটিছ চৰকাৰক নানা ৰকম গালি শপনি পাৰি উত্তেজকধ্বনী দিব ধৰিছে। কেইজনমান কনষ্টেবল আৰু পুলিচ বিষয়া উত্তেজিত হৈ বল প্ৰয়োগ কৰি মিটিং ভাঙি দিবৰ কাৰণে হুকুম বিচাৰিব ধৰিছে। মই ৰাইজে থানা আক্ৰমণ নকৰিলে বা কোনো শাৰীৰিক বল প্ৰয়োগৰ দ্বাৰা হিংসামূলক কাম নকৰি কেৱল মৌখিক গালি শপনি পাৰি থাকিলে আমাৰ ফালৰ পৰা কোনো বল প্ৰয়োগ কৰি মিটিং ভাঙিবলৈ যাব নালাগে বুলি কৈ কেৱল সষ্টম হৈ থাকিবলৈ কলো। শ্ৰীবৰুৱাৰ লগত মই বেআইনী জনতা ছত্ৰভঙ্গ কৰিব লগা হলে কি পদ্ধতি লোৱা হব তাৰে আলোচনা কৰিব ধৰিলো। আলোচনাত আমাৰ ভিতৰত মতানৈক্য ঘটিল। তেখেতৰ মতে বেআইনী জনতা ছত্ৰভঙ্গ কৰাৰ সিদ্ধান্ত লোৱাৰ পাছত মেজিষ্ট্ৰেটে কেৱল বল প্ৰয়োগ কৰি ছত্ৰভঙ্গ কৰা বুলি অৰ্ডাৰ দিব ; আৰু কেনেকুৱা বল অৰ্থাৎ লাঠি নে বেয়নেট নে বন্দুক ব্যৱহাৰ কৰিব আৰু কি পৰিমান প্ৰয়োগ

কৰিব তাক থিৰ কৰিব উপস্থিত থকা পুলিচ বিষয়াই। বিষয়াজন যদি এজন হাবিলদাৰ পৰ্য্যায়ৰো হয়, তেওঁহে এই বলৰ প্ৰকৃতি আৰু মাত্ৰা থিৰ কৰিব। শ্ৰীবৰুৱাই টাইপ কৰি অনা অৰ্ডাৰৰ কাগজখন মোক দেখুৱাই কলে মই মাত্ৰ চহীটোহে কৰিম। বাকী কাম পুলিচৰ। তেখেতৰ এই ব্যাখ্যাত মই একমত হব নোৱাৰিলো। মোৰ মতে মেজিষ্ট্ৰেট জনৰ ওপৰতহে সম্পূৰ্ণ দায়িত্ব থাকিব। ছত্ৰভঙ্গৰ অৰ্ডাৰ দিয়াৰ পাছত প্ৰথমে লাঠি চালনা কৰি তাত সফল নহলে বেয়নেট ব্যৱহাৰ কৰি আৰু শেষত বন্দুক চলাব লগা হলেও প্ৰথমে আঠুৰ তলত আৰু তাৰ পাছত হে জীৱন নাশৰ কাৰণে গুলী চলাব। বৰুৱাই পুলিচ মেনুৱেলৰ কথা উল্লেখ কৰে আৰু মই ফৌজদাৰী কাৰ্য্য বিধি আৰু হাই কোৰ্টৰ ৰুলিং উল্লেখ কৰো। পুলিচ অফিচাৰ হিচাপে বৰুৱাই পুলিচ মেনুৱেলৰ নিৰ্দ্দেশ আখৰে আখৰে পালিব খোজাটো স্বাভাবিক। কিন্তু ময়ো মেজিষ্ট্ৰেট হিচাপে ফৌজদাৰী কাৰ্য্য বিধি আৰু হাইকোৰ্টৰ নিৰ্দ্দেশহে মানিম ; আনকি এই নিৰ্দ্দেশ পুলিচ মেনুয়েলৰ নিৰ্দ্দেশৰ পৰিপন্থী হলেও। আমি এইদৰে আলোচনা কৰি থকা সময়তে নগাওঁৰ পৰা এখন ট্ৰাকত মতিৰাম বৰা আৰু বিমলা বৰা আহি পায়। তেখেত সকলক মই অনুৰোধ কৰিলো, যে ৰাইজ যেন কলং পাৰ হৈ আহি এটা সাংঘাতিক পৰিস্থিতিৰ উদ্ভব নকৰে। তেখেত সকলে মোক আশ্বাস দি কলঙৰ এক আঠু পানী ভাঙি পাৰ হৈ সভাস্থলীলৈ গ'ল আৰু কিছু সময়ৰ পাছত সভাভঙ্গ হ'ল। আমিও কোনো দুৰ্ঘটনাৰ সমুখীন নোহোৱাকৈ শিলঘাটলৈ ঘূৰি আহিলো।

বৰুৱাৰ লগত এই মতানৈক্যই বাস্তৱ ক্ষেত্ৰত কোনো জনতা ছত্ৰভঙ্গ কৰিব লগা হলে এটা জটিল পৰিস্থিতিৰ উদ্ভৱ কৰিব পাৰে বুলি মই ডি, চি ৰ লগত আলোচনাৰ কাৰণে পিছদিনা নগাওঁলৈ ঘূৰি আহিলো। ডি চিক বৰুৱাৰ লগত হোৱা

আলোচনা আৰু আমাৰ মতানৈক্যৰ কথা কওঁ। ডি, চি য়ে বৰুৱাক সম্পূৰ্ণ সমৰ্থন কৰি কলে মই পুলিচ মেমুৱেলহে মানিব লাগিব ; কাৰ্য্যবিধি আইন নহয়। কিন্তু মোক অলৰ-অচৰ দেখি খঙতে জ্বলিপকি উঠি মোক বকিবলৈ আৰম্ভ কৰিলে আৰু কলে মই সদায় পুলিচৰ লগত লাগি থাকো। এইটো সুধীন দত্তৰ (এচ পি) কথা নহয়। পুলিচ মেমুৱেলৰ কথা ইত্যাদি। এনেকৈ মোক বহুত টান কথা কৈ মোৰ ওপৰত প্ৰচিডিংচ কৰিব বুলি ধমকি দিলে। ময়ো 'যি খুচি কৰিব পাৰে' বুলি কৈ গুচি গ'লো।

ডি চি ধৰৰ ব্যৱহাৰত অতি অপমানিত বোধ কৰিলো আৰু দুখ পালো, আৰু চাকৰী এৰি দি গণ আন্দোলনত জপিয়াই পৰিব খুজিছিলো। কিন্তু নানা কাৰণবশতঃ সি হৈ নুঠিল। মই ডাঃ জ্যোতিষ ভূঞা আৰু স্কুল ডিপুটি ইন্‌স্পেক্টৰ ভদ্ৰকান্ত দত্তৰ উপদেশ অনুসৰি ডি চিলৈ এখন বিতং ৰিপোৰ্ট দি তেওঁ কি কৰে তালৈ বাট চাবৰ ঠিক কৰিলো। মই ৰিপোৰ্ট লিখি উলিয়াৰ লগে লগে ডি চিয়ে মোক মাতি পঠিয়ালে, যাতে আৰু কোনো অপ্ৰিয় ঘটনাৰ সৃষ্টি নহয় তাৰ বাবে সাৱধান হৈ মই যিমান পাৰো সংযত হৈ গলো। গৈ দেখিলো তেওঁ এইবাৰ খুব ঠাণ্ডা। তেওঁৰ স্বভাৱগত আন্তৰিকতাহীন হাঁহিটো মাৰি বহুত চৰকাৰী চাৰ্কুলাৰ পুলিচ মেনুৱেল আদি মেলি লৈ মোক দেখুৱাই মই যে ভুল ধাৰণা লৈছো তাক বুজাবলৈ চেষ্টা কৰিলে। মই একো নামাতাকৈ থকা দেখি মই তেওঁৰ কথা মানি লোৱা বুলি ভাবি খুচি হৈ 'হ'ল নে এতিয়া' বুলি সোধাত মই মোৰ আগৰ কথাৰ পৰা লৰচৰ কৰিব নোৱাৰো বুলি কলো। তেওঁ হতাশ হৈ মোক বিদায় দিলে আৰু মই মোৰ লিখিত ৰিপোৰ্টখন দি গুচি আহিলো। পুলিচ আৰু ডি চিৰ লগত হোৱা মোৰ মতবিৰোধৰ কথা চৰকাৰলৈও জনাইছিল।

কাৰণ ১৯৪৯ চনত মোৰ আই এ এছৰ কাৰণে লোৱা সাক্ষাত-কাৰৰ সময়ত বোৰ্ডৰ চেয়াৰমেনে মোক এই বিষয়ে কি হৈছিল সুধিছিল আৰু মই সংক্ষেপে ঘটনাটো কৈছিল। বোৰ্ডৰ সদস্য অজিত প্ৰসাদ জৈনে মোক সম্পূৰ্ণ সমৰ্থন কৰে আৰু বাকী সদস্য সকলেও জৈনৰ লগত একমত প্ৰকাশ কৰে। মোৰ বিৰুদ্ধে লিখা ৰিপোৰ্টখনে মোক সহায়হে কৰিলে।

সিদিনাৰ ঘটনাৰ পাছত ডি চিয়ে মোক পুলিচৰ লগত ঘূৰি ফুৰা কামৰ পৰা অব্যাহতি দি আদালতৰ কামত দিলে আৰু ময়ো শান্তি পালো। কাৰণ দুইদিনমান পাছতে ২০।৮।৪২ তাৰিখে আসাম ৰাইফলচৰ ৮৪ জন চিপাহী আহি পালে আৰু নেতাসকলৰ গ্ৰেপ্তাৰ আৰম্ভ হ'ল। ২২ তাৰিখে দুই লৰী ভলাণ্টিয়াৰ ধৰি আনি হাইস্কুলৰ ভিতৰত সুমুৱাই লই খুব মাৰধৰ কৰিলে। ইফালে আন্দোলনকাৰীসকলে ৰেল লাইন আৰু ৰাস্তাৰ দলংবোৰ নষ্ট কৰাৰ আৰম্ভ কৰিলে। কামপুৰত চাব-ডিপুটি কালেক্টৰৰ অফিচ আৰু ৰেল ষ্টেচনৰ অফিচ জনতাই আক্ৰমণ কৰি বহু যন্ত্ৰপাতি আৰু সৰঞ্জাম নষ্ট কৰিলে। থানাৰ ভাৰপ্ৰাপ্ত অফিচাৰ জন মুছলমান আছিল। তেওঁ জনতাৰ ওপৰত গুলী নকৰাৰ কাৰণে তেওঁৰ ওপৰত শাস্তিমূলক ব্যৱস্থা ললে। ২৬।৮।৪২ তাৰিখে কেপ্তেইন ফিনচৰ অধীনত ১৪০ জন মিলিটাৰী অফিচাৰ আৰু চিপাহী আহি পালে। বেবেজিয়াৰ ওচৰত ট্ৰাঙ্ক ৰোডৰ ওপৰত থকা দলং এখন জ্বলাই দিয়াত ফিনচ অলি-পকি উঠিল আৰু দ্বিতীয় ই এ চি আৰু ডি এচ পিক লগত লৈ বহুলোক ধৰি আনিলে। মাইকী মানুহবিলাকক মটৰেৰে দুমাইলমান আনি এৰি দি ১০০ জনমান মতামানুহ চহৰলৈ লৈ আহিল। ৪০০০ হাজাৰ মানৰ এটা জনতা নগাওঁ চহৰৰ মুখে খোজ ললে। ডি চি, এচ পি আৰু মিলিটাৰী ফৌজ কলঙৰ দলঙলৈ দৌৰি আহিল। সৌভাগ্য-ক্ৰমে জনতাক বুজাই বঢ়াই পঠিয়াই দিয়া হ'ল। নহলে যে ফিনচৰ

নিচিনা মানুহ, যাক তেওঁৰ লগৰ অফিচাৰ সকলেও হেংমেন (Hang Man) ফিনচ বুলিছিল, তেনেকুৱা মানুহৰ হাতত সিদিনা কি অৱস্থা হ'লহেঁতেন তাক ভাবিলে গা শিয়ঁৰি উঠে। ইয়াৰ পাছত জাজনিৰ ডাকঘৰ, বেবেজিয়াৰ কৃষি বীজৰ ডিপো, আৰু বহা চাবডিপুটি কালেক্টৰৰ অফিচ জ্বলাই দিয়া হ'ল। মিলিটাৰীয়ে এখন দলঙৰ তলত ৰাতি খাপ লই থাকি দলং জ্বলাব অহা সকলৰ ওপৰত গুলী চলোৱাত বহুতো মানুহ জখম হ'ল আৰু কেইজন-মানৰ মৃত্যু হ'ল। জখম হোৱা সকলৰ ভিতৰত আমাৰ ঘৰত আগেয়ে কাম কৰা ৰাজেন কলিতা বুলিও এজন আছিল। তাক পিচদিনাই আচপাতালত গৈ চাই আহিলো। তাৰ বাহুত গুলী লাগি একালেদি সোমাই সিফালেদি ওলাই গ'ল। ভাগ্যক্ৰমে হাড়ত নালাগিল আৰু সি বাচিল। মিলিটাৰীয়ে মেজিষ্ট্ৰেট আৰু পুলিচৰ লগত ৰাতি ৰাতি গাওঁবোৰত পহৰা দি ফুৰিব ধৰিলে। ২৮ তাৰিখে ৰাতি বাৰপুজিয়াত গাওঁৰক্ষী বাহিনীৰ ডেকাই পুলিচ মিলিটাৰী অহা_গম পাই সিঙা ফুকাই দিলে। লগে লগে বন্দুকৰ গুলীত তাৰ প্ৰাণ গ'ল। বন্দুকৰ গুলীত আৰু ভালেমান লোক আহত হ'ল। ২৩২ জন লোকক গ্ৰেপ্তাৰ কৰি নগাওঁলৈ আনি ১০।১২ জনমান ৰাখি বাকীবোৰক এৰি দিলে। মৃতজনক আৰু কিছুমান আহত লোকক বিনা চিকিৎসাই এৰি থৈ অহাত পিচ-দিনা ৰেডক্ৰচ পাৰ্টিয়ে তেওঁলোকক লৈ আহে। ১৯ চেপ্তেম্বৰৰ দিনা বহৰমপুৰত দুপৰীয়া খাবৰ আয়োজন কৰি ভালেমান ভলান্টিয়াৰ গোট খায়। কেপ্তেইন ফিনচ চিপাহীৰ সৈতে ডি এচ পিৰ লগত যায় আৰু নেতা প্ৰতাপ শৰ্মাক গ্ৰেপ্তাৰ কৰে। কেইগৰাকীমান মহিলা কংগ্ৰেছ পতাকা লৈ আহোতে ৰিভলভাৰ আৰু ৰাইফলৰ গুলীত এগৰাকী বয়সস্থা মহিলা আৰু দুইজন পুৰুষৰ খিতাতে মৃত্যু হয় আৰু চাৰি গৰাকীৰ সাংঘাতিকভাৱে জখম হয়।

৩ চেপ্তেম্বৰ তাৰিখে ভাৰত বিদ্বেষী কমিচনাৰ গানিং চাহাব নগাওঁলৈ আহে আৰু মই তেওঁক দেখা কৰো। তেওঁ মোক সুধিলে, মই কিয় নাৰভাচ (nervous) হৈছিলো। বুজিলো ডি. চিয়ে মোৰ বিৰুদ্ধে একো লিখিব নোৱাৰি মোৰ স্নায়বিক দুৰ্বলতা হোৱা বুলি ৰিপ'ৰ্ট দিছিল। মই কোনো স্নায়বিক দুৰ্বলতাৰ পৰা ভোগ নাই বুলি কলো। তেওঁ কলে কলিয়াবৰ মিটিঙত দৰকাৰ হ'লে গুলী চলোৱা নেতাসকলক গ্ৰেপ্তাৰ কৰিব লাগিছিল। বেবেজিয়া আৰু বাৰপুজিয়াত গুলি কৰাত ভাল ফল দিছে। যদি প্ৰথমৰ পৰাই এনেভাৱে কঠোৰ দমননীতি লোৱা হ'ল হৈ তেনেহলে আন্দোলন ইমান আগবাঢ়িব নোৱাৰিলে হৈ। গানিং চাহাবৰ দৰে অইন বৃটিছ আনকি আমাৰ বহুতো ভাৰতীয় চাহাবৰ মগজতো খোলাৱা নাছিল যে কঠোৰ দমন নীতিয়ে কোনো সমস্যা সমাধান নকৰে, বৰং আন্দোলনকাৰী দেশপ্ৰেমিকসকলৰ মনোবল দৃঢ় কৰিহে তোলে। ক্ষন্তেকীয়াভাৱে তেওঁলোকৰ দমননীতি সফল হোৱা যেন দেখি আত্মতুষ্টি লাভ কৰিব পাৰে। কিন্তু এই সফলতা ক্ষণস্থায়ী। মুক্তি আন্দোলনে তাক প্ৰমাণ কৰিলে। দুৰ্দান্ত প্ৰতাপী পুলিচ মিলিটাৰীয়ে সপোনতো ভবা নাছিল যে পাঁচ বছৰৰ ভিতৰতে প্ৰবল পৰাক্ৰমী বৃটিছ ৰাজ ভাৰত এৰি গুচি যাব লাগিব কিন্তু বৃটিছসকলৰ ভিতৰতো মানবীয় গুণ থকা দূৰদৰ্শী ৰাজনীতিজ্ঞ লোক আছিল। আৰু সেই কাৰণেই তিক্ততা আৰু বিদ্বেষৰ সৃষ্টি নকৰাকৈ তেওঁলোক সসম্মানে ভাৰতীয় নেতৃবৰ্গৰ হাতত শাসনভাৰ গতাই দি ভাৰত এৰি যাব পাৰিলে।

মিলিটাৰীয়ে এতিয়া এজন মেজিষ্ট্ৰেট আৰু কেইজনমান পুলিচ অফিচাৰ লগত লৈ গোটেইখন জিলা তহিলং কৰি ফুৰিব ধৰিলে। আৰু জধেমধে মানুহক গ্ৰেপ্তাৰ কৰি মাৰধৰ কৰি অত্যাচাৰ কৰিব ধৰিলে। আনকি গুলিয়াই মাৰিবও ধৰিলে। সমগ্ৰ

ভাৰতত্তে এনে অত্যাচাৰ উৎপীড়ন চলিল। মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, চৰ্দাৰ পেটেল আদি কৰি সৰ্ব্বভাৰতীয় নেতাসকলক বন্দী কৰিলে। অসমতো হলধৰ ভূঞাক ১৪ আগষ্টত, মতিবৰা, বিমলা বৰা, আৰু শ্ৰীপূৰ্ণ শৰ্মাক ২৪ আগষ্টত গ্ৰেপ্তাৰ কৰিলে। ফখৰুদ্দিন চাহাবক ২০।১২।৪০ তাৰিখেই একবছৰ, সিদ্ধি শৰ্মাক ৬ ছয় মাহ আৰু লক্ষেশ্বৰ বৰুৱাক ১৪।১।৪১ তাৰিখে এক বছৰ জেল দিলে। (লক্ষেশ্বৰ্ বৰুৱাক শৰীৰ অসুস্থ কাৰণে ২০।২।৪১ ত এৰি দিয়ে) ২৮।১।৪১ তাৰিখে সুভাষ বোস ঘৰবন্দী কৰি ৰখা অৱস্থাৰ পৰা নাইকিয়া হ'ল, ৯।১২।৪১ তাৰিখে জাঁপানে যুদ্ধ ঘোষণা কৰিলে।

মোক ইতিমধ্যে আদালতৰ কামৰ পৰা একৰাই পুলিচ আৰু মিলিটাৰীৰ লগত ৰেল লাইন সংৰক্ষণৰ কামত দিলে। মই ১২।৯।৪২ তাৰিখে চাপৰমুখলৈ গৈ তাতে কেম্প কৰি উজনিমুৱা আৰু নামনিমুৱা ট্ৰেইন বোৰত লামডিং আৰু জাগীৰোডৰ মাজত অহা যোৱা কৰিব ধৰো। এনেকৈ ফুৰোতে দুই এজন ধৰ্মভীৰু বৃটিছ মিলিটাৰী অফিচাৰকো পাইছিলো আৰু তেওঁলোকৰ লগত কথা পাতি ভাল লাগিছিল। কেপ্তেইন কুক বুলি এজনে কৈছিল যে শতকৰা ৮০ ভাগ খ্ৰীষ্টানেই প্ৰকৃত খ্ৰীষ্টান নহয়। জগতজুৰি এটা ধৰ্মবিৰোধী আন্দোলন চলিছে আৰু সেই কাৰণেই পৃথিবীত এই মহাসমৰ। ইফালে আমাৰ ৰেলৱে এচ পিক এদিন লগ পাওঁতে তেওঁ কলে যে ৰেল লাইন সংৰক্ষণ কৰিবলৈ হলে লাইনৰ দুয়ো কাষে দুই মাইললৈ মানুহৰ ঘৰ বসতি উঠাই দিব লাগে। আৰু খাজানা বন্ধ আৰম্ভ কৰিলে ভৰালৰ ধান আৰু পথাৰৰ শস্য চৰ জুই লগাই পুৰি পেলাব লাগে। তেতিয়া হলে আন্দোলন বন্ধ হ'ব।

২০।৯।৪২ তাৰিখে মই ডাঃ ভূবনেশ্বৰ বৰুৱাক চাপৰমুখত লগ পাওঁ। তেখেত অমিয় দাস তেজপুৰত অসুস্থ হৈ

থকাত তেখেতক চাই নগাওঁ হৈ ঘূৰি গুৱাহাটীলৈ যাবলৈ আহিছিল। তেখেতক নগাওঁৰ পৰিস্থিতি সম্পৰ্কে জানিবলৈ দিওঁ আৰু তেখেতৰ লগত বহুত আলোচনা কৰো।

এই সময়ত জাপানে বৰ্ম আক্ৰমন কৰাৰ ফলত বৰ্মাত থকা ভাৰতীয় সকলক ভাৰতলৈ স্থানান্তৰ কৰা হয় ( evacuated )। এওঁলোক অতি দুখ লগা অৱস্থাত ভাৰত পাইছি। বৰ্মাৰ পৰা খোজ কাটি মণিপুৰত সোমোৱা দুটা বাট আছিল। এটা বাট চমু আৰু গাড়ী ঘোৰা চলিব পৰা ভাল বাট আৰু বাটে বাটে জিৰণি ঘৰ আছিল। এই বাটটোৰে ইউৰোপীয় সকলক নিমন্ত্ৰণ জনালে। তাত ৰাষ্ট্ৰদুত আৰু তেওঁৰ পত্নী বাৰুত আৰু পত্নী, মিঃ জেচৰতীয়া, মিঃ সোনাম, টাচিভাই, প্ৰজেক্ট মেনেজাৰ আৰু কেইজনমান অফিচাৰেও গৈ আমাৰ লগত যোগ দিছিল। সেই সময়ত মই মোৰ শ্ৰীকৃষ্ণৰ ৰাসলীলাৰ ডাঙৰ ছবিখন ৰাষ্ট্ৰদুতক উপহাৰ দিলো। তাত তেওঁ বৰ আনন্দ পালে, সেইখন কাৰ্য্যালয়ৰ কোন ঠাইত আঁৰিলে ভাল হব সেই বিষয়ে গোটেই কেইজনে গুনাগঠা কৰিবলৈ ধৰিলে। ৰাষ্ট্ৰদূতে মোক আৰ্ট সম্বন্ধে কেবাটাও প্ৰশ্ন কৰিছিল। বিৰাট ড্ৰইং ৰুমটোক বুথাৰী এটাই গৰমাই ৰাখিছিল আৰু সেই সন্ধ্যাটো নানা আলোচনা আৰু আদান-প্ৰদানৰ ভাবেৰে বৰ সুন্দৰকৈ কটাই দিলো।

ভাৰতীয় ৰাষ্ট্ৰদূতক দিয়াৰ নিচিনাকৈ মই বুদ্ধৰ ডাঙৰ ছবি এখন বিফাৰ প্ৰেচিডেণ্টৰ নামত উপহাৰ দিলো। চেণ্ট্ৰেল স্কুলৰ প্ৰিন্সিপালক মোৰ বুদ্ধৰ জীৱনীৰ চিৰিজটোৰ দহখন ছবি স্কুললৈ বুলি উপহাৰ দিলো। প্ৰিন্সিপাল বৰ আনন্দিত হ'ল আৰু কলে যে এয়ে মোৰ ছাত্ৰক বহুত সহায় কৰিব।

সিদিনা হোটেললৈ উভতি আহি ৰাতি পাওঁতে হোটেল মেনেজাৰে মোৰ কাৰণে পঠিয়াই দিয়া উপহাৰ এটা মোৰ হাতত দিলে আৰু লগতে পঠাওঁতাৰ অকণমান চিঠি এখন। পিচদিনা

ৰাতিপুৱা আমি অসমলৈ উভতি আহিবলৈ সাজু হওঁতে টাচি ভাই আৰু প্ৰজেক্ট মেনেজাৰ টাচিফুণ্ট্চগে আমাৰ প্ৰত্যেককে উপহাৰ দিবলৈ কেইটামান পেকেট আনি এজন এজনকৈ আমাৰ হাতত্ দিলে। ইতিমধ্যে পৰিয়ালসহ ডাঃ শৰ্মা আৰু ডাঃ মহন্তয়ো গাড়ী লৈ হোটেল পালেহী। আমি সকলোৱে হোটেল এৰি বাছষ্টেণ্ড পালো। বাছ এৰাৰ সময়লৈকে তেওঁলোকে আমাৰ লগত আছিল। এই গোতেই কেইজনৰ সহায় সহযোগত আমি থিম্ফুত কৃতকাৰ্য্যতাৰে প্ৰদৰ্শনী পাতি আহিলো। তেওঁলোকলৈ মোৰ কৃতজ্ঞতা থাকিল।

ভূটান পৰ্বতৰ কোলাত থকা ভূটানৰ ৰাজধানী থিম্ফু। সভ্যতাৰ নতুন পোহৰ পোৱা এটা স্বাধীন পাহাৰী জাতি ভূটানী। হালিজালি থকা উইলো গছৰ শাৰী, পপলাৰ গছৰ শাৰীৰে পাহাৰী টিলা বিলাকত নিজ আৰ্হিৰে ভূটানী ঠাচত সজোৱা ছবিৰ দৰে ঘৰ বিলাক, ৰঙা ৰঙা নিপোটল চেহেৰাৰ মানুহ বিলাক, মণি চক্ৰ ঘূৰাই ঘূৰিফুৰা বৌদ্ধ ভিক্ষু বিলাক—এই সকলোবিলাককে মোৰ অন্তৰৰ মণি কোঠাত জীয়াই ৰাখি মৰম শুভ ইচ্ছ লৈ, সেমেকা মন এটা লৈ আমি ভূটানৰ ৰাজধানী এৰিলো।

# মোৰ কাৰাবৰণ আৰু কাৰাগাৰৰ অভিজ্ঞতা

আগকথা—জনাকীৰ্ণ পূৰ্ব্ববংগৰ ( পিছত পূব পাকিস্তান আৰু এতিয়াৰ বাংলাদেশৰ ) পৰা বৰ্ত্তমান শতাব্দীৰ আৰম্ভণিৰে পৰা অসমলৈ জনস্ৰোত ববলৈ ধৰে। ফলত অসমত নিবনুৱা সমস্যাৰ উপৰিও ভালেমান অইন অইন সমস্যাৰ সৃষ্টি হব ধৰে। ১৯৪৭ চনত ভাৰত বিভাজন হৈ পূৰ্ববংগ পূব পাকিস্তান হৈ বিদেশী ৰাজ্যত পৰিণত হোৱাত সমস্যাৰ জটিলতা বাঢে। ইফালে লাখ লাখ হিন্দু ভগনীয়া পাকিস্থানৰ নিজৰ ঘৰবাৰী এৰি ভাৰতলৈ আশ্ৰয় বিচাৰি আহে। তাৰে এক বৃহৎ সংখ্যা অসমত সোমায়। লগতে মুছলমানৰ অনুপ্ৰবেশো চলি থাকে। এই বিদেশী নাগৰিক সকলে অসমৰ ভোটাৰ লিষ্টিতো নাম অন্তৰ্ভুক্ত কৰাবলৈ সমৰ্থ হৈ বিধানসভা আৰু সংসদতো প্ৰতিনিধি নিৰ্ব্বাচনত প্ৰভাৱ পেলায়। আনকি কোনো কোনো ক্ষেত্ৰত ভাৰতীয় নাগৰিক নহৈয়ো বিধানসভা আদিলৈ নিৰ্বাচিত হোৱা বুলি সন্দেহ কৰাৰ থলো ওলায়। ১৯৭৮ চনৰ অক্টোবৰ মাহত উৎকমণ্ডত বহা ৰাজ্যিক মুখ্য নিৰ্বাচনী বিষয়া সকলৰ কনফাৰেঞ্চত তেতিয়াৰ প্ৰধান নিৰ্বাচন আয়ুক্ত শ্ৰীশাকধেৰে কৈছিল যে উত্তৰ পূব অঞ্চলত বিশেষকৈ অসমত ভোটাৰ লিষ্টিত ব্যাপকভাবে বিদেশী নাগৰিকৰ নাম অন্তৰ্ভুক্ত হোৱা বাতৰি তেওঁ পাই আছিল। ইয়াৰ কিছুদিন পাছত সংসদী সদস্য হীৰালাল পাটোৱাৰীৰ আকস্মিক বিয়োগত মঙ্গলদৈ লোকসভা সমষ্টিৰ উপ-নিৰ্বাচনৰ কাৰণে ভোটাৰ লিষ্টিৰ সংশোধন আৰম্ভ হয়। এই সমষ্টিতে পুলিচ তদন্তক্ৰমে প্ৰায় ৪৭,৬০০ ভোটাৰ বিদেশী বুলি অভিযুক্ত হোৱাত নিৰ্বাচনী পঞ্জীয়ক বিষয়াই ৩৬,০০০ হাজাৰ্মানৰ

বিচাৰ সমাপ্ত কৰি ২৬,০০০ হাজাৰ মানক বিদেশী বুলি সাব্যস্ত কৰি তেওঁলোকৰ নাম ভোটাৰ লিষ্টিৰ পৰা কাটি দিয়ে। বাকী ১১,৬০০ৰ বিচাৰ শেষ নৌহওঁতেই নামজাদা ৰাজনৈতিক নেতা কেইগৰাকীমানে শ্ৰীশাকধেৰক দেখা কৰি এইদৰে হুৰমুৰ কৰি ভোটাৰৰ নাম কাটাত আপত্তি দৰ্শায়। ইভালে সাধাৰণ নিৰ্ব্বাচনো আসন্ন প্ৰায় হোৱাত শ্ৰীশাকধেৰে কাটা নামবোৰো পুনৰ ভৰ্ত্তি কৰণৰ নিৰ্দ্দেশ দিয়ে আৰু সাধাৰণ নিৰ্বাচনৰ কাৰণে ভোটাৰ লিষ্টিবোৰ প্ৰকাশ কৰি ব্যক্তিগত দাবী আৰু আপত্তি শুনানীৰ পাছতহে নাম ভৰ্ত্তিকৰণ বা কৰ্ত্তনৰ আদেশ দিদে। বিদেশী বসতিৰ এনেকুৱা কিছুমান অঞ্চল আছে য'ত স্থানীয় মানুহৰ কাৰণে প্ৰবেশ কৰাত বিপদ সঙ্কুল। আৰু আপত্তি দৰ্শোৱা দৰ্খাস্তত এনেকুৱা কিছুমান নিয়ম আৰোপ কৰা আছিল যে সেইমতে দৰ্খাস্ত কৰা একপ্ৰকাৰ অসম্ভব আছিল। এনে ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত বাহিৰত সিচৰিত হৈ থকা কিছুমান বিদেশীৰ বিপক্ষেহে আপত্তি দৰ্শাব পৰা হ'ল। -চৰকাৰ ভোটাৰ লিষ্ট শুদ্ধ নকৰাকৈয়ে নিৰ্ব্বাচন পতাৰ কাৰণে উঠি পৰি লাগিল আৰু ৰাইজেও নিৰ্ব্বাচন যেনেকৈ হলেও বাধা কৰাৰ কাৰণে সাজু হ'ল। আৰু এয়ে বৰ্ত্তমান আন্দোলনৰ সূত্ৰপাত। সদৌ অসম ছাত্ৰ সন্থাই ইয়াত আগভাগ ললে আৰু সমূহ ৰাইজক জড়িত কৰাৰ উদ্দেশ্যে গণসংগ্ৰাম পৰিষদ গঠন কৰা হ'ল।

বিদেশীৰ এনে অসম গ্ৰাস কৰা অভিযানৰ বিৰুদ্ধে যুজিবলৈ অসম সাহিত্য সভাও সাজু হ'ল। ২৫।১০।৭৯ তাৰিখে সভাৰ কাৰ্য্য নিৰ্ব্বহক সমিতি গুৱাহাটীত ভগৱতী প্ৰসাদ বৰুৱা হলত বহে। সমিতিত মোক বিশেষভাবে আমন্ত্ৰিত অতিথি হিচাপে মতাত মই কমাৰকুছি হাইস্কুলৰ বাৰ্ষিক অধিবেশনত শেষলৈ থাকিব নোৱাৰি সভা শেষ হোৱাৰ আগতে গুৱাহাটীলৈ আহি সাহিত্য সভাত যোগ দিও। সভাত উত্তপ্ত আলোচনাৰ পাছত স্থিৰ হয়

যে বিদেশী বহিষ্কাৰৰ সমস্যাটো অসমতে আৱদ্ধ নাৰাখি সৰ্বভাৰতীয় সমস্যা কৰি তোলাৰ কাৰণে দিল্লীলৈ নিব লাগে। ইতিমধ্যে মোৰ শাহু আই শ্ৰীযুতা সাবিত্ৰী দুৱৰা ঢুকুৱা বুলি মোৰ ল'ৰা শ্ৰীমান নীতীন্দ্ৰই খবৰ দিয়াত মই সভাপতিৰ অনুমতিক্ৰমে সভা এৰি আহো। পিছদিনা নবনিৰ্ব্বাচিত সভাপতি শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে ফোনযোগে আগৰ দিনাৰ সভাৰ সিদ্ধান্তৰ কথা কয় যে পূব পাকিস্থানৰ পৰা অবিৰত জনস্ৰোত বই থকাত অসমৰ ভাষা কৃষ্টি মষিমূৰ কৰিবৰ উপক্ৰম কৰাৰ উপৰিও তাৰতৰ সাৰ্ব্বভৌমত্ব হানি কৰিবলৈ ওলাইছে। গতিকে ভাৰত চৰকাৰে অনতি পলমে ইয়াক বন্ধ কৰাৰ কাৰণে ৰাষ্ট্ৰপতিৰ ওচৰত এখন স্মাৰক পত্ৰ প্ৰস্তুতিৰ ভাৰ মোৰ আৰু বিশিষ্ট সাংবাদিক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱাৰ ওপৰত দিছে। এই নিৰ্দেশক্ৰমে আমি দুয়ো স্মাৰক পত্ৰখন লিখি উলিয়াও আৰু সাহিত্য সভাই গঠন কৰি দিয়া সঁজাতি দলভুক্ত হৈ মই দিল্লীলৈ যাও। সঁজাতি দলৰ বাকী কেইগৰাকী সদস্য আছিল সভাপতি শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, নবনিৰ্বাচিত সভাপতি শ্ৰীযতীন্দ্ৰনাথ গোস্বামী আৰু প্ৰধান সম্পাদক শ্ৰীলীলা গগৈ। দিল্লীত সংসদী সদস্য শ্ৰীমতী ৰেণুকা দেৱীয়ে স্মাৰকপত্ৰখন ৰাষ্ট্ৰপতিৰ হাতত দিয়াৰ ব্যৱস্থা কৰে আৰু আমাৰ লগত যায়। আমি স্মাৰক পত্ৰ দাখিল কৰি বিদেশী নাগৰিকৰ সমস্যা সম্পৰ্কে ৰাষ্ট্ৰপতিক অবগত কৰো আৰু তেওঁ আমাৰ লগত ভালেখিনি সময় অসমৰ সমস্যাৱলীৰ বিষয় আলোচনা কৰে। আমি ৬।১০।৭৯ তাৰিখে দিল্লীৰ পৰা ঘূৰি আহো। যিদিনা গুৱাহাটীত সদৌ অসম ছাত্ৰ সন্থাৰ উদ্যোগত অভূতপূৰ্ব্ব গণসমাৰোহ জজফিল্ডত অনুষ্ঠিত হয়।

প্ৰথম কাৰাবৰণ—১২ নবেম্বৰৰ পৰা জনসত্যাগ্ৰহ আৰম্ভ হয়। ১৭ তাৰিখে শেষ দিন। সিদিনা অসম যাহিত্য সভাৰ লগত মৱো ওলালো। অভূতপূৰ্ব্ব গণসমাবেশ। ইয়াৰ আগৰ কেইদিনো প্ৰত্যেক দিনে হাজাৰ হাজাৰ সত্যাগ্ৰহীয়ে কাৰাবৰণ কৰিছে।

জেইলৰ ভিতৰ ইমান মানুহৰ ঠাই নহ'ব বুলি চৰকাৰে জজ ফিল্ডত টিন পাতেৰে ঘেৰি অস্থায়ী, জেইল তৈয়াৰ কৰিছে। ভিতৰত দুখন মান চাম্মিয়ানাৰ বাহিৰে ওপৰত একো নাই। তলত মাটিত কোনো কোনো ঠাইত সতৰঞ্চি বা ত্রিপাল পাৰি থোৱা আছে। সত্যাগ্রহীসকল শৃঙ্খলাবদ্ধ ভাবে শাৰীপাতি উপায়ুক্তৰ অফিচৰ সমুখলৈ যায় আৰু তেওঁলোকক গ্রেপ্তাৰ কৰা হ'ল বুলি এজন মেজিষ্ট্রেটে কৈ জেইললৈ যাবলৈ আদেশ দেয়ে। তেওঁলোক জজ ফিল্ডৰ জেইললৈ গৈ কেই ঘণ্টামান থাকি ঘৰলৈ যাবলৈ অনুমতি পায়। শেষৰ দিনা কেইবা লাখো সত্যাগ্রহী ৰাতিপুৱাৰে পৰা এফালে শোৱালকুছি জালুবাৰী ফালৰ পৰা আনফালে খানাপাৰাৰ ফালৰ পৰা আৰু বোন্দা নাৰেঙ্গী ফালৰ পৰা লেঠাৰি নিছিঙাকৈ উপায়ুক্তৰ অফিচৰ ফালে খোজ লৈছে ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱে গণসত্যাগ্রহত যোগ দিছে। অইন অইন অনুষ্ঠানৰ লগতে অসম সাহিত্য সভা আৰু অসম যুৱক সমাজে অংশ গ্রহণ কৰে। মই ১০½ টা বজাত খাই-বই সাজু হলো মোৰ দ্বিতীয় ল'ৰা নীতিনে মোক ভগৱতী প্রসাদ বৰুৱা হলত গাড়ীৰে থৈ আহিল। সি ব্যৱসায়ীসকলৰ দলত যাব। জীৱনত প্রথম কাৰাবৰণ কৰিম সেইবাবে মনটো অলপ উত্তেজিত হৈছিল যদিও সুস্থিৰ হৈয়েই থাকিবলৈ সমর্থ হলো। যুৱক সমাজৰ সমদল সাহিত্য সভাৰ দলৰ লগতে যাবৰ কথা আছিল আৰু মই যুবক সমাজৰ প্রেচিডেণ্ট হিচাপে সমদলৰ লগত দুখোজমান গৈ সাহিত্য সভাৰ লগত যাবৰ কথা আছিল। কাৰণ মই সাহিত্য সভাৰ শাখা সভাৰ প্রাক্তন সভাপতি আজীৱন সভ্য আৰু বহু বছৰ ধৰি কার্য্য নির্বাহকৰ সদস্য আছিলো। কিন্তু ইমান লোকে লোকাৰণ্য হ'ল যে যুৱক সমাজৰ দল বিচাৰি উলিয়াব নোৱাৰিলো। সাহিত্য সভাৰ সভাপতি শ্রীঅতুল চন্দ্র বৰুৱা আৰু প্রাক্তন সভাপতি শ্রীসত্যেন্দ্র নাথ শর্মাই সাহিত্য সভাৰ পতাকা দাঙি

ধৰিলে। উপ সভাপতি শ্ৰীৰজনী শৰ্ম্মায়ো এখন সৰু পতাকা ললে। মই লগে লগে গ'লো। ধ্বনিস্বুচক পতাকা বহুতে ললে। আমি প্ৰথমে ছাত্ৰ সন্থা আৰু গণসংগ্ৰামৰ অফিচ কটন কলেজৰ ইউনিয়ন হলত গোট খালো। তাতে আমাক সত্যগ্ৰাহীৰ 'বেজ' দিয়ে। আমি জনসমুদ্ৰৰ মাজত উঠি যোৱাৰ দৰে লাহে লাহে আগবাঢ়ি উপায়ুক্তৰ অফিচৰ সন্মুখ পালো। দুৱাৰমুখত বৈ থকা মেজিষ্ট্ৰেটৰ হাতত আমাৰ স্মাৰকপত্ৰ দিলো। তেওঁ কলে 'সত্যাগ্ৰাহীসকলক গ্ৰেপ্তাৰ কৰা হ'ল। এতিয়া জেইললৈ যাওক,। প্ৰথম কেইদিন সত্যাগ্ৰাহীসকলৰ নাম লেখি ৰখা হৈছিল। আজি সি নহ'ল, আমি উকীলখানাৰ সমুখেদি ঘুৰি জজফিল্ড অভিমুখে খোজ ললো উকীলসকলে হাত চাপৰি বজাই আমাক অভিনন্দন জনালে। জজফিল্ড লোকে লোকাৰণ্য। আমি জেইলৰ দুৱাৰমুখ বিচাৰি উলিয়াই ভিতৰত সোমালো। তাত গৈ চামিয়ানা এখনৰ তলত বহিলো। দেখিলো তাত সৰ্ব্বশ্ৰী গণেশ ফুকন, কৃষ্ণপ্ৰসাদ বৰুৱা, ৰাধা দত্ত গুৰু দত্ত ভাগৱতী, জ্ঞানদা শৰ্ম্মা, নলিনী বৰকাকতী আদি আছে, মোক দুআষাৰমান কবলৈ কোৱাত মই কলো। জেইলত শ্ৰীভবানী বৰুৱা, শ্ৰীঅন্ন বৰুৱা আৰু বহুতো মাৰোৱাৰী ব্যৱসায়ীক পালো। মোৰ ল'ৰা নীতিনকো পালো। ৩টা মান বজাত জেইল এৰি ঘৰলৈ আহিলো। জেইলত মানুহ সোমাই আছিল, ওলাই আছিল। এনেকৈ ওলাই নাথাকিলে অস্থায়ী জেইলতো মানুহ নধৰা হ'লহে।

মোৰ এই প্ৰথম কাৰাবৰণ। কিন্তু এই কাৰাবৰণ এটা প্ৰতীক কাৰাবৰণ মাত্ৰ। ইয়াৰ পাছত আচল কাৰাগাৰৰ বন্দী হিচাপে লাভ কৰা অভিজ্ঞতাৰ কথা কওঁ।

ভোটাৰ তালিকা শুদ্ধ নকৰাকৈ পাতিব খোজা নিৰ্ব্বাচনৰ তুমুল বিৰোধিতা স্বত্বেও চৰকাৰ লোকসভা নিৰ্ব্বাচন পতাত উঠি পৰি লাগিল ৰাজ্যজুৰি ইয়াৰ বিৰোধিতা কৰি প্ৰাৰ্থীসকলে

মনোনয়নপত্ৰ দাখিল কৰাত বাধা দি পিকেটিং আৰু ঘেৰাও আৰম্ভ কৰিলে। বৰপেটা সমষ্টিৰ পৰা শ্ৰীমতী আবিদা আহমদৰ মনোনয়নপত্ৰ দাখিল কৰাৰ কাৰণে পুলিচে ৯।১২।৭৯ তাৰিখে ৰাতি পিকেটিং কৰা সকলক গুৱাহাটীৰ পৰা বৰপেটালৈ লাঠি চালনা কৰি বহুতক জখম কৰিলে আৰু ভবানীপুৰত পিকেটিং কৰ দলৰ কুমলীয়া ছাত্ৰ খৰ্গেশ্বৰ তালুকদাৰ পুলিচৰ হাতত নিহত হ'ল। ১৮।১।৮০ তাৰিখে ঢুলিয়াজানত জালিৱানাবাগৰ পুনৰাবৃত্তি হৈ পিকেটিং কৰা হাজাৰ হাজাৰ পুৰুষ-মহিলা, ল'ৰা-ছোৱালী পুলিচৰ গুলীত আহত আহত আৰু কেইজনমান নিহত হ'ল। সমগ্ৰ অসম জুৰি জুই জ্বলিল। কাছাৰ জিলাৰ দুটা সমষ্টিৰ বাহিৰে বাকী ১২টা সমষ্টিত কতো নিৰ্বাচন পাতিব নোৱাৰিলে। উত্তৰ কামৰূপত আন্দোলনকাৰীসকলে পমুৱা মুছলমান আৰু হিন্দু শৰণাৰ্থীৰ ঘৰ জ্বলোৱা বুলি ৯।১।৮০ তাৰিখে ৰাতি কেইখনমান গাওঁত পুলিচ আৰু মিলিটাৰীয়ে অকথ্য অত্যাচাৰ কৰিলে। চৰকাৰে দোষীক ধৰিব নোৱাৰি নিৰ্দ্দোষী গাৱঁলীয়াৰ ওপৰত সমূহীয়া জৰিমনা বহুৱালে।

ইতিমধ্যে কেন্দ্ৰীয় চৰকাৰ আৰু গৃহমন্ত্ৰীৰ লগত ছাত্ৰ সস্থা আৰু গণসংগ্ৰাম পৰিষদৰ লগত দিল্লীত আৰু গুৱাহাটীত আলোচনা আৰম্ভ হয়। এইবোৰ আলোচনাই বিশেষ অগ্ৰগতি লাভ নকৰাত প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধী গুৱাহাটীলৈ আহি ১২।৪।৮০ তাৰিখে ছাত্ৰ সস্থা গণসংগ্ৰাম পৰিষদ আৰু অইন অইন অনুষ্ঠানৰ লগত আলোচনা কৰে। তাৰ আগতে ৩১।৩।৮০ তাৰিখে ৰাজ্যপাল শ্ৰীলালন প্ৰসাদ সিঙে আমাৰ যুৱক সমাজৰ মোৰ, শ্ৰীঅনন্ত শৰ্ম্মা আৰু শ্ৰীভগগিৰি ৰায় চৌধুৰীৰ লগত ঘৰুৱা ভাবে আলোচনা কৰে আৰু ১৯৬৭ চনক ভিত্তি কৰি বিদেশী নাগৰিকক অসমৰ পৰা বহিষ্কাৰ কৰাৰ কথা দাঙি ধৰে। তেওঁৰ যুক্তি আছিল এয়ে যে ১৯৬১ চনৰ পাছত ১৯৬৫ চনৰ পাকিস্থানৰ লগত যুদ্ধৰ সময়তো আৰু ভগনীয়া আহে আৰু কেন্দ্ৰীয় চৰকাৰৰ অনুৰোধক্ৰমে

আগেয়ে ৰাখিবলৈ সন্মত হোৱা ৫ লাখৰ ( আচলতে ৬½ লাখমান ১৯৬১ চনলৈ ভগনীয়া সংস্থাপন কৰা হৈছিল ) উপৰিও আৰু কিছুমান ভগনীয়া ( ৰাজ্যপালৰ মতে ৪০/৫০ হাজাৰমান পৰিয়াল ) অসম চৰকাৰে ৰাখিবলৈ সন্মত হৈছিল। আমি কৈছিলো ১৯৬১ চনকে ভিত্তি কৰি তাৰ লগত ৰেজিষ্টাৰ কৰি সংস্থাপিত ভগনীয়াখিনি ৰাখি বাকীবোৰক অসমৰ পৰা লৈ যাওক। আমি কোনো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলো। পিছত ১২ এপ্ৰিলত প্ৰধান মন্ত্ৰীৰ লগত হোৱা আলোচনা ব্যৰ্থ হ'ল আৰু প্ৰায় লগে লগে আন্দোলনকাৰী সকলৰ ওপৰত পুলিচৰ অত্যাচাৰ আৰম্ভ হ'ল। আন্দোলনত থাকৰা তেল বন্ধৰ কাৰ্য্যসূচী লোৱাত চৰকাৰে গুৱাহাটীত ১৯।৪।৮০ তাৰিখে কাৰফিউ দিয়ে। ৰাইজে এই কাৰফিউ অমান্য অৰি ওলাই আহিল আৰু নাৰেঙ্গী অভিমুখে খোজ ললে। গোটেইখন গুৱাহাটী চহৰ ভাঙি আহিল। তাৰ উপৰিও ওচৰ পাজৰৰ ঠাইৰ পৰা মানুহ আহি ভৰি পৰিল। কমেও পাচলাখ মানুহৰ সমাগম হ'ল। পুলিচ মিলিটেৰীয়ে নাৰেঙ্গী নাপাওতেই বাটতে আগভেটি ধৰিলে। তেওঁলোকে গুলী চলাবলৈ হ'লে হাজাৰ হাজাৰ মানুহৰ প্ৰাণনাশ হ'ব। জিলাৰ উপায়ুক্ত কমলেশ্বৰ বৰা নিজে আহি ঘটনাস্থলীত উপস্থিত হ'ল। পৰিস্থিতি অধ্যয়ন কৰি কাৰফিউ উঠাই ললে কিন্তু নাৰেঙ্গীলৈ যোৱা পথ ভেটা দি ৰাখিলে লাঠী চাৰ্জত কিছুলোক আহত হ'ল যদিও পৰিস্থিতি নিয়ন্ত্ৰণলৈ আহিল। তাৰ পাছতে পি. দি ( Prevention and Detenion ) আইনত নেতাসকলক ধৰি জেইললৈ পঠিয়াব ধৰিলে। এন: এচ. এ ( National Security Act ) তেতিয়াও পাচ হোৱা নাছিল।

মই সেই সময়ত ডিগবইত আছিলো। ফুলীয়াজানৰ হত্যাকাণ্ডৰ সম্পৰ্কে খবৰ কৰিবলৈ ১৫ এপ্ৰিলতে গুৱাহাটী এৰো। সিদিনা যোৰহাটত থাকি অসম সাহিত্য সভা অফিচত সভাপতি আৰু

অইন সদস্যৰ লগত প্ৰধান মন্ত্ৰীৰ লগত হোৱা আলোচনাৰ কথা চালিজাৰি চাওঁ। তাৰপৰা ১৭ তাৰিখে ডিব্ৰুগড় আৰু ১৮ তাৰিখে ডিগবই পাওঁ। ৯ তাৰিখে মই গুৱাহাটীত থাকোতেই ভৰিত মোচোকা খাই দুখ পাওঁ আৰু ডিগবই পোৱাৰ পাছতে ভৰিখন উখহি থাকে। সেই কাৰণে ডিগবই হাচপাতালত দেখুৱাওঁ। ডাক্তৰে প্লষ্টাৰ কৰিব খুজিলে। কিন্তু তেতিয়াহলে মই অন্ততঃ তিনি সপ্তাহলৈ বহি থাকিব লাগিব আৰু আন্দোলনৰ কামত ক্ষতি হব। সেই কাৰণে প্লষ্টাৰ কৰাত আপত্তি কৰাত এটা ইলাষ্টিক বেণ্ডেজ বান্ধি দিয়ে। পিছদিনা ২০ তাৰিখে গুৱাহাটীৰ ঘটনাৰ বিষয় ফোন যোগে জানিব পাৰো আৰু মোৰ ল'ৰা ৰথীনে মোক গ্ৰেপ্তাৰ কৰিবলৈ বিচৰা বুলি জনায়। আৰু আন্দোলনকাৰীৰ কেইজনমানে মই পলাই ফুৰা বুলি বদনাম কৰাৰ কথাও কয়। মই দুলীয়াজানৰ কাম শেষ কৰি যিমান সোনকালে পাৰো গুৱাহাটীলৈ আহিবৰ থিৰ কৰো। ২০ তাৰিখেই মই দুলীয়াজানলৈ গৈ তাৰ ইউনিয়ন চেক্ৰেটাৰী শ্ৰীঅভয় বৰুৱা আৰু অইনক লগ ধৰি ঘটনাস্থলী পৰিদৰ্শন কৰি ঘটনাৰ বুজলৈ ডিগবইলৈ ঘূৰি আহো। ২১ তাৰিখে ডিব্ৰুগড়লৈ আহি ২২ তাৰিখে এৰোপ্লেনেৰে গুৱাহাটী পাওঁ। বৰঝাৰত মোৰ ল'ৰা নীতিন আৰু ৰথীন ৰৈ আছিল। সিহঁতে গুৱাহাটীৰ উত্তপ্ত পৰিস্থিতিৰ খবৰ দিলে। ঘৰলৈ আহি যুৱক সমাজৰ শ্ৰীভাৰত দাস আৰু এজনক পাওঁ। দাসে কলে মোক সিদিনাই পুলিচে ধৰিবৰ কথা। গধূলি যুৱক সমাজৰ অনন্ত শৰ্মা আৰু ৩ জন আহে। অলপ পাছত ৰথীন আহি কলে মোক তেতিয়াই নিবৰ কথা। মই আত্মগোপন কৰাৰ কথা নাই। সেই কাৰণে বাকচত কাপোৰকানি ভৰাই ঠিক কৰিলো আৰু যুৱক সমাজৰ কৰ্মী সকললৈ এটা বাণী লিখি অনন্ত শৰ্মাৰ হাতত দিলো। ৰাতি কিন্তু পুলিচ নাহিল। ৰাতিপুৱা ৫ বজাত দুৱাৰত টুকুৰোৱা শুনি ওলাই

আহি দেখো পুলিচ ইন্‌চপেক্টৰ শ্ৰীশুভ তালুকদাৰ ভালে কেইজন কনিষ্টবল লগত লৈ গাড়ী লৈ আহিছে। তেওঁ গ্ৰেপ্তাৰি ওৱাৰেণ্ট দেখুৱালে, মই গা ধুই ৺গোসাই সেৱা কৰি ওলাবলৈ এক ঘণ্টা মানৰ সময় খুজিলো। তেওঁ মোক যি সময় লাগে লব কলে। ইতিমধ্যে ঘৰৰ ফোনটো বেয়া হৈ থকাৰ কাৰণে ৰথীন আমাৰ ওচৰত থকা মোৰ ডাঙৰ ছোৱালী শ্ৰীমতী অপৰ্ণাৰ ঘৰলৈ গৈ নীতিন, ৰবীন আৰু মোৰ অইন অইন আত্মীয় স্বজনক ফোন যোগে খবৰ দিলে। মই গা পা ধুই ৺গোসাই সেৱা কৰি ওলোৱা। নীতিন, ৰবীন, অপৰ্ণা সিহঁতৰ পৰিয়ালবৰ্গৰ লগত আহি পালে। মোৰ ভণী শ্ৰীমতী বিজয়া আৰু ভাগিন ল'ৰা ৰেবা আৰু অমলহঁতো আহি পালে। চাহ খালো আৰু পুলিচ কেইজনকো দিলে। ৬টা বজাত ইন্‌স্পেক্টৰে আমাৰ নিজৰ গাড়ীতে লৈ যায়। বাটত শ্ৰীগিৰিন বৰুৱাক তেওঁৰ ঘৰত খবৰ কৰে। তেওঁ নাই। তেওঁ প্ৰফুল্ল মহন্ত আদি কেইবাজনে আত্মগোপন কৰিছে। মোক প্ৰথমে পাণবজাৰত সদৰ থানালৈ নিয়ে। তাত কিছু সময় ৰখাৰ পাছত জেইললৈ নিয়ে। আৰু ৭ টা মান বাজাত জীৱনত প্ৰথম বাৰৰ কাৰণে কয়দী হিচাপে জেলত সোমালো। ইয়াৰ আগেয়ে অৱশ্যে ই, এ, চি, মহকুমাধিপতি আৰু উপায়ুক্ত হিচাপে বহুবোৰ জেইল পৰিদৰ্শন কৰিলো। কিন্তু কয়দী হিচাপে নহয়। মোৰ বিছনা আৰু চুটকেচ নমাই দি নীতিন আৰু ৰথীন ঘৰলৈ যায়। নীতিন উপায়ুক্তৰ ওচৰলৈ গৈ মোক 'A' শ্ৰেণীৰ বন্দী হিচাপে ৰাখিবৰ কাৰণে দৰ্খাস্ত কৰে আৰু জেইলত দেখা কৰাৰ কাৰণে বিশেষ অনুমতি লয়। অৱশ্যে জেইলৰ চুপাৰিণ্টেণ্ডেণ্ট শ্ৰীপাইতে মোক দেখা কৰিবলৈ অহা কোনো মানুহকে বিমুখ কৰা নাছিল। মোক জেইলৰ অফিচত বহুৱাই নাম ধাম আদি ৰেজিষ্টাৰ কৰা কাম সমাপ্ত কৰি ৭ বজাত জেইলৰ ভিতৰলৈ নিয়ে। আমাক পি ডি আইনৰ বন্দী সকলক জেলৰ হাচপাতালৰ সমুখত থকা

এটা দীঘলীয়া ঘৰত ৰাখিছিল। এটা দীঘল হল। তাত গৈ দেখিলো ভৃগু ফুকন, নিবাৰণ বৰা নগেন, হাজৰিকা মোৰ সহপাঠি বন্ধু গুনাভীৰাম দাসৰ ল'ৰা প্ৰণব দাস, অতুল বৰা আৰু পবীন ডেকা আছে। আমাৰ ৰান্ধা বঢ়াৰ বেলেগ বন্দবস্ত। আমাৰ ওৱাৰ্ডৰ দীঘলীয়া ডাঙৰ বাৰেন্দাৰ এমূৰত ৰান্ধাৰ ব্যৱস্থা। এজন কয়দীক আমাৰ কাজ কাম কৰাৰ কাৰণে দিছে। তাৰ বাহিৰেও অইন কয়দী আহি ঘৰ সাৰে পানী দিয়ে আৰু চেনিটাৰী পায়খানা চাফ কৰে। নিবাৰণে নানা ৰকম আঞ্জা ৰান্ধিছিল। তেওঁ ভাল ৰান্ধিব জানে। ময়ো তেওঁলোকৰ মেচত ভুক্ত হৈ ললো। কটি মাখন চাহপাত চেনি জেইলৰ পৰা যোগান ধৰিছিল আৰু আমি ওৱাৰ্ডতে চাহ কৰি কটি টোষ্ট কৰি খাইছিলো। কল আৰু আপেলো দিছিল। দুপৰীয়া নিতীনে ২২৬ ধাৰাত দৰ্খাস্ত কৰাৰ কাৰণে ওকালত নামাত মোৰ চহী লৈ যায় আৰু গধুলি মোৰ খাবৰ কাৰণে গাখীৰ আৰু কল দি যায়। এই দৰে মোৰ কাৰাগাৰৰ বন্দী জীৱন আৰম্ভ হ'ল।

১।৫।৮০ তাৰিখে জেলত মুঠ ৬৯২ জন বন্দীৰ ভিতৰত ৫৪ জনহে আদালতত দোষী সাব্যস্ত হোৱা বন্দী (Convict) আৰু বাকী ৬৩৮ জনেই বিচাৰাধীন (Under triatrial) বন্দী আছিল। এই সংখ্যা ওপৰৰ সংখ্যাৰ তুলনাত বৰ বেছি। জেইলৰ ডাক্তৰ শ্ৰীদশৰথ চৌধুৰী মেডিকেল কলেজৰ প্ৰিন্সিপেল ডাঃ দেবী চৌধুৰীৰ ভায়েক। তেওঁ খুব ভদ্ৰ আছিল আৰু আমাক তেওঁ কৰিব পৰা সকলো ৰকম সহায় কৰিছিল। ইন্‌স্পেক্টৰ জেনেৰেল আছিল শ্ৰী পি কে শৰ্ম্মা। তেওঁ মোৰ ভতিজা শ্ৰীমান সুধীনৰ লগত একেলগে ই এ চি হৈ সোমায়। এতিয়া আই এ এছলৈ প্ৰমোচন পাইছে। মই জেইলত সোমোৱাৰ পিছদিনা গধুলি আমাৰ ওৱাৰ্ডলৈ আহে আৰু আমি পি ডি আইনৰ বন্দী সকলৰ খা খবৰ কৰি বহুত পৰ ৰহে। তেওঁ গধুলি গধুলি মাজে

সময় আহি আছিল। ডাঃ শ্ৰীমতী দীপালি দত্ত চাইকিয়াট্ৰিচ, ইয়াৰ মানসিক ৰোগাগ্ৰস্থ সকলক চাবলৈ আহিছিল। তেওঁ আমাৰ তালৈ প্ৰায়েই আহিছিল; অৱশ্যে আমাক মানসিক ৰোগাগ্ৰস্ত হিচাপে চাব অহা নাছিল। তেওঁ মোৰ দ্বিতীয় ছোৱালী শ্ৰীমতী কল্পনাৰ লগত একেলগে পঢ়া। জেল চুপাৰিণ্টেণ্ডেণ্ট শ্ৰীপাইটে আমাৰ লগত খুব ভদ্ৰ আচৰণ কৰিছিল। জেইলাৰ বত্ন ভূঞা আৰু সহকাৰী জেইলাৰ সকলেও আমাৰ লগত ভদ্ৰ ব্যৱহাৰ কৰিছিল।

আমাক বাহিৰৰ মানুহে দেখা কৰিবলৈ আহিলে পাইতৰ অফিচৰ কাষৰ কোঠালী এটাত কৰিছিল। কিন্তু দেখা কৰা সময়ত সদায় পুলিচৰ চোৰাংচোৱা বিভাগৰ এজন উপস্থিত থাকিছিল। কেতিয়াবা তেওঁ অহাত পলম হলে বা কেতিয়াবা অইন বন্দীৰ লগত দেখা সাক্ষাৎ চলি থকাৰ কাৰণে মোক দেখা কৰিবলৈ অহা সকল বাহিৰত বই থাকিব লগা হৈছিল। মোৰ ডাঙৰ ল'ৰা ৰবীন তাৰ পৰিয়ালবৰ্গৰ সৈতে আৰু মোৰ ছোৱালী অপৰ্ণা, কল্পনা, গায়ত্ৰী সিহঁতৰ ল'ৰা ছোৱালীহঁতৰ সৈতে আৰু অইন অইন আত্মীয় স্বজন আৰু বন্ধু বান্ধৱ কেইবা দিনো মোক চাবলৈ আহিছিল আৰু মোলৈ খোৱা ফলমূল আদি আনিছিল।

এই ১৯৫২ চনত মোৰ পত্নী শ্ৰীমতী পূৰ্ণিমা বৰুৱাৰ বিয়োগৰ পাছৰ পৰা নিৰামিষ আহাৰ খাই আহিছো। আজি কেইবছৰ মানৰ পৰা ৰাতি ভাত নাখাই কটি খাওঁ। এইবোৰ কাৰণত মোৰ কাৰনে ঘৰৰ পৰা নিৰামিষ আজ্ঞা দিবলৈ অনুমতি দিছিল। মোৰ ল'ৰা নীতিনে এবেলা আৰু ৰথীনে এবেলা ঘৰৰ পৰা খোৱা বস্তু আনিছিল। মটৰৰ পেট্ৰলৰ অভাৱ হোৱা গতিকে নীতিনে প্ৰায় চাইকেলেৰে গৈছিল। ডাঃ চৌধুৰীয়ে জেলত যোগান ধৰা গাখীৰ ভাল নহয় কাৰণে ঘৰৰ পৰা গাখীৰ দিব

দিছিল আৰু তেওঁ গাখীৰৰ পৰিবৰ্ত্তে মোক, ভৃগু ফুকন আৰু অইন কাৰোবাৰ অসুখ হলে তেওঁকো হৰিলিক্সৰ বটল যোগান ধৰিছিল। দেখা কৰিবলৈ অহা লোক সকলে আমালৈ ফলমূল বহুত আনিছিল আৰু সেই বোৰৰ কিছুমান আমাৰ কাম কৰা কয়দী বোৰক বিলাই দিছিলো। ইমানবোৰ সা-সুবিধা পোৱা স্বত্বেও ডাক্তৰে মোৰ হৃৎস্পন্দন অনিয়মীয়া পালে। বোধ কৰো সোণৰ পিঞ্জৰাত ৰখা চৰাইৰ নিচিনা আমি যে স্বাধীনতা হেৰুৱা বন্দী আৰু ইচ্ছামতে ফুৰা চকা কৰিব নোৱাৰো, বন্ধু-বান্ধৱ আত্মীয় স্বজনৰ লগত মুকলিভাবে কথাবাৰ্ত্তা হব নোৱাৰো, ইত্যাদি কথাই অজানিতভাবে অন্তৰত আঘাত কৰিছিল। মুঠৰ ওপৰত ঘৰত থকা পৰিবেশ জেলৰ ভিতৰত অনুভব কৰিব পৰা নাছিলো। সেইকাৰণেই বোধ কৰো হৃদৰোগৰ উপক্ৰম হৈছিল। ডাঃ চৌধুৰীয়ে হৃদৰোগ বিশেষজ্ঞ ডাঃ মনীষ ভূঞাক মাতি আনে। মনীষৰ সম্পৰ্কত মই মহাক হওঁ। তেওঁ আহি ই চি জি লৈ হৃৎপিণ্ডত অলপ আসোঁৱাহ পায় আৰু ঔষধ দি যায়। ইয়াৰ পিছৰ দুদিনো ডাক্তৰে হৃৎস্পন্দন স্বাভাবিক নোহোৱাৰ কাৰণে এক্সৰে কৰিবলৈ মোক মেডিকেল কলেজলৈ নিয়ে তেওঁলোকে মোক মেডিকেল কলেজ হাচপাতালত ভৰ্তি কৰাব খুজিছিল আৰু মোৰ ল'ৰাহঁতেও মোক ৰাখিব খুজিছিল। কিন্তু মই সন্মত নহলো। তাতো ইয়াৰ দৰে পুলিচ পহৰাততো থাকিব লাগিবই। তাৰ উপৰিও জেলত অইন ৰাজনৈতিক বন্দীসকলৰ লগত আলাপ আলোচনা কৰাতো বন্ধ হব আৰু হাচপাতালৰ আৱহাৱাই মনৰ ওপৰত বেয়া প্ৰতিক্ৰিয়া কৰিব। মোক এক্সৰে কৰিবলৈ নিওঁতে এখন গাড়ীৰ পিছৰ চিটত বহুৱাই লৈ এফালে জেইলাৰ আৰু এফালে এজন ডি এচ পি বহিল, আৰু আগৰ চিটত ড্ৰাইভাৰৰ কাষত জেইলৰ ডাক্তাৰ আৰু এজন পুলিচ ইনস্পেকক্টৰ বহিল। ইমানতো ক্ষান্ত নহৈ এখন বাছত ৬ জন সশস্ত্ৰ পুলিচ লৈ

পাচে পাচে আছিল। কিজানি বা মই পলাও বা মোক কোনোবাই পলুৱাই নিয়ে। যি হক হাচপাতালত এক্সেৰ কৰি হাঁওফাওঁত অলপ ঠাহ মৰা ভাব পালে। পিছদিনা মোৰ খুব মূৰৰ বিষ হ'ল। আৰু ডাক্তৰে নাড়ী চাই আগতকৈ বেছি অনিয়মীয়া স্পন্দন পালে। আকৌ ডাঃ মনীষ ভূঞাক আনে আৰু তেৱোঁ আগতকৈ স্পন্দন বেয়া দেখি আকৌ হাচপাতালত ভৰ্তি কৰিব খোজে। এ ডি এম শ্ৰীঅৰুণ চন্দ্ৰ ভূঞাও আছিছিল! কিন্তু মই যাবলৈ অমান্তি হলো। তেওঁলোকে ঔষধ দিলে। পিছদিনাৰ পৰা লাহে লাহে ভাল পাব ধৰিলো। ইতিমধ্যে তেজপুৰৰ পৰা এটা ডাঙৰ আটক বন্দীৰ দল আহি পায় আৰু ওৱাৰ্ডত এটা হুলস্থুলীয়া ঘৰুৱা পৰিবেশ আৰম্ভ হয়। বোধকৰো এই পৰিবেশে মেচৰ ওপৰত এটা ভাল প্ৰতিক্ৰিয়া কৰিছিল।

২৭ এপ্ৰিলৰ দিনা গধূলি সহকাৰী জেইলাৰ শ্ৰীহকে খবৰ দিলে যে ভৃগু ফুকন আৰু মোৰ বাহিৰে বাকী ৫ জন বন্দীক সিদিনা ৰাতিয়েই তেজপুৰ জেইললৈ লৈ যাব। আমি দুয়োকো স্বাস্থ্যজনিত কাৰণত নিনিলে। পিছত জানিব পাৰিলো ৰাতি ১০ টাত এই ৫ জনক লৈ যাওঁতে বাটত মঙ্গলদৈ জেইলৰ পৰা ৰাতি এক বজাত অধ্যাপিকা বিজয়া চক্ৰবৰ্ত্তীক জগাই তেওকো তেজপুৰলৈ লৈ যায়। তেজপুৰৰ পৰা তেওঁলোক আৰু তেজপুৰ জেইলত থকা আৰু কিছুমান আটক বন্দীক ভাগলপুৰ জেইললৈ নিয়ে। ইফালে হাইকোৰ্টৰ পৰা তেওঁলোকক ৭ মে তাৰিখে হাজিৰ কৰাৰ অৰ্ডাৰ হোৱাত আৰু হাজিৰ নকৰিলে আটাই কেইজনকে খালাচ দিব বুলি কোৱাত তেওঁলোকৰ ১৮ জন ৬ মেইত আহি পায়। ইতিমধ্যে মোৰ সহপাঠি বন্ধু গকুল গোস্বামীৰ অভিজ্ঞাক শ্ৰীনৃপেন গোস্বামী আৰু শ্ৰীনেকিবুৰ জামানক ২৮ এপ্ৰিলত জেইললৈ আনে আৰু ৪ মেইত তেজপুৰৰ পৰা এড্ভোকেট শ্ৰীনীলাম্বৰ বৰা আৰু অশোক মহন্ত, অধ্যাপক

মহেন্দ্ৰ কেওট আৰু ব্যৱসায়ী ধনঞ্জয় দাস আছি পায়। তেওঁলোকে আটক বন্দীসকলে আইন আগবাৰি পাবলগা কাপোৰ আদি আমাৰ কাৰণে আদায় কৰি দিয়ায়।

২৪ এপ্ৰিলৰ ৰাতি এজন সহ জেইলাৰে মোক আটক বন্দী কৰাৰ চৰকাৰে পঠিয়া কাৰণসমূহ (Grounds of Detention) দি যায়। ২৫ তাৰিখে আমাৰ এডভোকেট শ্ৰীঅনিল ভট্টাচাৰ্য্যই কাৰণসমূহ মোৰ লগত আলোচনা কৰে। আমি ৰাজনৈতিক বন্দীসকলৰ সপক্ষে ওকালতি কৰাৰ কাৰণে এডভোকেট সকলৰ ডাঙৰ পেনেল থিৰ কৰিছিল। ২৯ তাৰিখে মই হাইকোৰ্টত দাখিল কৰা আবেদন পত্ৰত চহী কৰো। ৩০ তাৰিখে এডভোকেট প্ৰশান্ত গোস্বামী আৰু এগৰাকী আছি চৰকাৰে গঠন কৰা বোৰ্ডৰ ওচৰত দিব লগা আবেদন সম্পৰ্কে আলোচনা কৰে আৰু পহিলা মেইত মই জেইল চুপাৰিণ্টেণ্ডেণ্টৰ জৰীয়তে সেইখন চহী কৰি চৰকাৰলৈ পঠিয়াও।

৭ মেইত-আমি ৯ জন হাইকোৰ্টত হাজিৰ হ'ব লাগে। ৯.৩০ বজাত আমাক নিবলৈ পুলিচ প্ৰহৰী দল আহিল। এ, ডি, এম শ্ৰীঅৰুণ ভূঞাৰ গাড়ীত মোক বহুৱালে আৰু ভূঞা আৰু পাইত হুয়োফালে বহিল; বাকী ৮ জনক এখন বাছত তুলি সশস্ত্ৰ পুলিচ এজন লগত উঠিল আৰু গাড়ীৰ খিৰিকীবোৰ বন্ধ কৰি দিলে। মই ৰাজনৈতিক বন্দীসকলক বাছত নিয়াত আপত্তি কৰাত এ' ডি, এম শ্ৰীঅৰুণ ভূঞা আৰু এ, ডি, এম বৰ্ম্মণে পিচদিনাৰ পৰা গাড়ী আনিব বুলি কলে। কিন্তু উপায়ুক্ত শ্ৰীকমলেশ্বৰ বৰাই গাড়ীত নিনি বাছতেই নিব দিলে। আমি হাইকোৰ্ট পালো। বাটে বাটে মানুহ জুম বান্ধি আমাক চাবলৈ ব'ই আছিল। হাইকোৰ্টৰ কম্পাউণ্ডত বাইজক সোমাব দিয়া নাছিল। বাহিৰত কেইবা হাজাৰো মানুহ গোট খাই আছিল, আমি গুপৰীয়া আদালতৰ জিৰণি সময়ত বাহিৰত আমাক চাবলৈ বৈ থকা জনতাক বিভিন্ন

দুৱাৰমুখত পুলিচ বেষ্টনীৰ মাজত থিয় দি হাত দাঙি জনতাক সম্ভাষণ জনাওঁ। পিছত ৰেজিষ্ট্ৰাৰ বহা কোঠালিৰ কাষৰ কোঠলিত জেলৰ পৰা পঠিওৱা ভাত খাও।

আদালত এডভোকেট আৰু দৰ্শকেৰে ঠাহ মৰা। প্ৰথম শাৰীত আমাৰ পক্ষৰ শ্ৰীজগদীশ মেধি প্ৰমুখ্যে আমাৰ এডভোকেটসকল আৰু চৰকাৰী এডভোকেটসকল। আমি দ্বিতীয় শাৰীৰ পিছফালে, বাকী চকিবোৰত এডভোকেট আৰু দৰ্শকসকল। মেধিয়ে আইন দেখুৱাই আৰু ৰুলিং পঢ়ি পঢ়ি দুই দিন তৰ্ক কৰি শেষ কৰিলে। তৃতীয়দিনা ৯ তাৰিখ শুকুৰবাৰে দিল্লীৰ পৰা দৈনিক ৩,৫০০.০০ টকাকৈ অনা এডভোকেট মিঃ ফ্ৰান্সিচে আৰম্ভ কৰিলে। তেওঁ সিদিনাই শেষ কৰিব বুলি সকলোৱে আশা কৰিছিল আৰু শনিবাৰে (হাইকোৰ্ট বন্ধ থাকে যদিও) নহলে সোমবাৰে অৰ্ডাৰ হ'ব বুলি আমি আশা কৰিছিলো। কিন্তু ফ্ৰান্সিচে শুকুৰবাৰেতো শেষ নকৰিলেই, সোমবাৰেও চালে-বেৰাই কোবাই চৰ্বিত চৰ্বন কৰি দিনটো নিয়াই মঙ্গলবাৰলৈ ৰাখিলে। এনেকৈ শেষ নকৰাৰ উদ্দেশ্য পিছত ওলাই পৰিল। দিল্লীত ছুপ্ৰীম কোৰ্টৰ ভেকেচন আদালতত চাকৰিৰ পক্ষৰ পৰা আবেদন কৰি হাইকোৰ্টৰ শুনানী মুলতবী ৰাখিলে। নহলে তৰ্ক শেষ কৰা হলে মুলতুবীৰ কথা নুঠিল হে আৰু আদালতে ৯ জুনলৈ আটাইকেইজনক খালাচ দিবলৈ বাট চাব নালাগিলে হৈ (৯ জুনলৈ আটায়ে খালাচ পায়), ইতিমধ্যে ২৩ মেইত চৰকাৰী উপদেষ্টা বোৰ্ডে মোক আৰু কেইজনমানক হাজিৰ হবলৈ মাতে। বোৰ্ডে প্ৰথমে মোক মাতি নি আধাঘণ্টামান প্ৰশ্ন কৰে। বোৰ্ডৰ সদস্য আছিল জাষ্টিছ কিৰণময় লাহিড়ী, জাষ্টিছ ভোলানাথ শৰ্মা আৰু জাষ্টিছ শইকীয়া। ১২ বজাত জেললৈ ঘুৰি যাওঁ। ২৪ তাৰিখে ভাটিবেলা জেইলাৰে মোক খালাচ দিয়া বুলি জনায়। নীতিনে খবৰ পাই যুৱক সমাজৰ অনন্ত শৰ্মাহঁতক খবৰ দিয়ে আৰু মোৰ আত্মীয়-

স্বজন বন্ধু-বান্ধব সকলে ডাঙৰ শোভাযাত্ৰা কৰি ৬ টা বজাত মোক জেলৰ পৰা লৈ আহে। মই কাৰাগাৰৰ পৰা মুক্তি পালো। কিন্তু মুক্তিৰ পিছতেই আকৌ মোক জেলত ভৰাবৰ চেষ্টা কৰি কিছুমান সাজি অনা অভিযোগত মোক আৰু ছাত্ৰসংস্থাৰ প্ৰফুল্ল মহন্ত, ভৃগু ফুকন আদি কৰি ৪০ জনৰ বিৰুদ্ধে পুলিচে এখন এজাহাৰ দিয়ে। মই তেতিয়া সাহিত্য সভাৰ সভাপতি শ্ৰীযতীন গোস্বামী আৰু কেইগৰাকীমান সদস্যৰ সংগত উত্তৰ কামৰূপ আৰু উত্তৰ গোৱালপাৰা জিলা ভ্ৰমণ কৰি ধুবুৰীত মিটিং কৰি আছিলো। নীতিনে মোক বাতৰি দিয়াত ফিৰি আহি চীফ জুদিচিয়েল মেজিষ্ট্ৰেটৰ ওচৰত হাজিৰ হৈ জামিনত মুক্ত হৈ থাকো। সেই মোকৰ্দমাত আজি পৰ্য্যন্ত পুলিচে চাৰ্জাচিত দিয়া নাই।

জেলত থকা কালত গম পাইছিলো যে তাত অবাধে চিগাৰেত, বিৰি, ভাং আদি গোপনে সোমায় আৰু যাক লাগে তেওঁ নিৰ্বিঘ্নে সেইবোৰ ভোগ কৰিব পাৰে। এদিন আকৌ এজন ওৱাৰ্ডাৰে এজন কয়দীক বেতেৰে কোবাই পেলাই দি আকৌ চকুত খুচি দিয়া দেখিলো। পিছত মই জেইলাৰ আৰু মহা পৰিদৰ্শক শৰ্মাকো কওঁ আৰু আপত্তি জনাওঁ। তাৰ পাছৰ পৰা অন্ততঃ আমি দেখা পোৱা ঠাইত কোনো কয়দীক এইদৰে মাৰধৰ কৰা নাছিল।

মোৰ কাৰাগাৰৰ অভিজ্ঞতাৰ অলপ আভাস দিলো।

# স্বাধীনতা

১৯৪৭ চনত ভাৰত স্বাধীন হ'ল। জনতাৰ প্ৰতিনিধিস্বৰূপে কংগ্ৰেছে বৃটিছৰ হাতৰ পৰা-শাসনভাৰ ললে। মহাত্মা গান্ধীৰ ৰাম-ৰাজ্যৰ সুখ আৰু শান্তিৰ বাবে বাইজ বাট চাই ৰ'ল। মহাত্মাই অৱশ্যে কংগ্ৰেছক ৰাজনৈতিক অনুষ্ঠান হিচাপে ভাঙি দি সমাজ সেৱী অনুষ্ঠান হিচাপে দেশ সেৱাত নিয়োগ কৰিবলৈ উপদেশ দিছিল। কিন্তু ক্ষমতাত অধিষ্ঠিতসকলে ৰাজক্ষমতা এৰি দিবলৈ টান পালে। আৰু লাহে লাহে বৃটিছৰ বিভেদ নীতি অৱলম্বন কৰি কংগ্ৰেছৰ মূলনীতিবোৰৰ পৰা আঁতৰি আহিব ধৰিলে। ফলত বহুতো স্বাধীনতা সংগ্ৰামীয়ে কংগ্ৰেছ ত্যাগ কৰি কে, এম, পি; পি, এচ, পি; চোচিয়েলিষ্ট পাৰ্টি আদি গঠন কৰিব ধৰিলে, সুস্থ গণতন্ত্ৰ চৰকাৰ গঢ়ি তুলিবলৈ হলে দুটা পাৰ্টিৰ প্ৰয়োজন। কিন্তু কংগ্ৰেছ চৰকাৰৰ পাক চক্ৰত অসংখ্য পাৰ্টিৰ সৃষ্টি হ'ল। এই বেলি সাধাৰণ নিৰ্বাচনৰ আগে আগে দেশত ৭টা সৰ্বভাৰতীয়, ১৭টা প্ৰাদেশিক আৰু ৩৭টা অস্বীকৃত পাৰ্টি আছিল। আওপকীয়া ভাবে পুঁজিপতিসকলে সুবিধা ভোগ কৰিব ধৰিলে আৰু দেশত ধনী আৰু দুখীয়াৰ মাজত ব্যৱধান বাঢ়িবলৈ ধৰিলে।

শ্ৰীমতী ইন্দিৰা গান্ধীৰ ১১ বছৰ শাসন কালত কংগ্ৰেছ চৰকাৰৰ দুৰ্নীতি চৰম সীমা পালেগৈ। খাদ্যৰ অনাটন গুচোৱাৰ বাবে পৰিয়াল পৰিকল্পনাৰ আশ্ৰয় ললে। আৰু তাকে সফল কৰাৰ কাৰণে জোৰ জবৰদস্তি বন্ধ্যাকৰণ আৰু ভ্ৰুণ হত্যা কৰাটোও আইন সন্মত কৰিলে। কিন্তু দেশত অৰ্থনৈতিক অৱস্থাৰ উন্নতি নহ'ল। শাসন যন্ত্ৰটো দুৰ্নীতিত চলিব ধৰিলে আৰু সমগ্ৰ দেশতে দুৰ্নীতি এনেভাবে বিয়পি পৰিল যে সৰ্বসাধাৰণৰ জীৱন দুৰ্বহ হৈ উঠিল।

জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত লোকসভা আৰু বিধান সভাবোৰ ভাঙি দি নতুন নিৰ্বাচনৰ দাবী কৰিলে। সেই সময়তে ১৯৭৫ চনৰ আগভাগত ইন্দিৰা গান্ধীৰ ১৯৭১ চনৰ নিৰ্বাচন দুৰ্নীতিত দুষিত বুলি এলাহাবাদ উচ্চ ন্যায়ালয়ে অবৈধ বুলি ৰায় দিলে। দেশজুৰি ইন্দিৰা গান্ধীৰ পদত্যাগৰ দাবী উঠিল। কিন্তু তেওঁ পদত্যাগ কৰক ছাৰি সংবিধান সংশোধন কৰি উচ্চতম ন্যায়ালৰ হতুৱাই উচ্চ ন্যায়লৰ ৰায় নাকচ কৰালে। দেশত হুলস্থুল লাগিল। তাক দমাবলৈ ২৫।৬।৭৫ তাৰিখে জৰুৰী অৱস্থা ঘোষণা কৰিলে আৰু 'মিছা' আইন প্ৰণয়ন কৰি যধেমধে প্ৰায় দেৰ লাখ বিৰোধী পক্ষৰ নেতা আৰু কৰ্মীসকলক আটক কৰিলে। বাতৰি কাকতত চেঞ্চাৰ প্ৰয়োগ কৰি চৰকাৰে দিয়া বাতৰিৰ বাহিৰে কোনো বাতৰি প্ৰকাশ কৰা বন্ধ কৰিলে। নাগৰিকৰ ব্যক্তিগত স্বাধীনতা নাইকীয়া কৰিলে। সংবিধানে দিয়া মৌলিক অধিকাৰবোৰ জৰুৰীকালীন অৱস্থাত বন্ধ কৰি ৰাখিলে। দেশত একনায়ত্ববাদৰ শাসন চলিল। ইন্দিৰা গান্ধী চৰকাৰে কিন্তু এই অমানুষিক অত্যাচাৰ আৰু উৎপীড়ণ মহাত্মা গান্ধীৰ দোহাই আৰু সংবিধানৰ দোহাই দি চলাই যাব ধৰিলে। এই সন্দৰ্ভত মহাত্মা গান্ধীয়ে কি কৈছিল চাওক—

'থৰো'ৰ বিখ্যাত কথাষাৰ হ'ল, "যি চৰকাৰে আটাইতকৈ কম শাসন কৰে সেই চৰকাৰেই আটাইতকৈ ভাল চৰকাৰ"। ( ইয়ং ইণ্ডিয়া ২।৭।৩১ )

চৰকাৰৰ ক্ষমতাৰ যিকোনো ৰকম বৃদ্ধিতেই মই শঙ্কিত হওঁ। কাৰণ, যদিও শোষণ কমাই লোকৰ হিত সাধন কৰা যেন দেখা যায় তথাপি ব্যক্তিত্ব নষ্ট কৰি মানৱতাৰ কাৰণে অতি অন্যায় সাধন কৰে। কাৰণ ব্যক্তিত্বই হ'ল সকলো উন্নতিৰ মূল। ( মডাৰ্ণ ৰিভিউ ১৯৩৪ পৃঃ ৪৪২ )

যদি কয় যে লোকসংখ্যা অতি বৃদ্ধি হোৱাৰ কাৰণে জন্মৰোধ কৰা আৱশ্যক, তেনেহলে সেই প্ৰস্তাৱৰ সাৰ্থকতা স্বীকাৰ নকৰো।

ই কেতিয়াও প্ৰমাণ হোৱা নাই। মোৰ মতে এটা উচিত ভূমিনীতি, উন্নত কৃষি আৰু পৰিপূৰক শিল্পৰ আঁচনি গ্ৰহণ কৰি এই দেশত বৰ্ত্তমান থকা দুগুণ লোকক প্ৰতিপাল কৰিব পাৰি। (ইয়ং ইণ্ডিয়া ২।৪।২৫)

স্ত্ৰী পুৰুষৰ সন্তান উৎপাদন কৰা নষ্ট কৰা আইন প্ৰনয়ণ কৰা মই অমানুষিক বুলি ভাবো। (অমৃত বজাৰ পত্ৰিকা ১২।১।৩৫)

এইদৰে মহাত্মা গান্ধীৰ উপদেশবোৰ সম্পূৰ্ণ উলঙ্ঘ কৰি দমন নীতিৰ আশ্ৰয় লৈ শাসন যন্ত্ৰ চলাই যাব ধৰিলে। ইন্দিৰা গান্ধীয়ে ভাবিলে ৰাইজে তেওঁৰ একনায়কত্ব মানি লৈছে কিন্তু লাহে লাহে বুজিব ধৰিলে যে তেওঁৰ নিষ্পেষিত শাসনত দেশবাসী তেওঁৰ বিৰুদ্ধে যাব ধৰিছে। সংবিধান সংশোধন কৰি লোকসভা আৰু বিধান সভাবোৰৰ ম্যাদ ৫ বছৰৰ পৰা বঢ়াই ৬ বছৰ কৰিছিল। কিন্তু তেওঁৰ আৰু কংগ্ৰেছৰ জনপ্ৰিয়তা হ্ৰাস পোৱা যেন অনুভৱ কৰি ১৯৭৭ চনৰ জানুৱাৰীৰ ১৬ তাৰিখে লোকসভা ভাঙি দি সাধাৰণ নিৰ্বাচন ঘেষণা কৰিলে। সেই সময়ত প্ৰায় আটাইবোৰ বিৰোধী নেতা জেলত আছিল। নিৰ্বাচন ঘোষণা কৰি দফে দফে নেতাসকলক মুক্তি দিব ধৰিলে। ১৯ মাহে চলা জনসাধাৰণৰ ওপৰত অত্যাচাৰৰ ওৰ পেলাবলৈ প্ৰধান প্ৰধান নেতাসকলে আলোচনা কৰি দেশৰ চাৰিটা প্ৰধান দল লগলগাই জনতা পাৰ্টি গঠন কৰি নিৰ্ব্বাচন অভিযানত নামিল। কেইদিন পাছতেই ইন্দিৰা চৰকাৰৰ এগৰাকী প্ৰধান নেতা জগজীৱন ৰাম কংগ্ৰেছৰ পৰা ওলাই আহি "গণতন্ত্ৰৰ হকে কংগ্ৰেছ" দল গঠন কৰিলে আৰু দলে দলে কংগ্ৰেছৰ সভ্যসকল আহি তেওঁৰ এই নতুন দলত যোগ দিলে। জগজীৱন ৰামে জনতা পাৰ্টিৰ লগত সম্পূৰ্ণ সহযোগ কৰি নিৰ্বাচনত নামিল। প্ৰাচীন নেতা আচাৰ্য্য কৃপালনী, বিজয় লক্ষী পণ্ডিত, জুমা মছজিদৰ শ্বাহী ইমাম বুখাৰী আদিয়ে দুৰ্নীতিত পোত খোৱা ইন্দিৰা চৰকাৰ ওফৰাবলৈ ৰাইজক আহ্বান জনালে। ৰাইজ

জাগি উঠিল। নিৰ্ব্বাচনত জনতা পাৰ্টিয়ে বিপুল ভোটাধিক্যত জয় লাভ কৰি ২৪।৩।৭৭ তাৰিখে জনতা চৰকাৰ গঠন কৰিলে। প্ৰবীন নেতা মোৰাৰজী দেশাই প্ৰধান মন্ত্ৰী হ'ল। কংগ্ৰেছৰ ৩০ বছৰীয়া ৰাজত্ব আৰু ইন্দিৰা গান্ধীৰ ১১ বছৰীয়া একনায়কত্ব শাসনৰ ওৰ পৰিল। ভাৰত দ্বিতীয়বাৰ স্বাধীন হ'ল।

# অসম চুক্তি আৰু ৰক্ষাকবচ

চুক্তিৰ ৬ দফাত আছে—

"অসমীয়া সকলৰ সংস্কৃতি, সমাজ, ভাষিক স্বকীয়তা আৰু পৰম্পৰা পৰিৰক্ষণ সংৰক্ষণ আৰু উন্নীত কৰাৰ কাৰণে আৱশ্যকীয় সাংবিধানিক, বৈধায়িক আৰু প্ৰশাসনিক ব্যৱস্থা কৰা হ'ব। (Constitutional, Legislative and administrative safeguards as may be appropriate, shall be provided to protect preserve and promote the cultural, social, linguistic identity and heritage of the Assamese people.)

আমাৰ প্ৰথম বিচাৰ্য্য বিষয় হ'ব অসমীয়া বোলোতে কাক বুজাইছে। সাধাৰণতে অসমৰ স্থায়ী সকলকেই অসমীয়া বুলি অভিহিত কৰা হয়। যেনেকৈ বঙ্গদেশৰ বাসিন্দা সকল বঙালী, বিহাৰৰ বাসিন্দা সকল বিহাৰী, পাঞ্জাবৰ বাসিন্দা সকল পাঞ্জাবী, উৰিষ্যাৰ বাসিন্দা সকল উৰিয়া, ভাৰতৰ বাসিন্দা সকল ভাৰতীয়, সেইদৰে অসমৰ বাসিন্দা সকল অসমীয়া। কিন্তু স্থায়ী বাসিন্দাৰ ভিতৰত তাৰতম্য আছে। অসমলৈ বিদেশৰ পৰা আৰু ভাৰতৰ অইন ৰাজ্যৰ পৰা ধন ঘটিবলৈ বহুলোক আহি আছে আৰু

তেওঁলোকৰ কাৰবাৰ বা চাকৰিৰ কাৰণে অসমত বাস কৰিব লগা হৈছে। কিন্তু যেতিয়ালৈকে তেওঁলোকে অসমকে নিজৰ মাতৃভূমি বুলি ধৰি অসমৰ সুখ দুখৰ লগত নিজৰ সুখ দুখ মিলাই নলয় তেতিয়ালৈকে আমি তেওঁলোকক অসমীয়া বুলি ক'ব নোৱাৰিম। অসমত এনেকুৱা অনেক লোক আছে যি সকলে শতাধিক বছৰ ইয়াত বসবাস কৰিও প্ৰথমতে তেওঁলোক যি ঠাইৰ পৰা আহিছিল সেই ঠাইকে নিজৰ মাতৃভূমি বুলি জ্ঞান কৰি আহিছে আৰু বছৰি লাখ লাখ টকা অসমৰ পৰা সেই সেই ঠাইলৈ পঠিয়াই আছে। সি সকলক আমি অসমীয়া বুলি ধৰিব নোৱাৰো। সেইদৰে ১৯৬১ চনত চীনাৰ আক্ৰমণৰ সময়ত অসম এৰি তেওঁলোকৰ নিজ নিজ দেশলৈ বা ৰাজ্যলৈ পলাই গৈছিল, তেওঁলোককো আমি অসমীয়া বুলি ধৰিব নোৱাৰো। ইফালে দেশ বিভাজনৰ পাছত পাকিস্থানৰ পৰা উদ্বাস্তু হৈ শৰণাৰ্থী হৈ অহা লোকো অনেক আছে যিসকলে সৰ্ব্বতোভাবে অসমক নিজৰ মাতৃভূমি বুলি ধৰি লৈ স্থানীয় লোকৰ লগত মিলি গৈছে। সেইসকল নিশ্চয় অসমীয়া। তেনেকৈ দেশ বিভাজনৰ আগতে বহুলোক বঙ্গদেশৰ পৰা আহি অসমত নিগাজীকৈ বাস কৰিছে। তেওঁলোকো নিশ্চয় অসমীয়া।

ওপৰত দিয়াৰ ব্যাখ্যাৰ উপৰিও অসমীয়া বুলি চিনাকি দিবলৈ অসমৰ এটি ভাষা খিলঞ্জীয়া যেনে—অসমীয়া, বড়ো, কাৰ্বি আংলং, মিছিং ইত্যাদি বাহিৰৰ পৰা অহা লোক সকলে গ্ৰহণ কৰিব লাগিব। তেতিয়াহে তেওঁলোকে অসমীয়াৰ কাৰণে যি ৰক্ষা কবচৰ ব্যৱস্থা কৰা হৈছে সেই ৰক্ষাকবচ পাবৰ যোগ্যতা অৰ্জন কৰিব। কাছাৰৰ বঙালী ভাষাভাষী লোকসকল আৰু অসম উপত্যকাত থকা কিছু সংখ্যক বঙালীলোকে এতিয়াও অসমীয়া মাতৃভাষা হিচাপে গ্ৰহণ কৰা নাই। আৰু তেওঁলোক 'চুক্তি'ত উল্লেখ কৰা ৰক্ষা কবচৰ ভিতৰত নপৰে।

এতিয়া আমাক কেনেকুৱা আৰু কি কি ৰক্ষা কবচ লাগে তাক আলোচনা কৰোঁহঁক।

১। ১৯৬১ চনত অসম ৰাজ্যিক ভাষা আইন প্ৰণয়ন কৰা হয়। তেতিয়া অসমত অসমীয়া মাতৃভাষা থকা লোকৰ সংখ্যা শতকৰা ৬০ জনৰ ওপৰ আছিল আৰু বিধানসভাবো অসমীয়া সদস্যৰ সংখ্যা তদনুৰূপ আছিল। তাৰ পাছত নাগালেণ্ড, মেঘালয় আৰু মিজোৰাম পৃথক ৰাজ্য হৈ পৰাত অসমীয়া লোকৰ শতকৰা হাৰ বেচি হ'ব লাগিছিল। কিন্তু ইতিমধ্যে বাংলাদেশৰ পৰা শৰণাৰ্থী বঙালী হিন্দু আৰু বহু সংখ্যক মুছলমান আহি সোমায় আৰু ফলত ১৯৭১ চনৰ লোক গণনাতো অসমীয়া ভাষা কোৱা লোকৰ সংখ্যাৰ হাৰ একেদৰেই (৬০.৮৯) থাকিল। অসমৰ বাহিৰৰ পৰা অহা লোকৰ সোঁত সমানে বৈয়েই আছে আৰু এই হাৰত অনুপ্ৰবেশ চলি থাকিলে অচিৰতে অসমীয়া সকলে সংখ্যা গৰিষ্ঠতা হেৰুৱাবৰ আশঙ্কাই দেখা দিছে। বিধান সভাত সংখ্যা গৰিষ্ঠতা নাথাকিলে নানাৰকম আইন প্ৰণয়নৰ দ্বাৰা অসমীয়াৰ স্বাৰ্থ হানি হ'ব পাৰে। সেই দেখি বিধানসভাত যাতে সংখ্যা গৰিষ্ঠতা নেহেৰুৱায়, তাৰ কাৰণে গৰিষ্ঠ সংখ্যক আসন অসমীয়াৰ কাৰণে সংৰক্ষিত থাকিব লাগিব আৰু তাৰ কাৰণে সংবিধানত প্ৰয়োজনীয় ব্যৱস্থা কৰিব লাগিব। (পুৰণি) কাছাৰৰ বাহিৰে বাকী কেইখন জিলাত গাওঁ অঞ্চলত অসমীয়াৰ যথেষ্ঠ সংখ্যা-গৰিষ্ঠতা আছে আৰু বাহিৰৰ পৰা অহা লোকসকলে চহৰৰ আশে পাশে বহিছে। সেই কাৰণে কাছাৰৰ বাহিৰে বাকী জিলাবোৰৰ গাওঁ অঞ্চলৰ (rural areas) সমষ্টি বোৰত অকল অসমীয়াহে যাতে বিধানসভাৰ কাৰণে প্ৰাৰ্থী হ'ব পাৰিব তাৰ ব্যৱস্থা কৰিব লাগিব।

২। সংবিধানৰ ১৯ (ঘ) দফা মতে ভাৰতৰ ভিতৰত নাগৰিকৰ চলাচলত বাধা দিব নোৱাৰে। অৰ্থাৎ অইন ৰাজ্যৰ পৰা অসমলৈ

ভাৰতীয় নাগৰিক অহাত কোনো বাধা প্ৰয়োগ কৰিব নোৱাৰে। আৰু তেওঁলোকে চৰকাৰী চাকৰি আদিত সমান সা-সুবিধা ভোগ কৰিব। কিন্তু চৰকাৰী চাকৰিৰ অৰ্হতা সম্পৰ্কে বিশেষ চৰ্ত্ত সন্নিবিষ্ট কৰাত বাধা নাই। যেনে অসমত চাকৰি কৰিলে বাজ্যিক ভাষা জনাৰ প্ৰয়োজন। দ্বিতীয়তে অসমৰ স্থায়ী বাসিন্দা হোৱাৰ ব্যৱস্থাও সন্নিবিষ্ট কৰিব লাগিব।

৩। চৰকাৰী মাটি কোনো বহিৰাগতক পট্টা দিয়া বন্ধ কৰিব লাগে। উদ্যোগৰ ক্ষেত্ৰত তাৰ অন্যথা কৰিব পাৰে। কিন্তু তেতিয়া লাইচেঞ্চ দিয়াৰ সময়তে অসমীয়া লোকক কাম দিয়া চৰ্ত্ত অন্তৰ্ভুক্ত কৰিব লাগিব।

অসম ভূমি আৰু ৰাজহ আইনৰ দশম অধ্যায়ত কিছুমান লোকক বিশেষ ভাবে সংৰক্ষণ দিয়াৰ উদ্দেশ্য জনজাতীয় বেল্ট আৰু ব্লক গঠন কৰিছে। অসম উদ্যোগত পিছ পৰা। ইয়াত দৰিদ্ৰতাৰ সীমা ৰেখাৰ তলত থকা লোকৰ সংখ্যাও অইন ৰাজ্যৰ তুলনাত বেচি। কৃষিৰ ক্ষেত্ৰতো অসম পিছ পৰা। সেই কাৰণে জনজাতীয় বেল্ট আৰু ব্লকৰ ব্যৱস্থা কৰি সমগ্ৰ অসমতে প্ৰয়োগ কৰিব পাৰে নেকি বিবেচনা কৰিব লাগে।

বৰ্ত্তমানে ৰাজ্যখনত চৰ আৰু চন পৰা মাটি বেদখলকাৰীয়ে ভৰি আছে। গ্ৰেজিং ৰিজাৰ্ভ, ফৰেষ্ট ৰিজাৰ্ভ, ট্ৰাইবেল বেল্ট ব্লকৰ মাটিও বাদ পৰা নাই। পূৰ্বৰ চৰকাৰৰ সোপাচিলা নীতিৰ কাৰণেই এনে হ'ব পাৰিছে। অসম গণপৰিষদ চৰকাৰে বেদখল উচ্ছেদৰ কাম হাতত লৈ এটা উত্তম কাম কৰিছে। বেচিভাগ বেদখলকাৰীয়েই বিদেশী বহিৰাগত। বে-আইনী ভাবে দখল কৰা সকলো বেদখলকাৰীকে উচ্ছেদ কৰি স্থানীয় মাটিহীন সকলৰ মাজত সেই মাটি ভগাই দিয়ক। উচ্ছেদ কৰা লোকৰ মাজতো যদি কোনোবা মাটি পোৱাৰ যোগ্য স্থানীয়লোক থাকে তেনেহলে তেওঁলোককো বেদ-খল মুক্ত মাটিত বহুৱাই দিয়ক। এই কাম কৰোতেও বহুতো বিদেশী

বহিৰাগত লোক ধৰা পৰিব। বেলৰে মাটিত বহুটো বেদখলকাৰী আছে। যদি বেলৱেক সেই মাটিৰ প্ৰয়োজন নাই, তেনেহলে ৰাজ্যিক চৰকাৰক সেই মাটি গতাই দিয়ক। বেলৱেক জমিদাৰী কৰাৰ কাৰণে মাটি দিয়া হোৱা নাছিল।

আমি আশা কৰো ওপৰত উল্লেখ কৰা ব্যৱস্থাবোৰ কাৰ্য্যকৰী কৰিলে, সেয়ে অসমীয়াৰ বহুখিনি ৰক্ষা কবচ হিচাপে কাম কৰিব।

# সদৌ অসম মৌজাদাৰ সন্মিলনৰ দ্বাবিংশতম অধিবেশনৰ অভিভাষণ

শ্ৰদ্ধেয়,

সদৌ অসম মৌজাদাৰ সন্মিলনৰ সভাপতি প্ৰমুখ্যে
কাৰ্য্যনিৰ্বাহকৰ সদস্যসকল,
অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সদস্যসকল,
সন্মিলিত মৌজাদাৰসকল আৰু

শ্ৰদ্ধেয় ৰাইজ,

সন্মিলনৰ আজিৰ এই অধিবেশনত আপোনালোকে মোক সভাপতিৰ আসন যাচি সন্মানিত কৰাৰ কাৰণে জয় জয়তে আপোনালোকক মোৰ সশ্ৰদ্ধ নমস্কাৰ জনালো।

মৌজাদাৰী প্ৰথা ভাৰতত অসমৰ বাহিৰে অইন ৰাজত নাই। অসমৰ প্ৰশাসনীয় যন্ত্ৰত ৰাজহ আদায় কৰাৰ উপৰিও মৌজাদাৰসকলে বিশেষ অনুদান যোগাই আহিছে। বৃটিছ সকলে ভাৰতৰ এখন ৰাজ্যৰ পাছত আনখন ৰাজ্য অধিকাৰ কৰাৰ লগে লগে সেই সেই ৰাজ্যত প্ৰশাসনীয় পদ্ধতি আৰু ৰাজহ আদি আদায়ৰ

কাৰণে নানাৰকম ব্যৱস্থা গ্ৰহণ কৰে ; আৰু নতুন নতুন অভিজ্ঞতা লাভ কৰাৰ লগে লগে তেওঁলোকৰ শাসনৰ পদ্ধতিৰো পৰিবৰ্ত্তন ঘটাই আহে। ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ পাছত তেওঁলোকে যেতিয়া অসম অধিকাৰ কৰিলে, তেতিয়া আগৰ আহোম ৰজাৰ দিনৰ চলিত পদ্ধতিৰ বিশেষ সালসলনি নকৰাকৈ ৰাজহ আদায়ৰ ব্যৱস্থা হাতত লয়। তাৰ পাছত নতুন অভিজ্ঞতা লাভ কৰাৰ লগে লগে কেইবাবাৰো ইয়াৰ সালসলনি ঘটাই মৌজাদাৰী প্ৰথাৰ স্থায়ীভাবে প্ৰচলন কৰে। এই বিষয়ে সংক্ষেপে অলপ উনুকীওৱা ভাল হ'ব।

বৃটিছ অহাৰ আগতে আহোমৰ দিনত ৰজাই একমাত্ৰ মাটিৰ মালিক আছিল। প্ৰজাসকলে মাটি দখলভোগ কৰাৰ কাৰণে কৰ দিব লাগিছিল আৰু ৰজাঘৰত বা ৰাজ্যৰ কাৰণে কাম কৰি দিব লাগিছিল। দেশখন বেলেগ বেলেগ খেলত ভাগ কৰা হৈছিল। প্ৰত্যেক খেলতে ১০০০ৰ পৰা ৫০০০ হাজাৰ লোক আছিল। খেলবোৰ সৰু সৰু গোটত বিভক্ত আছিল আৰু প্ৰত্যেক গোট ৩ বা ৪ জন পাইকেৰে গঠিত আছিল। প্ৰত্যেকজন পাইকে ২ (দুই) পুৰা মাটি ভোগ কৰিছিল আৰু ইয়াৰ অতিৰিক্ত মাটি ভোগ কৰিলে পুৰাই এটকাকৈ খাজনা আৰু নিজৰ বস্তি মাটিৰ কাৰণেও এটকাকৈ খাজনা দিব লাগিছিল। প্ৰত্যেক গোটৰ এজন পাইকে ৰজাঘৰত বা ৰাজ্যৰ কাৰণে কাম কৰি দিব লাগিছিল। আৰু বাকী কেইজন পাইকে তেওঁলোকৰ মাটিৰ বাহিৰেও কাম দিয়া পাইকজনৰ মাটিও আবাদ কৰি তাৰ উৎপন্ন তেওঁক দিছিল।

বৃটিছ আহি কিছুদিনৰ কাৰণে আগৰ নিয়মকে ৰজাই ৰাখিলে। কিন্তু ব্যক্তিগতভাবে ৰজাঘৰত বা ৰাজ্যৰ কাৰণে কাম কৰাটো উঠাই দি প্ৰত্যেক পাইকৰ পৰাই খেতিৰ মাটি দুই পুৰাত ২'০০ টকা আৰু বস্তি মাটিৰ কাৰণে ১'০০ টকা মুঠ ৩'০০ টকা খাজনা ধাৰ্য্য কৰিলে। ইয়াৰ উপৰিও মাটি ভোগ কৰিলে পুৰাই

১'০০ টকা খাজনা ধৰিলে। এই জনমুৰি কৰ ১৮৬২ চনত উঠাই দি মাটিৰ ওপৰত ৰাজহ লগোৱাৰ ব্যৱস্থা কৰিলে। প্ৰত্যেকখন জিলা বেলেগ বেলেগ মহলত ভাগ কৰি প্ৰত্যেক মহলৰ কাৰণে চৌধুৰী, মৌজাদাৰ বা কাকতি পাতি তেওঁলোকক বছৰেকীয়া পট্টা দি মাটিৰ ওপৰত ধাৰ্য্য কৰা কৰ আদায়ৰ ব্যৱস্থা কৰিলে। এয়ে মৌজাদাৰী প্ৰথাৰ সূত্ৰপাত। এই ব্যৱস্থা ১৮৩৫ চনলৈ চলিল। ইয়াৰ পাছত বছৰেকীয়া পট্টনৰ পৰিবৰ্ত্তে একেবাহে কেইবছৰমানৰ কাৰণে পট্টা দিয়াৰ ব্যৱস্থা কৰিলে। কেইবাখনো গাওঁ লগলগাই এখন মৌজা গঠন কৰি মৌজাদাৰ বা চৌধুৰীৰ নামত বন্দবস্তি কৰিলে। মাটিৰ কৰ আদায় কৰিব পৰা নোৱাৰা সমুদায় দায়িত্ব মৌজাদাৰ বা চৌধুৰীৰ ওপৰত থাকিল। কিন্তু তেওঁলোকে বন্দবস্তি মাটিৰ বাহিৰে অতিৰিক্ত মাটি আবাদ কৰি খেতি কৰিলে সেই মাটিৰ পৰা হোৱা আয় তেওঁলোকে নিজে ভোগ কৰিছিল। ১৯৫৪ চনত পুনৰ বছৰেকীয়া বন্দবস্তিলৈ ফিৰি আহিল। কিন্তু মাটি বস্তি, ৰূপীত আৰু ফৰিঙ্গতি শ্ৰেণীত বিভাগ কৰিলে।

ইয়াৰ পাছত মাটিৰ ওপৰত বহুৱা কৰ বৃদ্ধি আৰু পাইক প্ৰথা উঠাই দি মাটিৰ ওপৰত স্থায়ী উত্তৰাধিকাৰী আৰু হস্তান্তৰ কৰিব পৰা স্বত্ব দি ৰায়তৰ লগত বন্দোবস্তি কৰাৰ বিষয়ে আলোচনা চলিব ধৰিলে। বঙ্গ চৰকাৰে (অসমৰ শাসন তেতিয়া বঙ্গদেশৰ চৰকাৰৰ অধীনত আছিল) ৰেভিনিউ বোৰ্ড আৰু অসমৰ কমিছনাৰ কৰ্ণেল হপকিন্‌ছনৰ লগত আলোচনা চলালে। হপকিন্‌ছনে গাওঁৰ গাওঁবুঢ়াৰ সহায় লৈ তহচিলদাৰে খাজনা আদায় কৰাৰ স্থপাৰিশ কৰিলে আৰু সময়ে সময়ে মাটিৰ খাজনা পুনৰধাৰ্য্য কৰাৰ কথা কলে। আলোচনাৰ অন্তত ১৯৬৭ চনত হপকিনছনে প্ৰস্তাৱ কৰা কৰৰ হাৰ মঞ্জুৰ কৰিলে। আৰু ৰায়তক মাটিৰ ওপৰত স্থায়ী, উত্তৰাধিকাৰী আৰু হস্তান্তৰ কৰিব পৰা স্বত্ব দি দহচনীয়া বন্দোবস্তি কৰিলে। খাজনা মৌজাদাৰৰ যোগে আদায়ৰ ব্যৱস্থা ব'ল; কিন্তু

মাটিৰ ওপৰত তেওঁৰ কোনো স্বাৰ্থ নৰ্বৰ্ত্তিল। আৰু খাজনা আদায়ৰ কাৰণে কেৱল কমিচন দিবলৈ ঠিক হ'ল। ১৮৭০ চনত বঙ্গ চৰকাৰৰ অনুমোদনক্ৰমে কল অৰ্থাৎ নিয়মাৱলী গঠন কৰা হ'ল। (১৮৭৩ চনতহে অসমখন বঙ্গদেশৰ পৰা কাটি আনি এখন চীফ কমি-চনাৰৰ প্ৰদেশ কৰা হ'ল) কমিচনাৰ, ডিপুটি কমিচনাৰ আৰু ই, এ, চিৰ লগত মৌজাদাৰ আৰু মণ্ডলকো ৰেভিনিউ অফিচাৰ নিযুক্ত কৰাৰ ব্যৱস্থা কৰা হ'ল। প্ৰদেশখন মৌজাত ভাগ কৰি প্ৰত্যেকখন মৌজা এজন মৌজাদাৰৰ অধীনত দিয়া হ'ল। প্ৰত্যেকখন মৌজা লক লক খণ্ডত ভাগ কৰি এজন মণ্ডলৰ তলত দিয়া হ'ল। মণ্ডলসকলে মৌজাদাৰৰ সহায়ক হিচাপে কাম কৰিছিল আৰু তেওঁলোকৰ সহায়ত মৌজাদাৰে মাটি জৰীপ কৰি চিঠা আৰু জবানবন্দি তৈয়াৰ কৰি ডিপুটি কমিচনাৰৰ ওচৰত দাখিল কৰিব লাগিছিল। মৌজা-দাৰৰ জৰীপ আৰু ধাৰ্য্য কৰা খাজনা অনুসৰি ডিপুটি কমিচনাৰে ৰায়তক পট্টা দিছিল আৰু মৌজাদাৰে সেই হিচাপে খাজনা আদায় কৰাৰ দায়িত্ব লৈ কবুলিয়ত সম্পাদন কৰিছিল। এইদৰে মৌজাদাৰৰ খাজনা আদায় কৰা দায়িত্বৰ উপৰিও মাটি জৰীপ কৰা আৰু খাজনা ধাৰ্য্য কৰা দায়িত্বও আছিল।

১৮৮৩ চনত পুনৰ মৌজা উঠাই দি তহচিল পতাৰ আঁচনি লোৱা হয়। উদ্দেশ্য আছিল ব্যয় সঙ্কোচ। এই আঁচনি অনুসৰি ১৮৯৩ চন পৰ্য্যন্ত ২৩ খন আৰু ১৯০৩ চন পৰ্য্যন্ত মাত্ৰ ২৬ খন তহচিল পতা হয়। কিন্তু আশানুৰূপ ফল নহ'ল। কাৰণ—

১। তহচিলত বাকী পৰা খাজনাৰ পৰিমাণ বেচিহে হ'ল।

২। তহচিলবোৰৰ আয়তন মৌজাতকৈ বহুতো ডাঙৰ হোৱাৰ গতিকে খাজনা দিবলৈ ৰায়তে বহুদূৰ যাব লগা হোৱাত ৰায়তৰ কাৰণে ই অপ্ৰিয় হৈছিল।

৩। মৌজাদাৰী প্ৰথাৰ পৰা ৰাজনৈতিক আৰু প্ৰশাসনিক যিবোৰ সুবিধা আৰু সুচল পোৱা হৈছিল তাৰ বিনিময়ত তহচিলদাৰী

প্ৰথাৰ পৰা আৰ্থিক কিবা লাভ হলেও সি গ্ৰহণযোগ্য নহ'ল।

এইবোৰ কাৰণত চীফ কমিচনাৰ চাৰ বেম্পফিল্ড ফুলাৰে ১৯০৩ চনত মৌজাদাৰী প্ৰথাৰ পুনৰ প্ৰৱৰ্ত্তনৰ প্ৰস্তাৱ দিলে আৰু ভাৰত চৰকাৰেও তাক গ্ৰহণ কৰিলে। আৰু তেতিয়াৰ পৰাই ই চলি আহিছে; যদিও মাজে মাজে চৰকাৰে দুই এঠাইত পৰীক্ষামূলকভাবে তহচিল পাতি চাইছিল। বৰ্ত্তমানে গোৱালপাৰা জিলাৰ বাহিৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাকী কেইখন জিলাত মৌজাদাৰী প্ৰথা চলি আহিছে। গোৱালপাৰাৰ কথা স্বকীয়া। কাৰণ ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ আগতে গোৱালপাৰা বৃটিছৰ অধীনলৈ আহিল আৰু বঙ্গদেশৰ প্ৰচলিত জমিদাৰী প্ৰথা তাত চলিল আৰু বৃটিছৰ আগতে এই জিলাখন আহোম শাসনৰ অধীনত নথকাত তাত প্ৰশাসনীয় গাঁঠনিও বেলেগ আছিল। বিজনিৰ ৰজা আৰু চিদলিৰ ৰজাৰ ইতিহাসো বেলেগ; আৰু গৌৰীপুৰ, মেচপাৰা, ৰূপসী, পৰ্ব্বত-জোৱাৰ, চাপৰ আদি জমিদাৰীৰ ইতিহাসো বেলেগ। এই-বোৰ জমিদাৰীৰ ব্ৰাহিৰেও গোসাঁইগাওঁ আৰু চিদলিৰ খাচ এলেকাত তহচিলদাৰৰ যোগেদি খাজনা আদায় হয়।

ওপৰত সংক্ষেপে উম্নুকীওৱা মৌজাদাৰী প্ৰথাৰ ইতিহাসৰ পৰা দেখা যায় যে বৃটিছসকলে এই অনুষ্ঠানটো তেওঁলোকৰ প্ৰশাসনীয় অভিজ্ঞতাৰ পৰা গঢ়ি তুলিছিল আৰু তহচিলদাৰী প্ৰথা পৰীক্ষা কৰি তাক ত্যাগ কৰিছিল। তাৰ প্ৰধান কাৰণ আছিল যে মৌজাদাৰসকলৰ যোগেদি চৰকাৰে যেনেকৈ জনসাধাৰণৰ লগত এটা সংযোগ আৰু সম্ভাৱ স্থাপন কৰাৰ সুবিধা পাইছিল, তহ-চিলদাৰৰ যোগেদি সেই সুবিধা নাপাইছিল। কাৰণ তহচিলদাৰ-সকলে চৰকাৰী বিষয়া হিচাপে কাম কৰিছিল আৰু মাজে মাজে বদলি হোৱাৰ কাৰণে স্থানীয় লোকসকলৰে এজন হিচাপে কাম কৰাত অসুবিধা আছিল আৰু সেই কাৰণে ৰায়তৰ সুখ-দুখৰ লগত নিজক জড়িত কৰিব নোৱাৰিছিল। কিন্তু মৌজাদাৰৰ যেলিকা

এইবোৰ অসুবিধা নাছিল। কাৰণ স্থানীয় ৰাইজৰ মাজৰ পৰাই ৰাইজৰ শ্ৰদ্ধাভাজন আৰু প্ৰতিপত্তিশালী লোক বাচি লৈ মৌজাদাৰ পতা হৈছিল আৰু এই বাৰ উত্তৰাধিকাৰীসূত্ৰে চলিছিল। মৌজাদাৰ সকলক মাটিৰ খাজনা আৰু অইন কৰ-কাটল আদায় কৰা কামৰ বাহিৰেও আৰু বহু কাম দিয়া হৈছিল। তেওঁলোকে গাওঁবূঢ়াৰ কাম চাব লাগিছিল, আৰু গাওঁবূঢ়াসকলে যথা জন্ম-মৃত্যুৰ হিচাপৰ বহীৰ পৰা স্বাস্থ্য বিভাগলৈ মাহিলি ৰিপোৰ্ট দিব লাগিছিল। ডিপুটি কমিছনাৰ বা আদালতৰ পৰা বহু স্থানীয় তদন্তৰ কাম মৌজাদাৰলৈ পঠিয়াইছিল। খেতি সম্পৰ্কে বা কেতিয়াবা কলেৰা আদি হলে বা গৰু ম'হৰ ভিতৰতো কিবা মহামাৰী ৰোগ আৰম্ভ হলে তৎক্ষণাতে সংশ্লিষ্ট কৰ্তৃপক্ষক জনাব লাগিছিল। ফিল্ড মিউটেছন অৰ্থাৎ চৰজমিনত গৈ বিবাদ নথকাত নামজাৰী কৰিব লাগিছিল। গাওঁ সংগঠন কামত চৰকাৰক সহায় কৰিব লাগিছিল। এক কথাত কবলৈ হলে মৌজাৰ ভিতৰত প্ৰশাসনীয় সংক্ৰান্তত তেওঁলোকে ডিপুটিকমিছনাৰৰ সহায়ক (assis-tant) আছিল। কিন্তু স্বাধীনতা লাভ কৰাৰ পাছত এই অনুষ্ঠানৰ অৱস্থাৰ বহুত পৰিবৰ্ত্তন ঘটিল। ৰাজনৈতিক ক্ষেত্ৰত আৰু প্ৰশাসনীয় ক্ষেত্ৰত তেওঁলোকৰ কোনো ৰকমৰ দৰকাৰ নাই বুলি ধৰি তেওঁলোকক কেৱল কমিচনত খাজনা আদায় কৰা চুক্তিবদ্ধ ঠিকাদাৰ বুলি ধৰা হ'ল। চৰকাৰে এনেকুৱা কোনো ঘোষণা নকৰিলেও কাৰ্য্যক্ষেত্ৰত এই ভাব ফুটি উঠিল। বাহিৰৰ পৰা অহা আৰু অসমৰ লোক, সমাজ ৰীতি আদি সম্পৰ্কে যথেষ্ট অভিজ্ঞতা নথকা বিষয়াবোৰে মৌজাদাৰসকলক সাধাৰণ ঠিকাদাৰ হিচাপে ব্যৱহাৰ কৰিব ধৰিলে আৰু চৰকাৰেও তাত হস্তক্ষেপ নকৰা হ'ল। মৌজাদাৰসকলক আগেয়ে চৰকাৰী চিঠিত 'মৰ্য্যাদাপন্ন' বুলি সম্বোধন কৰা হৈছিল। এতিয়া তেওঁলোক মৰ্য্যাদাহীন হ'ল। ইফালে পঞ্চায়ত গঠন কৰি পঞ্চায়তৰ যোগেদি ৰাজনৈতিক আৰু

শাসনৰ ভাৰ বিকেন্দ্ৰীভূত কৰিব খুজিলে। কিন্তু মৌজাদাৰক পঞ্চায়তৰ সদস্য হোৱাটো বন্ধ কৰিলে। ৰাইজৰ কিছুমানলোকে চৰকাৰী বিষয়াৰ ওপৰত যেনেকৈ বিৰূপ মনোভাৱ পোষণ কৰে তেনেকৈ মৌজাদাৰসকলক বৃটিছে পাতি থৈ যোৱা লোক বুলি তেওঁলোকৰ ওপৰতো বিৰূপ মনোভাৱ ললে। মানুহে কৰ-কাটল সোধোৱাতো হেলা কৰিব ধৰিলে; আৰু ১৯৫০ চনৰ প্ৰবল ভূমিকম্পৰ পাছত সঘনাই বানপানী হৈ খেতি নষ্ট কৰিব ধৰাত খাজনা আদায়ত আৰু ব্যঘাত হ'ব ধৰিলে। আকৌ দ্বিতীয় মহাযুদ্ধৰ পাছত বস্তুৰ দাম অসম্ভৱ ৰকমে বঢ়াত তেওঁলোকৰ আঁগৰ হিচাপে দিয়া কমিচনৰ টকা একেবাৰে সামান্য হৈ পৰিল। ইফালে মহৰী পিয়দা আদিক বেচিকৈ দৰমহা দিব লগা হোৱাত খৰচো বহুগুণে বাঢ়িল। মুঠৰ ওপৰত কবলৈ গলে মৌজাদাৰ-সকলৰ অৱস্থা লোভনীয় নহৈ অতীব দুৰূহ হৈ পৰিল।

মৌজাদাৰসকলে আগেয়ে বিধান সভাৰ সদস্যৰ কাৰণে প্ৰাৰ্থী হ'ব পাৰিছিল। কিন্তু 'ৰাইজৰ প্ৰতিনিধিত্ব' ( Representation of People's Act ) আইন অনুসৰি মৌজাদাৰসকলক চৰকাৰৰ খাজনা আদায় কৰা ঠিকাদাৰ বুলি গণ্য কৰি এই অধিকাৰৰ পৰা বঞ্চিত কৰা হ'ল। অৱশ্যে তেওঁলোকৰ এই অধিকাৰ সম্পৰ্কে কোনো আদালতত বিচাৰ হৈছে নে নাই মই ঠিক কব নোৱাৰিলো। তেওঁলোকক আকৌ পাব্লিক চাৰভেণ্ট অৰ্থাৎ লোক-সেৱক বা ৰাজহুৱা বিষয়া বুলি কোৱা হৈছে। এই সম্পৰ্কে উচ্চতম ন্যায়ালয়ে ৰায় দি মৌজদাৰসকলক ৰাজ্যিক চৰকাৰৰ অধীনত অসামৰিক কামত নিযুক্ত ব্যক্তি বুলি কৈছে। আৰু তেওঁলোকক কামৰ পৰা বৰ্খাস্ত কৰিব খুজিলে বা তেওঁলোকৰ ওপৰত কোনো শাস্তিমূলক ব্যৱস্থা লব খুজিলে চৰকাৰী বিষয়াক বৰ্খাস্ত কৰা বা শাস্তি দিয়া পদ্ধতি অৱলম্বন কৰিব বুলি কৈছে। যদি সেয়ে হয় তেনেহলে তেওঁলোকক চুক্তিবদ্ধ ঠিকাদাৰ বুলি গণ্য কৰা

কথাৰ লগত সামাঞ্জস্য নাথাকে। যদি চৰকাৰী বিষয়াৰ লগত তুলনা কৰা যায় তেনেহলে চৰকাৰী বিষয়াসকলে পোৱা সা-সুবিধাৰ পৰা তেওঁলোক বঞ্চিত হ'ব নালাগে; আৰু তেওঁলোকৰ কমিচনৰ পৰা হোৱা আয় বিষয়াৰ দৰমহাৰ লগত মিল থকা উচিত হ'ব। কব পাৰে যে চৰকাৰী বিষয়া এজনে অইন কাম কৰি তেওঁৰ উপাৰ্জ্জন বঢ়াব নোৱাৰে কিন্তু মৌজাদাৰে পাৰে। তত্ত্বগত হিচাপে ই সঁচা হলেও বস্তুতঃ নহয়। কাৰণ আগৰ দিনত মৌজাদাৰে ৩-৪ মাহৰ ভিতৰত খাজনা আদায় কৰি সোধাই বাকী কেইমাহ অইন কাৰবাৰত মন দিব পাৰিছিল। কিন্তু বৰ্ত্তমানে প্ৰায় বাৰ মাহেই তেওঁলোকে খাজনা আদায়ৰ কামত ব্যস্ত থাকিব লগা হয়। দ্বিতীয়তে, তেওঁলোকে বাহিৰা কাম কৰি আয় কৰিব পাৰিলেও আগৰ দিনত খাজনা আদায়ৰ কাৰণে খৰচ-পাতি আদি কৰি যিমানখিনি কমিচন ভোগ কৰিব পাৰিছিল, বস্তুৰ চৰা দামৰ কাৰণে তিমানখিনি ভোগ কৰিব পৰাকৈ টকা দিব লাগিলে কমিচন বৃদ্ধি কৰিব লাগিব। ১৯৫৯ চনত স্বৰ্গীয় চলিহাদেৱ মুখ্যমন্ত্ৰীৰ কালত কমিচন বঢ়াই এজন মৌজাদাৰে অন্ততঃ ৫০০০'০০ পাঁচ হাজাৰ টকা আয় কৰাৰ কথা কৈছিল। আৰু মৌজাবোৰ মোটামুটি ৫০০০০'০০ পঞ্চাছ হাজাৰ টকা সাধনীৰ হ'ব লাগে বুলি কৈছিল। এই সূত্ৰ অনুসৰি মৌজা কিছুমানৰ আয়তন সৰু ডাঙৰ কৰা হ'ল আৰু কমিচনৰ হাৰো বঢ়াই দিয়া হ'ল। ১৯০৩ চনৰ পৰা কমিচনৰ হাৰ আছিল প্ৰথম দহ হাজাৰত শতকৰা দহ টকা আৰু বাকী টকাত শতকৰা পাচ টকা; ১৯৫৬-৫৭ চনত দহ টকা হাৰটো পোন্ধৰ হাজাৰ টকালৈ দি ২৫০'০০ টকা কমিচন বঢ়াই দিয়া হ'ল। তাৰ পিচত চলিহাদেৱৰ সূত্ৰমতে প্ৰথম ১৫০০০'০০ হাজাৰত শতকৰা ১৫'০০ টকা তাৰ পিচৰ ২৫০০০'০০ হাজাৰত শতকৰা ১০'০০ টকা আৰু বাকী অংশত শতকৰা ৫'০০ টকা কৰা হ'ল।

এইদৰে ৫০০০০.০০ টকা সাধনীৰ মৌজাখনৰ কমিচন ৫২৫০'০০ টকা হ'ল। কিন্তু মৌজা চলোৱা খৰচ ক্ৰমান্বয়ে বাঢ়ি যোৱাত আৰু ব্যয়স্ফীত হৈ টকাৰ মূল্য কমি যাব ধৰাত মৌজাদাৰ সকলে কমিচনৰ পুনৰ বৃদ্ধিৰ আবেদন কৰি আহিল। ১৯৬৫-৬৬ চনত আৰু ১৯৬৭ চনত কমিচনৰ হাৰৰ আৰু কিছু পৰিবৰ্ত্তন কৰা হ'ল আৰু ১৯৭১ চনত হাৰৰ আমূল পৰিবৰ্ত্তন কৰিলে। এতিয়া সাধনীৰ প্ৰথম অংশবোৰত বেচি হাৰ নিদি পিচৰ অংশবোৰত বেচি হাৰ দিলে। প্ৰথম চতুৰ্থাংশত শতকৰা ১০; দ্বিতীয়ত ১৫; তৃতীয়ত ২০ আৰু চতুৰ্থাংশত শতকৰা ২৫ টকাকৈ দিয়াৰ ব্যৱস্থা কৰিলে। আৰু ৩৪০০০'০০ টকাৰ দাম সাধনীৰ মৌজাত কমিচন আৰু অলপ বঢ়াই দি সকলো মৌজাদাৰকে উপকৰা খৰচৰ বাবদ আৰু ৫০০'০০ টকা দিয়াৰ ঠিক কৰিছে। কিন্তু মাটি নিলামত দিয়া কেচত শতকৰা মাত্ৰ পাচ টকাহে ৰাখিলে। এই সূত্ৰমতে ৫০০০০'০০ পঞ্চাচ হাজাৰ টকাৰ মৌজাখনৰ (মাটি নিলামী কেচ নাথাকিলে) কমিচন হ'ব ৯২৫০'০০। ১৯৫০-৫১ চনৰ হিচাপত হ'ব ৩০০০'০০ টকা। কিন্তু তেতিয়া উপকৰা খৰচৰ বাবদ ১০০'০০ আৰু পিয়ন এজনৰ বাবদ ৮৭০'০০ টকা পাইছিল। সেই টকা ধৰিলে ৩৯৭০'০০ টকা হয়। গতিকে ১৯৫০-৫১ চনৰ তুলনাত কমিচন শতকৰা ২৩৩ ভাগ বাঢ়িল। ইয়াৰ পৰা খৰচ আদি বাদ দিলে বৃদ্ধিৰ পৰিমাণ শতকৰা ১৭৫ ভাগ মান হ'ব। মোৰ বোধেৰে এই বৃদ্ধিৰ হাৰ ১৯৪৭ চনত ১৫০'০০ টকা দৰমহা পোৱা অফিচাৰ সকলৰ দৰমহা বৃদ্ধিৰ লগত মোটামুটি খাপ খোৱা হৈছে। কিন্তু মৌজাদাৰসকলে এই বৃদ্ধি হাৰত কমিচন অৰ্জন কৰাত কিছুমান অন্তৰায় আছে। প্ৰথমতে মাটি নিলামত দিয়া কেচত মাত্ৰ শতকৰা পাচ টকাকৈহে পাব। কিন্তু মৌজাদাৰ সকলে টকা আদায় কৰাত যিমানখিনি খাটিব লাগে আৰু খৰচ কৰিব লাগে,

মাটি নিলামত দিয়াত তাতোকৈ বেচিহে কৰিব লাগে। সেই কাৰণে মাটি নিলামী ক্ষেত্ৰত হাৰ কম হোৱা কোনো ৰকমে উচিত নহয়:

দ্বিতীয়তে প্ৰাকৃতিক দুৰ্য্যোগৰ কাৰণে আজিকালি প্ৰায় প্ৰত্যেক বছৰে বহু টকাৰ খাজনা মাফ হয়। এই টকাৰ ওপৰত কমিচন নাপায়।

তৃতীয়তে ৰায়তৰ শ্ৰদ্ধাভাজন হ'ব পাৰিলে খাজনা আদায় কৰাত সুবিধা পোৱা যায়। কিন্তু বৰ্ত্তমানে মৌজাদাৰসকল ৰাইজৰ প্ৰতিনিধি হিচাপে কাম কৰাৰ পৰা বঞ্চিত হৈছে। আৰু তাৰ ফল স্বৰূপে ৰাইজৰ শ্ৰদ্ধা হেৰুৱাইছে। বৰ্ত্তমান যুগত কৰকাটল আদায় কৰাটো অতি দুৰূহ কাম হৈ পৰিছে। মিউনিচিপেলিটি বোৰৰ টেক্স, ৰাজ্য চৰকাৰৰ বিক্ৰিকৰকে আদি কৰি ভালেমান ভালেমান টেক্স, কেন্দ্ৰীয় চৰকাৰৰ ইনকাম টেক্স আদি আৰু চৰকাৰৰ পৰা লোৱা নানাবিধ ঋণৰ টকা ভয়াবহ ভাবে বাকী পৰিছে। এনে স্থলত মৌজাদাৰে আদায় কৰিব লগা খাজনাও বাকী পৰাটো স্বাভাবিক। আৰু সেই বাকী পৰা ধনৰ কমিচনাৰ পৰাও বঞ্চিত। ইফালে কমিচনৰ হাৰ পিচৰ ফালেহে বেচি। গতিকে কমিচনৰ এক বৃজন পৰিমাণৰ পৰা তেওঁলোক বঞ্চিত হোৱাৰ আশঙ্কা। ইয়াৰ উপৰিও আদায় কৰা ধনৰ কমিচন আৰু উপকৰা খৰচৰ (Contingency) কাৰণে মঞ্জুৰি টকা আদায় সম্পূৰ্ণ সাধনী আদায় কৰালৈ যদি বাট চাব লাগিল তেনেহলে মৌজাদাৰে নিজৰ হাতৰ পৰা মৌজাৰ খৰচ চলাব লাগিব। আৰু ই বৰ ন্যায়সঙ্গত বা যুক্তিসঙ্গত যেন নালাগে।

ইয়াৰ উপৰিও মৌজাদাৰসকলে সাধনীৰ এক তৃতীয়াংশ বা এক চতুৰ্থাংশ টকাৰ কাৰণে জামিন দিব লাগে। বেচি ভাগ ক্ষেত্ৰতে ডি. চি. সকলে এই জামিন নগদ টকাত বিচাৰে। কিন্তু খুব কম সংখ্যক মৌজাদাৰেহে নিজৰ সঞ্চিত ধনৰ পৰা নগদ

টকা জামিন দিব পাৰে। লোকৰ পৰা টকা ধাৰ কৰি আনিলে ধাৰৰ সুত ভৰিব লাগে। বা কাৰবাৰত এই টকা খটুৱাব পাৰিলে তাৰ পৰা জামিনত ৰখা টকাৰ সুতকৈ বেচি আয় কৰিব পাৰে। গতিকে নগত টকাৰ পৰিবৰ্ত্তে যিসকলে সম্পত্তি জামিন দিব খোজে তাক ল'ব লাগে বুলি আমি ভাবো। আৰু এই টকাৰ পৰিমাণ, মৌজাদাৰক হাতত ৰাখিব দিয়া টকাৰ পৰিমাণৰ সমান হোৱা উচিত বুলি ভাবো।

সমশেষত আমি কওঁ যে চৰকাৰ আৰু স্থানীয় বিষয়াসকলে, বিশেষকৈ উপায়ুক্ত আৰু মহকুমাধিপতিসকলে মৌজাদাৰী প্ৰথাটোৰ সম্পৰ্কে অধ্যয়ন কৰি মৌজাদাৰসকলৰ প্ৰতি সহানুভূতিশীল হৈ তেওঁলোকৰ মৰ্য্যাদা ৰক্ষণৰ প্ৰতি অলপ সচেতন হলেই সমস্যা ভালেখিনি দূৰ হ'ব। বহুত সময়ত এচ. ডি. চি. বা মৌজা পৰিদৰ্শন কৰিব দিয়া অইন বিষয়াই মৌজাদাৰৰ অফিচলৈ নগৈ কাগজ-পত্ৰ বিষয়াজনৰ অফিচলৈ বা কোনো ডাক বঙলালৈ আনিব দিয়ে। তেনে কৰাত খৰচ-পাতিৰ উপৰিও খাজনা আদায়ত বহুত ব্যাঘাত হয়; আৰু মৌজাদাৰৰ মৰ্য্যাদাতো আঘাত পৰে। বিশেষকৈ বিষয়াজনে যদি মণ্ডলৰ হতুৱাই কাগজ-পত্ৰ পৰীক্ষা কৰাই তেওঁৰ ৰিপ'ৰ্টৰ ওপৰতে পৰিদৰ্শনৰ টোকা প্ৰস্তুত কৰে। মই আশাকৰো চৰকাৰে মৌজাদাৰ সম্মিলনৰ লগত সুস্থ পৰিবেশত আলাপ আলোচনা কৰি তেওঁলোকৰ অসুবিধাবোৰ দূৰ কৰে।

সমজুৱালৈ পুনৰ নমস্কাৰ জনাই মোৰ ভাষণৰ সামৰণি মাৰিলো।

# চৰকাৰী পেঞ্চনাৰ সন্থাৰ পঞ্চদশ বাৰ্ষিকী সন্মিলন

অসম পেঞ্চনাৰ সন্থাৰ সভাপতি মহোদয়,

আদৰণি সমিতিৰ সভাপতি মহোদয়,

শ্ৰদ্ধেয় প্ৰতিনিধিবৰ্গ আৰু উপস্থিত সুধীবৃন্দ,

জয় জয়তে পেঞ্চনাৰ সন্থাই আজি মোক আপোনাসকলৰে এজন সহ পেঞ্চনভোগী হিচাপে আপোনালোকক লগ পোৱাৰ সুবিধা দি আমাৰ পেঞ্চনাৰসকলৰ অভাব-অভিযোগ সম্পৰ্কে দু-আষাৰ ক'বৰ সুবিধা দি এই সন্মিলনৰ সভাপতিত্ব কৰিবলৈ আমন্ত্ৰণ কৰাত মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত অৱসৰপ্ৰাপ্ত লোকসকলে হঠাতে কৰ্মজীৱনৰ পৰা আঁতৰ হৈ যি নিঃসহায় অৱস্থা অনুভৱ কৰে তাক ভুক্তভোগীৰ বাহিৰে অইনে ঠিকমতে হৃদয়ঙ্গম কৰা টান। নিয়োক্তা হিচাপে চৰকাৰে এই লোকসকলক পেঞ্চন বুলি অলপ সাহায্য আগবঢ়ায়। কিন্তু এই সাহায্য আগৰ দৰমহাৰ তুলনাত বহুতো কম হোৱাত অৱসৰপ্ৰাপ্ত লোকসকল এটা বিত্তীয় সঙ্কটৰ সন্মুখীন হয়। যিসকলৰ ল'ৰা-ছোৱালী তেতিয়াও সংস্থাপিত হোৱা নাই তেওঁলোকৰ বিপদ আৰু বেচি। আগেয়ে অৱসৰপ্ৰাপ্ত লোকসকলে নিয়োক্তা অৰ্থাৎ চৰকাৰৰ দয়াৰ ওপৰতে নিৰ্ভৰ কৰিব লগা আছিল আৰু তেওঁলোকে কোনো দাবি দাখিল কৰি তাক পূৰণ কৰা সম্ভৱ নাছিল। সঙ্ঘবদ্ধ ভাবে অৱশ্যে অনুগ্ৰহ নিবিচাৰি নিজৰ প্ৰাপ্য দাবী কৰা সম্ভৱ হ'ব পাৰে। এই ভাৱৰ দ্বাৰা অনুপ্ৰাণীত হৈ ১৯৫৭ চনত অসম পেঞ্চনাৰ সন্থা গঠন কৰা হয়। আৰু এই ক্ষেত্ৰত আগৰণুৱা পেঞ্চনাৰ স্বৰ্গীয় লক্ষ্মীৰাম দাসৰ নাম উল্লেখযোগ্য।

পেঞ্চন সম্পৰ্কে মানুহৰ ধাৰণা সময়ে সময়ে পৰিবৰ্ত্তন হৈ আহিছে। প্ৰথমে ইয়াক ৰাজভক্ত কৰ্মচাৰীসকল বয়ঃপ্ৰাপ্ত হৈ কাম কৰিবলৈ অপাৰগ হোৱা লোকসকলক তেওঁলোকৰ ৰাজভক্তিৰ কাৰণে পুৰস্কাৰ স্বৰূপে দিয়া হৈছিল। লাহে লাহে এই ভাবৰ পৰিবৰ্ত্তন ঘটিল। আৰু বয়সৰ লগে লগে কাম কৰাৰ শক্তি কমি আহিলে তেওঁলোকক কামৰ পৰা বিদায় দিয়াৰ পাছত তেওঁলোক যাতে পৰমুখাপেক্ষী হৈ নিঠৰুৱা হৈ নপৰে তাৰ কাৰণে পেঞ্চনৰ ব্যৱস্থা কৰা হ'ল। পিচত এই ভাবৰো পৰিবৰ্ত্তন হ'ল। বিশেষকৈ এখন কল্যাণকামী ৰাষ্ট্ৰত কোনো লোকে যাতে থকা মিলা আৰু খোৱা-পিন্ধাত কষ্ট নাপায় তাৰ কাৰণে চৰকাৰক দায়িত্ব দিয়া হ'ল। আমাৰ ভাৰতীয় সংবিধানৰ ৩৮ দফাতো এনেকুৱা কল্যাণকামী ৰাষ্ট্ৰৰ কথা উল্লেখ আছে। বৃটেইন আৰু অইন অইন উন্নতশীল দেশবোৰত ৬৫ বছৰ বা তাৰ ওপৰৰ বয়সৰ লোকসকলক চৰকাৰে এটা পেঞ্চন দিয়ে; তেওঁলোকে আগেয়ে চৰকাৰী চাকৰি কৰক বা নকৰক। আৰু নিৰাশ্ৰয় লোকসকলৰ কাৰণে ঘৰ বান্ধি দি তাত থকামেলাৰ ব্যৱস্থা কৰি দিয়ে (Destitute Home)। তেওঁলোকে বাছ আদি যানবাহনত কোনো ভাৰা নিদিয়াকৈ ফুৰিব পাৰে। এনেকুৱা বহুতো সুবিধা দিয়ে। আমাৰ দেশত চৰকাৰৰ বিত্তীয় অৱস্থা তিমান টনকীয়াল নহয় গতিকে সকলো বয়সস্থ লোকৰ কাৰণে পেঞ্চনৰ ব্যৱস্থা কৰিব পৰা নাই। কিন্তু যিসকল লোকে তেওঁলোকৰ জীৱন যৌৱনৰ কৰ্মদক্ষ কালছোৱা চৰকাৰৰ কামত উছৰ্গা কৰিলে আৰু তেওঁলোকৰ কাৰ্য্যকৰী শক্তি হ্ৰাস হোৱাত কামৰ পৰা অব্যাহতি দিলে, তেওঁলোকৰ ভৰণ-পোষণৰ ভাৰ চৰকাৰে লোৱাটো একান্ত আৱশ্যক আৰু ই এক প্ৰকাৰ বাধ্যতামূলক কৰ্ত্তব্য। আমাৰ উচ্চতম ন্যায়ালয়ে দেউকী নন্দনৰ গোচৰত প্ৰাধিকৃত ভাৱে ৰায় দিছে যে পেঞ্চন এটা প্ৰাপ্য অধিকাৰ। কাৰো অনুগ্ৰহ নহয়। আৰু ই

চৰকাৰৰ মৰ্জি বা বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰা বস্তু নহয়।

১৯৭৯ চনত ভাৰত চৰকাৰে পেঞ্চনৰ নতুন নিয়মাৱলী প্ৰস্তুত কৰিলে ; আৰু ১৯৭৯ চনৰ ৩১ মাৰ্চৰ পাছত অৱসৰ লোৱা সকলৰ কাৰণে বহুতো সা সুবিধা দি পেঞ্চন বৃদ্ধিৰ ব্যৱস্থা কৰিলে। কিন্তু এই নতুনকৈ দিয়া সা-সুবিধাৰ পৰা ৩১।৩।৭৯ তাৰিখৰ আগেয়ে অৱসৰপ্ৰাপ্ত লোকসকলক বঞ্চিত কৰিব খুজিলে। তেতিয়া ভাৰত পেঞ্চনাৰ সমাজৰ সহায়ত নাকাবা প্ৰমুখ্যে কেইজনমানে উচ্চতম ন্যায়ালয়ত গোচৰ কৰাত উচ্চতম ন্যায়ালয়ে চৰকাৰে পেঞ্চনাৰ সকলৰ ভিতৰতে পাৰ্থক্য ৰাখিব খোজা বুলি এই বিভেদমূলক নীতি অসাংবিধানিক আৰু অবৈধ বুলি ঘোষণা কৰে; আৰু ৩১।৩।৭৯ চনৰ আগতে অৱসৰ লোৱা লোক সকলোকো নতুন নিয়মাৱলীয়ে সামৰি লোৱা বুলি ৰায় দিয়ে। এই সন্দৰ্ভতে উচ্চতম ন্যায়ালয়ে কৰা কেইটিমান মন্তব্য সময়োপযোগী হ'ব বুলি তলত উদ্ধৃত কৰিলো।

১। চৰকাৰে সামৰিক আৰু অসামৰিক কৰ্মীসকলক দিয়া পেঞ্চন অতীতৰ কামৰ বাবে দিয়া ক্ষতি পূৰণ বুলি ক'ব পাৰি। শিক্ষা বোৰ্ডৰ ওপৰত ডুগে দিয়া গোচৰত ( Duge vs. Board of Education ) এইদৰে সিদ্ধান্ত কৰা হৈছিল যে পেঞ্চন আৰু দৰমহা দুয়োটা বস্তুই একে ধৰণৰ বুলি ক'ব পাৰি। দৰমহা হ'ল কাম কৰি থকা কালত দিয়া পাৰিশ্ৰমিক; আৰু পেঞ্চন হ'ল আগতে কৰি দিয়া কামৰ কাৰণে পাৰিশ্ৰমিক।

২। সামৰণিত নিশ্চিতভাবে ক'ব পাৰি যে পেঞ্চন কেৱল আগেয়ে কৰি দিয়া কামৰ কাৰণে দিয়া ক্ষতিপূৰণেই নহয়। ই অৰ্থনৈতিক ন্যায় বিচাৰৰ এটা মাপ কাঠি। বয়সৰ লগে লগে মানুহৰ যেতিয়া দৈহিক শক্তি কমি আহে তেতিয়া নিৰ্দ্ধাৰিত সময়মতে এটা নিৰূপিত ধন পাই থকাৰ কাৰণে এটা ব্যৱস্থাৰ দৰকাৰ। ডেকা কালত কৰ্মক্ষম অৱস্থাত নিয়োক্তাৰ কাৰণে যি শ্ৰম দান কৰা যায় সেয়ে

ভবিষ্যতে অক্ষম হৈ অহা সময়ৰ কাৰণে কৰা ব্যৱস্থা।

৩। আইন মতে পেঞ্চনৰ ব্যাখ্যা এইদৰে কৰা হৈছে—যে অতীতৰ শ্ৰমদান বা নিজ অধিকাৰ বা প্ৰাপ্য এৰি দিয়াৰ পৰিপ্ৰেক্ষিতত দিব লগা এটা ভাট্টা বা দৰমহা; অৰ্থাৎ কৰ্মচাৰী এজনক দিব লগা পেঞ্চন হ'ল তেওঁৰ স্বোপাৰ্জিত ধন, যি ধন তেওঁ বহু দিন ধৰি দক্ষতাৰে কৰা চাকৰিৰ ফল। আৰু সেই হিচাপে ইয়াক অতীতৰ শ্ৰমদানৰ কাৰণে ক্ষতিপূৰণ স্বৰূপে দিব লগা ধনৰ এটা অংশ বুলিব পাৰি।

ওপৰত উল্লেখ কৰা উচ্চতম ন্যায়ালয়ৰ মন্তব্যবোৰৰ পৰা এইটো পৰিস্কাৰ হৈ পৰে যে পেঞ্চন হ'ল অৱসৰপ্ৰাপ্ত লোকসকলৰ ন্যায়-সঙ্গত ভাবে পাবলগা ধন; আৰু ইয়াক অনুগৃহীত বা পুৰস্কৃত ধন বুলি নিয়োক্তাৰ মৰ্জিত বঞ্চিত কৰিব পৰা ধন নহয়। ন্যায়ালয়ৰ ৰায়ত আৰু এটা কথা স্পষ্ট হৈ পৰিছে যে পেঞ্চনাৰসকল এটা গোটৰ অন্তৰ্ভুক্ত। অৰ্থাৎ আটাইবোৰ পেঞ্চনাৰ মিলি এটা গোট গঠিত হৈছে। চৰকাৰে তাক অৱসৰপ্ৰাপ্ত সময় অনুসৰি বেলেগ বেলেগ গোটত ভাগ কৰিব নোৱাৰে। এজন পেঞ্চনাৰৰ কাৰণে যি নিয়ম প্ৰযোজ্য সেই একে নিয়মেই আন এজন পেঞ্চনাৰৰ কাৰণেও প্ৰযোজ্য হ'ব। দুখৰ বিষয়, চাকৰিত থকা লোকসকলে তেওঁ-লোকৰ পূৰ্ব্ববৰ্ত্তী কৰ্মচাৰীসকলক, যিসকল কামৰ পৰা অৱসৰ লৈ পেঞ্চনাৰ নামে অভিহিত হৈছে, সি সকলক সহানুভূতিৰে চাব নোখোজে। আৰু ১৯৭৯ চনত প্ৰস্তুত কৰা নিয়মাৱলীৰ পৰা দেখা যায় যে তেওঁলোকৰ নিজৰ ভবিষ্যত পেঞ্চনৰ সুৰক্ষা কবচ দি আগৰ পেঞ্চনাৰসকলক নতুন সা-সুবিধাৰ পৰা বঞ্চিত কৰিব খুজিছিল। সৌভাগ্যক্ৰমে উচ্চতম ন্যায়ালয়ৰ ন্যায় বিচাৰত পেঞ্চনাৰ সকলৰ বিভাজনৰ ব্যৱস্থা নিটিকিল। এনেকুৱা পৰিস্থিতি আকৌ উদ্ভব হলে গাইগুটীয়াভাবে নিজৰ অধিকাৰ সাব্যস্ত কৰাটো সুকঠিন কাম। কিন্তু সঙ্ঘবদ্ধভাবেহে যুজ কৰাটো সহজ সাধ্য।

সেই কাৰণে মই এই সুযোগতে অসমৰ সকলো পেঞ্চনাৰকে এই সন্থাত পঞ্জীভুক্ত হৈ নিজৰ শক্তি টনকীয়াল কৰিবলৈ আহ্বান কৰিলো।

এই খিনিতে মই আৰু এটা কথা ক'ব খোজো। স্বাস্থ্য, পৰমায়ু আৰু কাৰ্য্যদক্ষতাৰ হ্রাস বিবেচনা কৰি চৰকাৰে চাকৰিৰ পৰা অৱসৰ লোৱাৰ কাৰণে এটা বয়স বান্ধি দিছে। আগৰ ৫৫ বছৰৰ ঠাইত এতিয়া ৫৮ বছৰ কৰিছে। বৃটেইন আদি উন্নত দেশবোৰত স্বাস্থ্য, কাম কৰা শক্তি আৰু পৰমায়ু বিবেচনা কৰি অৱসৰ লোৱা বয়স ৬০ৰ পৰা ৬৫ পৰ্য্যন্ত কৰিছে। আমাৰ দেশতো উচ্চ আৰু উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশসকলৰ কাৰণে অৱসৰৰ বয়স ৬৫ বছৰ পৰ্য্যন্ত কৰিছে। এগৰাকী জিলা আৰু চেচন ন্যায়াধীশ হিচাপে ৫৮ বছৰত অৱসৰ লব লাগে। কিন্তু তেওঁ যদি প্ৰমোচন পাই হাইকোৰ্টৰ ( উচ্চ ন্যায়ালয়ৰ ) ন্যায়াধীশ হয় তেনেহ'লে তেওঁৰ অৱসৰ লোৱা বয়স ৬২ হয়গৈ। ইয়াৰ যুক্তি বিচাৰি পোৱা টান। আমি দেখো যে বৰ্ত্তমান যুগত ভাৰতীয় সকলৰো স্বাস্থ্যৰ উন্নতি হৈছে আৰু পৰমায়ু বৃদ্ধি হৈছে। আৰু ৫৮ বছৰ বয়সতো বহুলোকৰ পূৰ্ণ উদ্যমে কাম কৰাৰ শক্তি থাকে। সেই কাৰণে চৰকাৰৰ ওচৰত ৫৮ বছৰৰ পৰিবৰ্ত্তে ৬২ বছৰ কৰাৰ কাৰণে আবেদন কৰিব পৰা যায়। তাৰ লগতে আমাৰ উচিত হ'ব যে অৱসৰ লৈয়ো আমি বহি নাথাকি কিবা কামত নিযুক্তি হৈ থকাৰ চেষ্টা কৰা। তাৰদ্বাৰা আমাৰ বিত্তীয় অৱস্থাৰ উন্নতি কৰাৰ উপৰিও শৰীৰ আৰু মন ভালে থাকিব।

মোৰ ভাষণ আৰু দীঘলীয়া কৰি আপোনালোকক আমনি নিদি ইয়াতে সামৰিলো।

অসম পেঞ্চনাৰ সন্থা জয়যুক্ত হ'ক।

জয় আই অসম

# উত্তৰ-পূব পৰিষদ

সম্পাদক ( দৈনিক অসম ) ডাঙৰীয়া,

আপোনাৰ ১৬ জুলাই তাৰিখৰ কাকতত 'উত্তৰ-পূব পৰিষদ' বোলা সম্পাদকীয় পঢ়ি অতি আনন্দিত হলো। সঁচাকৈয়ে উত্তৰ-পূব পৰিষদটো কাৰ্য্যত তাৰ অন্তৰ্ভুক্তি ৰাজ্য সমূহৰ শীৰ্ষতম কৰ্তৃপক্ষ হৈ উঠিছে। এই বিষয়ে মোৰ প্ৰবন্ধ এটা অসম ট্ৰিবিউনৰ ১৬।২।৮৬ তাৰিখৰ সংখ্যাত প্ৰকাশ হৈছিল আৰু আমি তাত এই বিষয়ে বিশাদ ভাবে আলোচনা কৰিছিলো। সদৌ অসম ছাত্ৰ সন্থাইহে ৫।১।৮৬ তাৰিখে উত্তৰ-পূব পৰিষদ উঠাই দিয়াৰ কাৰণে এটা প্ৰস্তাব গ্ৰহণ কৰিছে। বাতৰি কাকতবোৰেও যদি এই গুৰুত্বপূৰ্ণ বিষয়টো এতিয়া হাতত লয় তেনেহলে অসমৰ ৰাজ্যিক মৰ্য্যাদা আনুষ্ঠানিক ভাবে মষিমূৰ হবলৈ নোপাওঁতেই অসম পুনৰ আগৰ মৰ্য্যাদাত সুপ্ৰতিষ্ঠিত হ'ব পাৰিব।

মোৰ ১৬।২।২৬ তাৰিখৰ ট্ৰিবিউনত ওলোৱা প্ৰবন্ধৰ পাছত N E C : Is it a super Govt. - বুলি উত্তৰ-পূব পৰিদৰ পূৰ্ণ সমৰ্থন দি এটা প্ৰবন্ধ ১৩।৩।৮৬ তাৰিখে ওলাইছিল। প্ৰবন্ধ লিখকৰ মতেই পৰিষদটো যে এটা উপদেষ্টামূলক সন্থা নহয় আৰু ই এটা কাৰ্য্য নিৰ্ব্বাহক অনুষ্ঠান সেইটো দিনে দিনে স্পষ্ট হৈ পৰিছে। বিশেষকৈ অসমকে আদি কৰি ৰাজ্যবোৰক আৰু কেন্দ্ৰীয় ৰাজ্য ক্ষেত্ৰ ইউনিয়ন টেৰিটৰীবোৰক পৰিষদৰ অন্তৰ্ভুক্ত ইউনিটহে বোলা হয়। ইকালে আকৌ পৰিষদে উপদেষ্টা সন্থা নাম লৈয়ো অগণন আঁচনি হাতত লৈ বছৰি শ শ কোটি টকা খৰচ কৰিব ধৰিছে। ১৯৮৬-৮৭ চনৰ পৰিষদৰ পৰিকল্পনাৰ

১৪৫ কোটি টকা অসমকে আদি কৰি ইউনিট বিলাকৰ মাজত ভগাই দিছে। ইউনিট বিলাকে আঁচনিৰ কাম ঠিক মতে কৰিছে নে নাই তাৰ কৈফিয়ৎ পৰিষদক দিব লাগে। এনে অৱস্থাতো পৰিষদক শীৰ্ষতম কৰ্তৃপক্ষ নুবুলি উপদেষ্টামূলক সংস্থা বুলিব পাৰি জানো? ১৯৭১ চনত পৰিষদ উদ্বোধন কৰোতে তেতিয়াৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে বাৰে বাৰে আশ্বাস দিছিল যে পৰিষদ মাত্ৰ উপদেষ্টা মূলকহে হৈ থাকিব। কিন্তু ক্ৰমাৎ ই শীৰ্ষতম কৰ্তৃপক্ষ হৈ আহিব ধৰিলে। প্ৰধান ৰাজনীতিবিদ শ্ৰীদেবেশ্বৰ শৰ্ম্মায়ো দৈনিক অসমৰ ৮।৮।৭১ তাৰিখে প্ৰকাশিত সংখ্যাত সাধাৰণ বাণী শুনাইছিল যে অহোপুৰুষাৰ্থ কৰি ভাৰতৰ বিভিন্ন ৰাজ্যৰ মাজত সমানে সন্মানিত যি স্থান অসমে পাবৰ সক্ষম হৈছিল সি চিৰদিনৰ কাৰণে লুপ্ত হবৰ উপক্ৰম হৈছে। উত্তৰ-পূব পৰিষদৰ গবৰ্ণৰে ১৯০৫ চনৰ আগৰ অসমৰ চীফ কমিচনাৰৰ ক্ষমতা পাব। মোৰ ৩০।১২।৮১ তাৰিখে অসম ট্ৰিবিউনত প্ৰকাশিত হোৱা এটা প্ৰবন্ধৰ উত্তৰত পৰিষদৰ পাব্লিক ৰিলেচন বিষয়াই প্ৰত্যুত্তৰ দি জনাইছিল যে পৰিষদে ১৯৮১ চনলৈ কেবাশ আঁচনি ডাঙি ধৰি ২০০ কোটি টকা খৰচ কৰে আৰু এই আটাইখিনি টকা পৰিষদৰ সচিবালয়ে ইউনিট সমূহৰ মাজত ভগাই দিয়ে। বিষয়া জনে আৰু কয় যে পৰিষদৰ সচিবালয় ভাৰত চৰকাৰৰে এটা অংশ আৰু ইয়াৰ কৰ্মকৰ্ত্তা সকল ভাৰত চৰকাৰৰ ওচৰত দায়ী। বহুত সময়ত পৰিষদৰ ইউনিটবোৰে দাখিল কৰা আচঁনি নাকচ কৰিব লগা হয়; আৰু পৰিষদে কাচিংহে ইউনিট-বোৰৰ আইন শৃংখলা বিষয়ত হস্তক্ষেপ কৰে। ব্ৰহ্মপুত্ৰৰ দলং নতুন ৰেল লাইন আদি ডাঙৰ ডাঙৰ আঁচনিৰ কাৰণে পৰিষদে ইউনিটবোৰৰ মুখপাত্ৰ হিচাপে কাম কৰে। পৰিষদৰ চকুত মেঘালয়, মণিপুৰ, নাগালেণ্ড আদি সকলো অসমৰ সংবিধান আৰু আইন অনুসৰি সম মৰ্য্যাদাপন্ন ইত্যাদি। পাব্লিক ৰিলেচন বিষয়াই

উল্লেখ কৰা ওপৰোক্ত কথাখিনিৰ পৰাই পৰিষদ যে এই ৰাজ্য তথা ইউনিটবোৰৰ উৰ্দ্ধতন কৰ্ত্তৃপক্ষ তাক স্পষ্ট ভাবে বুজা যায়। এই সম্পৰ্কে ষ্টেট্‌ছম্যান ( Statsman ) কাকতৰ : ৯।৯।৭৮ তাৰিখৰ সম্পাদকীয় স্তম্ভত এইদৰে লিখিছিল—

"উত্তৰ পূব-পৰিষদ" আইনখন ১৯৭১ চনত পাচ কৰা দিনধৰি তীব্ৰ সমালোচনাৰ সমুখীন হৈ আহিছে। বিলখনৰ পাণ্ডুলিপি সংশোধন কৰি পৰিষদৰ কাৰ্য্যবাহী ক্ষমতা মুগুচোৱা পৰ্য্যন্ত অসমে পৰিষদত যোগ দিব খোজা নাছিল মণিপুৰে কৈছিল যে যেতিয়া মণিপুৰে পৰিষদত যোগ দিয়ে তেতিয়ালৈ ৰাজ্যত নিৰ্ব্বাচিত চৰকাৰ গঠনেই হোৱা নাছিল। নাগালেণ্ডৰ ৰাজনীতিবিদ সকলে এই ক্ষেত্ৰত অকণো সহযোগ কৰা নাছিল। পিছত তাত প্ৰেচিডেণ্ট ৰুল হোৱাত ৰাজ্যপাল এল. পি. সিঙে পৰিষদত যোগদান কৰে।" ইয়াৰ দ্বাৰাই ই স্পষ্ট হৈ পৰে যে পৰিষদত ইউনিটবোৰে স্ব-ইচ্ছাই যোগ দিয়া নাছিল। এই "উপদেষ্টা মূলক সন্থা" টোৰ প্ৰয়োজনেই বা হ'ল কিয়? সংবিধানৰ ২৩ ধাৰা অনুসৰি আঞ্চলিক কাউন্সিল গঠন কৰা হৈছেই। যদি পূৰ্বাঞ্চলৰ কাউন্সিৰ পৰা অসমকে ধৰি ৭ খন ৰাজ্য আৰু উপৰাজ্যৰ কাৰণে এখন বেলেগ কাউন্সিল কৰাৰ বিবেচনা কৰিছিল তেনেহলে সেই ধাৰা অনুসৰিয়েই এখন বেলেগ কাউন্সিল গঠন নকৰিলে কিয়? আঞ্চলিক কাউন্সিলবোৰে এতিয়াও কাম কৰিয়েই আছে। এনেস্থলত উত্তৰ পূব-পৰিষদ আইন বুলি এখন নতুন আইন পাছ কৰি অসমত ফেডেৰেচন গঠন কৰিব নোৱাৰি ফেডেৰেল চৰকাৰ পিচদুৱাৰেদি গঠন কৰিলে। আমাৰ অসমখন পৰিষদ চৰকাৰে নিজৰ মান-মৰ্য্যাদাৰ কথা বিবেচনা কৰি পৰিষদৰ পৰা ওলাই আহিব বুলি আশা কৰো। বহুতে কব খোজে যে উঃ পূঃ পৰিষদৰ যোগেদি আমি উন্নয়নমূলক আচঁনিৰ কাৰণে বহুতো টকা পাই আহিছো। নহলে আমি এই টকাৰ পৰা বঞ্চিত

হলো হৈ। এইটো ভুল ধাৰণা। কেন্দ্ৰীয় চৰকাৰে আমাক ঠেকত পেলাই পৰিষদৰ অস্তিত্ব ৰক্ষাৰ কাৰণে পৰিষদৰ যেগেদিহে টকা দিয়ে। একেবোৰ আঁচনিকে—যেনে ভোমোৰাগুৰি দলং যোগীঘোপা দলং, নতুন ৰেল লাইন আদিৰ কাৰণে অসম চৰকাৰে দাবী কৰোতে দিল্লী চৰকাৰে মঞ্জুৰ কৰা নাছিল। কিন্তু পৰিষদে সেইবোৰ বিচৰাত তৎক্ষণাৎ দিলে। সেই বুলি ভাৰত চৰকাৰে আজি অসমক টকাৰ বিনিময়ত ৰাজ্যিক মৰ্যাদা এৰি দিব দিলে আমি এৰি দিম নেকি? টকাৰ কাৰণে আমি ইমান অধঃপতনে যাম নেকি?

অঞ্চলটোৰ ৰাজ্য আৰু উপৰাজ্যবোৰৰ মাজত সংহতি ৰক্ষাৰ নামত উমৈহতীয়া আঁচনিবোৰ পৰিষদৰ হাতত লোৱা বুলি কৈছিল। কিন্তু এতিয়া ৰেচম ফাৰ্ম, কৃষি ফাৰ্ম আদি কৰি ৰাজ্যবোৰৰ নিজাববীয়া আঁচনিবোৰো পৰিষদে দাঙি ধৰে আৰু খৰছৰ টকা মঞ্জুৰ কৰি ঠিকমতে কাম কৰিছে নে নাই তাৰ তত্ত্বাবধান কৰে।

যদি কোনো এটা পৰিষদ বা সংস্থাই অসম চৰকাৰৰ কাৰণে আঁচনি যুগুতাই দিয়ে বা অসম চৰকাৰে যুগুতোৱা আঁচনি পৰীক্ষা কৰি মঞ্জুৰ বা নাকচ কৰে, খৰছৰ টকা মঞ্জুৰ কৰি ঠিকমতে কাম হৈছে নে নাই তত্ত্বাবধান কৰে আৰু অসম চৰকাৰৰ সংশ্লিষ্ট বিষয়াৰ কৈফিয়ৎ তলব কৰে আৰু পৰিষদত অসম চৰকাৰৰ নিৰ্বাচিত প্ৰতিনিধি থাকে আৰু পৰিষদৰ কৰ্মচাৰীসকল কেন্দ্ৰীয় চৰকাৰৰ ওচৰতহে দায়ী থাকে তেনেহলে সেই সংস্থা বা পৰিষদ অসম চৰকাৰৰ ওপৰ পৰ্য্যায়ৰ নহয় বুলি কবৰ কথা থাকিল জানো?

# অসমৰ উদ্যোগীকৰণ আৰু নিবনুৱা সমস্যা

অসমৰ নিবনুৱা সমস্যাই ভয়াবহ ৰূপ ধাৰণ কৰিছে। ইয়াৰ প্ৰধান কাৰণ সমূহ হ'ল—

১। জনসংখ্যাৰ বৃদ্ধি, ২। খেতি মাটিৰ অনাটন, ৩। চাকৰিত থলুৱা লোকৰ কাৰণে স্থানাভাব আৰু ৪। উদ্যোগীকৰণত পিচপৰা। এই কাৰণবোৰ এটা এটাকৈ বিশ্লেষণ কৰি চোৱা যুগুত হ'ব।

১। জনসংখ্যাৰ বৃদ্ধি।

১৯০১ চনৰ পৰা জনসংখ্যা কিদৰে বাঢ়িছে তাক ভাৰতৰ চেন্সাচ ৰিপোৰ্টৰ পৰা তলত দেখুৱা হ'ল—

| চন | জনসংখ্যা | শতকৰা বৃদ্ধি |
|---|---|---|
| ১৯০১ - | ৩২,৯০,০০০, | |
| ১৯১১ | ৩৮,৪৯,০০০ | ১৬ ৯৯ |
| ১৯২১ | ৭০০ | ২০.৪৮ |
| ১৯৩১ | ৫৫,৬১ ৮০০ | ১৯ |
| ১৯৪১ | ৬৬,৯৪,০০০ | ২০.৪০ |
| ১৯৫১ | ৮০,২৯,০০০ | ১৯.৯৩ |
| ১৯৬১ | ১০৮ ৩৭,০০০ | ৩৪.৯৮ |
| ১৯৭১ | ১৪৬,২৫,০০০ | ৩৮.৯৫ |

শিৱসাগৰ জিলাৰ বৃদ্ধি মাত্ৰ ২১'৮১ ভাগ আৰু মিকিৰ পাহাৰত (কাৰ্বি আংলং) আটাইতকৈ বেছি ৬৮'২৮। গোৱালপাৰা, কামৰূপ আৰু নগাওঁ জিলাত বৃদ্ধি যথাক্ৰমে ৪৪.৪২ ৩৮'৩৮ আৰু ৩৮'৮৩। বহুতে কব খোজে যে জনসংখ্যাৰ এই অস্বাভাবিক বৃদ্ধিৰ কাৰণেই আমাৰ নিয়ন্ত্ৰণ সমস্যাৰ সৃষ্টি হৈছে আৰু ইয়াৰ হাত সাৰিবলৈ

জন্ম নিয়ন্ত্রণ কৰাই আমাৰ একমাত্র উপায়। এই সকল লোকে হয় সমস্যাটো ভালকৈ অধ্যয়ন নকৰাকৈ লোকৰ মুখৰ কথা পুনৰাবৃত্তি কৰে; নহলে কিবা উদ্দেশ্য প্রণোদিত হৈ এই কথা কয়। কাৰণ ওপৰত দিয়া সংখ্যাবোৰৰ পৰা এইটো পৰিষ্কাৰ হৈ ওলাই পৰে যে জনসংখ্যাৰ অস্বাভাবিক বৃদ্ধি জন্ম মৃত্যুৰ সংখ্যাৰ কাৰণে হোৱা নাই। ইয়াৰ প্রধান কাৰণ হ'ল বহিৰাগতৰ প্রবেশ। চেন্সাৰে ডিপুটি ৰেজিষ্ট্রাৰ জেনেৰেল আৰু হিচাপ ৰক্ষণ বিষয়াই হিচাপ কৰি উলিয়াই পাইছে যে ১৯৬১-৭. দশকৰ অসমৰ জনসংখ্যাৰ স্বাভাবিক বৃদ্ধিৰ হাৰ শতকৰা ২২.৪২ ( সর্ব ভাৰতীয় হাৰ ১৮.৯০ )। শিৱসাগৰ জিলাৰ হাৰে ( ২১.৮১ ) দেখুৱায় যে তাত বহিৰাগতৰ প্রবেশ আটাইতকৈ কম। ১৯৫১-৬১ ৰ দশকত দেশ বিভাজন হোৱাত পূব পাকিস্থানৰ ( বর্ত্তমান বাংলাদেশ ) পৰা হিন্দু ভগনীয়াৰ সংখ্যা আৰু লগতে মুছলমান অনুপ্রবেশ কাৰীৰ সংখ্যা অত্যধিক হোৱাত জনসংখ্যাৰ বৃদ্ধিৰ হাৰো অত্যধিক হৈছে। সেইদৰে ১৯৬১-৭১ দশকত ১৯৬৫ চনৰ পাকিস্থানৰ লগত যুদ্ধৰ ফলত আকৌ হিন্দু অসমীয়া লাখে লাখে সোমায় ফলত এই দশকতো বৃদ্ধিৰ হাৰ অত্যধিক হৈছে। ১৯৭১-৮১ দশকৰ চেন্সাচ লোৱা হোৱা নাই। কিন্তু পাকিস্থানৰ লগত আকৌ যুদ্ধ হৈ বাংলাদেশ গঠনৰ সময়তো কেইবালাখ লোক পাকিস্থানৰ পৰা অসমত সোমাই আৰু এতিয়াও সোমায়েই আছে। ১৯৮১ চনৰ চেন্সাচ নহলেও ৰেজিষ্ট্রাৰ জেনেৰেলে আনুমানিক হিচাপ কৰি অসমৰ বর্ত্তমান জনসংখ্যা মোটামোটি ২ কোটি ধৰিছে। অর্থাৎ ১৯৭১-৮১ দশকতো বৃদ্ধিৰ হাৰ শতকৰা ৩৬.৯ হব। গতিকে জনসংখ্যা নিয়ন্ত্রণ কৰিবলৈ হলে বহিৰাগতবাহে নিয়ন্ত্রণ কৰিব লাগিব; জন্মনিয়ন্ত্রণ কৰি অসমীয়াৰ তাকৰ জনসংখ্যা আৰু তাকৰ কৰি নহয়।

## (২) খেতিৰ মাটিৰ অনাটন

নিবনুৱা সমস্যাৰ দ্বিতীয় কাৰণ হ'ল খেতিৰ কাৰণে মাটিৰ অনাটন। মাটিৰ পৰিমাণ সদায় সীমিত। জনসংখ্যা বৃদ্ধিৰ লগে লগে মাটিৰ প্ৰয়োজনো বাঢ়ি আহে। কিন্তু প্ৰয়োজন অনুপাতে মাটিৰ যোগান কমি আহে। তেতিয়া ঘন বসতি ঠাইবোৰৰ পৰা মানুহে পাতল বসতি ঠাইলৈ গৈ খেতি কৰিব ধৰে। জনসংখ্যাৰ স্বাভাবিক বৃদ্ধি হলে, অৰ্থাৎ বাহিৰৰ পৰা প্ৰব্ৰজন নহৈ কেৱল জন্ম মৃত্যুৰ কাৰণেই বৃদ্ধি হলে হয়তো বহুদিনলৈ অসমৰ মাটিয়ে অসমৰ জনসংখ্যাক খুৱাই থাকিব পাৰিলে হৈ। কিন্তু বহিৰাগতই অসমৰ খেটিৰ মাটিৰ অনাতনৰ সৃষ্টি কৰি সমস্যা জটিল কৰিছে। বহিৰাগতৰ সোঁত বোৱাৰ এটা প্ৰধান কাৰণ হ'ল যে অসমৰ চুবুৰীয়া দেশ পূৰ্ব্ববঙ্গ ( পিছত পূব পাকিস্থান আৰু এতিয়া বাংলাদেশ ) অতি জনবহুল দেশ। সেই কাৰণে সেই দেশৰ পৰা তুলনামূলক ভাবে পাতল বসতি অসমলৈ খেতিৰ মাটি বিচাৰি মানুহ আহিব ধৰে। ইফালে অসমৰ জনসংখ্যাৰ ঘণতা সম্পৰ্কে বাহিৰৰ মানুহৰ এটা ভুল ধাৰণা আছিল আৰু এতিয়াও কিছুপৰিমাণে আছে। আমাৰ চৰকাৰৰ প্ৰচাৰ বিভাগো তাৰকাৰণে কম দায়ী নহয়। সংবিধান মতে অসম বোলোতে বৰ্ত্তমানৰ অৰুণাচল প্ৰদেশ, মেঘালয়, মিজোৰাম আৰু নাগালেণ্ডো তাৰ ভিতৰত পৰিছিল। এই পাহাৰী অঞ্চল বোৰৰ জনসংখ্যা নিচেই তাকৰ। ১৯৬১ চনতো প্ৰচাৰ বিভাগে অসমৰ মুঠ মাটিকালি ৮৫০০০ বৰ্গ মাইল আৰু জনসংখ্যা ১,০৮,৩৭০০০ ধৰি বৰ্গ মাইলত ঘণতা ১২৭ জন দেখুৱাইছিল। কিন্তু আচলতে অৰুণাচলৰ ( তেতিয়াৰ নেফা ) প্ৰশাসনৰ ওপৰত অসম চৰকাৰৰ একো হাত নাছিল; আৰু পাৰ্বত্য জিলা কেইখনতো ভূমি বন্দোবস্তি বা ভূমি নীতিৰ ওপৰত অসম চৰকাৰৰ হাত নাছিল। জিলা পৰিষদৰ ওপৰতে ভূমি বন্দোবস্তি আদি সকলো ক্ষমতা

সুস্থ আছিল। আৰু জিলা পৰিষদবোৰে বাহিৰৰ মানুহক মাটি পট্টন নিদিছিল। তাৰ উপৰিও বহিৰাগত সকলে পাৰ্ব্বত্য অঞ্চলত মাটি নিবিচাৰিছিল। তেওঁলোকে ভৈয়ামতহে মাটি বিচাৰিছিল। সেই কাৰণে অৰুণাচল আৰু পাৰ্বত্য জিলাসমূহৰ মাটিকালিৰ অসমৰ বাকী অংশৰ মাটিকালি যোগ দি জনসংখ্যাৰ ক্ষমতা উলিয়াত এই ক্ষমতা খুব কম হোৱাত বাহিৰৰ মানুহে অসমত যথেষ্ট মাটি এনেই পতিত হৈ থকা বুলি অসমলৈ আহি থাকে। চৰকাৰেও তাত বাধা দিয়া নাছিল আৰু মুছলিম লীগ চৰকাৰে অধিক শস্য উৎপাদনৰ অজুহাত দেখুৱাই পূৰ্ববঙ্গৰ পৰা মুছলমান খেতিয়কক অহাৰ কাৰণে উৎসাহহে দিছিল। ইয়াৰ উপৰিও অসমৰ ভৈয়ামৰ জনজাতিসকল বাস কৰা অঞ্চলত ট্ৰাইবেল বেল্ট আৰু ব্লক গঠন কৰি তেওঁলোকৰ কাৰণে ৬,১০০ বৰ্গ মাইল ভূমি আছুতীয়াকৈ ৰখা হৈছে। এইবোৰৰ মাটিকালি আৰু তাত বাস কৰা লোকসকলৰ সংখ্যা বাদ দিলে ১৯৬১ চনতে অসমৰ ভৈয়ামত জনসংখ্যাৰ ক্ষমতা বৰ্গমাইলত ৬০০ হৈছিল। ১৯৭১ চনৰ চেন্সাচ মতে, অৰুণাচলৰ উপৰিও নাগালেণ্ড, মেঘালয় আৰু মিজোৰাম অসমৰ পৰা পৃথক কৰাত অসমৰ জনসংখ্যাৰ হাৰ বৰ্গ কিলোমিটাৰত ১৮৬ বা বৰ্গমাইলত ৪৬৫ হয়, আৰু কাৰ্বি আংলং আৰু উত্তৰকাছাৰ পাৰ্বত্য জিলা বাদ দিলে বৰ্গ কিঃ মিটাৰত প্ৰায় ৩০০ অৰ্থাৎ বৰ্গ মাইলত ৭৫০ হয়। তাৰ উপৰিও ভৈয়ামত বিশাল ব্ৰহ্মপুত্ৰ ৫০০ মাইল জুৰি আছে আৰু সংৰক্ষিত বনাঞ্চল আৰু খেতিৰ কাৰণে অনুপযুক্ত খাল, বিল আদি আছে। এইবোৰ বাদ দিলে গোৱালপাৰা, কামৰূপ আৰু কাছাৰত ঘনতা বৰ্গ কিঃ মিঃত ক্ৰমে ৫৩৩, ৫০৯ আৰু ৫৪৮ অৰ্থাৎ বৰ্গ মাইলত ১৩৩৩, ১২৭৩ আৰু ১৩৭০ হয়। (১৯৭১ চনৰ চেন্সাচৰ জেনেৰেল ৰিপোৰ্ট চিৰিজড, অসম, ১ (ক) পাৰ্ট-৫৬ পৃষ্ঠা) এই সংখ্যাবোৰৰ পৰা খেতিৰ মাটিৰ

কেনেকুৱা অনাটন হৈছে তাক সহজে বুজিব পাৰি। খেতিৰ মাটিৰ অভাবত কাম কৰিব পৰা লোকসকলে গাওঁ এৰি চহৰলৈ কাম বিচাৰি আহিব ধৰিছে। ইফালে চৰকাৰী অৰ্দ্ধচৰকাৰী আৰু বেচৰকাৰী অনুষ্ঠানবোৰৰ সৰহ ভাগ চাকৰিয়ে ৰাহিৰৰ মানুহেই পাব ধৰিছে। ফলত নিবনুৱাৰ সমস্যা জটিল হৈ পৰিছে।

**(৩) চাকৰিত থনুৱা লোকৰ কাৰণে স্থানাভাৱ :**

অৰ্থনৈতিক আৰু পৰিসংখ্যা বিভাগে প্ৰকাশ কৰা অসমৰ অৰ্থনৈতিক সমীক্ষা ১৯৮০-৮১ ( Economic Survey Assam 1980-81 ) পুথিৰ পৰা চাকৰিত অসমৰ কিমান মানুহৰ সংস্থান হৈছে তাক দেখুৱা হ'ল—উক্ত পুথিৰ ৩৭ আৰু ৩৮ পৃষ্ঠা—

ৰাজহুৱা খণ্ড

| | |
|---|---|
| (১) কেন্দ্ৰীয় চৰকাৰৰ ( ৰেলৱে বাহিৰে ) | ২৮,০০০ |
| (২) ৰেলৱে | ৪৮,৫০০ |
| (৩) ৰাজ্যিক চৰকাৰ | ১৯০,২০০ |
| (৪) অৰ্দ্ধ চৰকাৰী | ৬৯,৭০০ |
| (৫) স্থানীয় নিকায় | ১০,৭০০ |
| | ৩৪৭,১০০ |

ব্যক্তিগত খণ্ডত মুঠ ৪৮৭,৬০০ ৰ ভিতৰত কৃষি, বনবিভাগ আৰু চাহ বাগিছাতে ৪৩৯,৬০০ অৰ্থাৎ শতকৰা ৯০ ভাগ।

ওপৰত দিয়া হিচাপৰ পৰা এইটো পৰিষ্কাৰ হৈ পৰে যে প্ৰায় ২ কোটি ( ১৯৮১ চনৰ অনুমানিক ) কাম কৰিব পৰা সকলক কেৱল ৮,৩৪,০০০ কৰ্ম সংস্থানে কাম যোগাব নোৱাৰে। অৰ্থনীতি আৰু পৰিসংখ্যা বিভাগৰ ১৯৭৫-৭৬ চনৰ সমীক্ষা মতে অসমত ১৫½ লাখ নিবনুৱা আছিল; আৰু তাৰে ১১½ লাখ গাওঁ অঞ্চলত আছিল। সেই হিচাপে ১৯৮১ চনত নিবনুৱা সংখ্যা ২০ কুৰি লাখৰ ওচৰা-ওচৰি হ'ব। ইয়াতে উল্লেখ কৰা উচিত হ'ব যে ওপৰত লিখা ৮ লাখ ৩৪ হাজাৰ

কৰ্মীসকলৰ সকলো থলুৱা লোক নহয়। কেন্দ্ৰীয় চৰকাৰ আৰু ৰেলৱেত কাম কৰা ৭৬½ লাখ লোকৰ সৰহ ভাগেই অসমৰ বাহিৰৰ অনা-অসমীয়া। আনকি ৰাজ্যিক চৰকাৰৰ কৰ্মচাৰী-সকলৰ ভিতৰতো বহুতো অনা-অসমীয়া আছে। পূব পাকিস্তানৰ পৰা শৰণাৰ্থীসকল অহাত আৰু তাৰে কিছু অংশ অসম চৰকাৰে সংস্থাপন কৰিবলৈ গাত লোৱাত, কাম খালি হ'লে শৰণাৰ্থীসকলৰ কাৰণে কিছু সংখ্যক কাম তেওঁলোকৰ কাৰণে আচুতীয়াকৈ ৰখা হৈছিল। ব্যক্তিগত খণ্ডত বাহিৰৰ পৰা অহা লোকে স্থাপন কৰা উদ্যোগবোৰত অধিকাংশ কৰ্মচাৰী আৰু শ্ৰমিকেই অসমৰ বাহিৰৰ পৰা অনা তিনিচুকীয়া এলাকাত যোৱা কুৰি বছৰত পতা প্লাইউদ কাৰখানাবোৰেই তাৰ এটা জ্বলন্ত প্ৰমাণ। আমি উদ্যোগ বিচাৰো নিবনুৱা সমস্যা সমাধানৰ কাৰণে আৰু জনসাধাৰণৰ জীৱিকাৰ মান উন্নীত কৰাৰ কাৰণে। নতুন উদ্যোগৰ দ্বাৰা যদি এই দুটা উদ্দেশ্য পূৰণ নহয় তেনেহলে তেনে উদ্যোগ হোৱাতকৈ নোহোৱাই ভাল। কাৰণ তেনে উদ্যোগৰ পৰা পৰোক্ষ ভাবে হলেও জনসাধাৰণৰ অপকাৰহে হয়। ৰাজ্যিক চৰকাৰ সজাগ হলে উদ্যোগ স্থাপনৰ সময়তে কিছুমান চৰ্ত্ত বান্ধি দি অসমৰ উদ্যোগীকৰণৰ উদ্দেশ্য পূৰণ কৰিব পাৰে। কিন্তু অসম চৰকাৰৰ মুখাপেক্ষি হৈ থাকিলেই নহব। বৃহৎ বা মজলীয়া উদ্যোগ অসমীয়া লোকে ব্যক্তিগত খণ্ডত স্থাপন কৰা সম্ভৱ নহব পাৰে। কিন্তু ক্ষুদ্ৰ উদ্যোগ স্থাপন কৰা সম্ভৱপৰ আৰু আমাৰ উঠি অহা যুৱক-যুৱতীসকলে, বিশেষকৈ শিক্ষিত যুৱক সকলে ক্ষুদ্ৰ উদ্যোগ হাতত লব লাগিব। নিয়োগ বিনিময় কেন্দ্ৰৰ হিচাপ মতে ১৯৮০ চনত কেন্দ্ৰত ৰেজিষ্টাৰ কৰা নিবনুৱাৰ সংখ্যা আছিল ৩,৪৭,৫৬৭ জন। তাৰে ভিতৰত শিক্ষিত নিবনুৱাৰ সংখ্যা আছিল ১,৪৪,৮০০ জন। তলত বিতং হিচাপ দিয়া হ'ল—

| | |
|---|---|
| ইঞ্জিনিয়াৰিং স্নাতক— | ৩৫ |
| ডাক্তৰ স্নাতক | ২৩৮ |
| কৃষি ঐ | ১৪ |
| আই, টি, আই পাছ | ৮,০৩৯ |
| স্নাতক | ২০,৩৩৭ |
| স্নাতকোত্তৰ | ৬৫৮ |
| এইচ, এচ, এল চি, ; পি ইউ আদি | ৩০,৫০৮ |
| মেট্ৰিকুলেট | ৮৮,৩৬৮ |
| ইঞ্জিনিয়াৰিং ডিপ্লোমা | ৬০৩ |
| মুঠ | ১,৪৪,৮০০ |

এই সংখ্যা আচল নিবনুৱাৰ সংখ্যাতকৈ বহুত কম। তাক প্ৰতিবছৰে পৰীক্ষা দিয়া আৰু পাছ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যাৰ পৰাই সহজে বুজিব পাৰি। সকলো নিবনুৱাই, বিশেষকৈ গাওঁত থকা সকলে নিয়োগ-বিনিময় কেন্দ্ৰত গৈ পঞ্জীভূক্ত নহয়। আৰু যিসকল পঞ্জীভূক্ত হয়, সিসকলৰো নাম পুনৰ দৰ্খাস্ত নকৰিলে মাত্ৰ ৩ মাহৰ কাৰণেহে ৰাখে। তাৰ পাছত কাটি দিয়ে।

যিহেতু খেতিৰ মাটিৰ পৰিমাণ সীমিত আৰু চাকৰিটো যথেষ্ঠ সংখ্যক লোক পোহপাল যাব নোৱাৰে, সেই কাৰণে সমস্যাৰ একমাত্ৰ সমাধান ব্যৱসায় বাণিজ্য আৰু উদ্যোগ। উদোগৰ লগত ব্যৱসায় বাণিজ্য ওতঃপ্ৰোতভাৱে জড়িত। কাৰণ উদ্যোগ স্থাপন কৰোতে কাচা সামগ্ৰীৰ যোগান ধৰাৰ কাৰণে বেচা-কিনা আহি পৰে। সেইদৰে উদ্যোগত উৎপাদিত সামগ্ৰীও চাহিদা অনুসৰি যোগান ধৰোতে বেচা-কিনা অৰ্থাৎ ব্যৱসায় বাণিজ্য আহি পৰে। আমি এতিয়া উদ্যোগ সম্পৰ্কে আলোচনা কৰিম।

**(৪) উদ্যোগীকৰণ :**

অসম প্ৰাকৃতিক সম্পদত বৰ চহকী। এইবোৰ সম্পদেৰে বহু ধৰণৰ উদ্যোগ স্থাপন কৰিব পাৰি। অসমৰ প্ৰাকৃতিক

সম্পদৰাজি উপযুক্তভাবে ব্যৱহাৰ কৰিব পৰা হলে অসম আজি পৃথিবীৰ ভিতৰতে এখন চহকী ৰাজ্য হ'ব পাৰিলে হৈ। কিন্তু আমাৰ দুৰ্ভাগ্যবশতঃ আমি আন্তৰ্জাতিক মানদণ্ডত পিচ পৰা ভাৰতৰ ভিতৰতো অতি পিচ পৰা এখন দুখীয়া ৰাজ্য। ইয়াৰ ঘাই কাৰণ বোৰ হ'ল—(১) আমাৰ ভৌগলিক পৰিস্থিতি (২) কেন্দ্ৰীয় চৰকাৰৰ অৱহেলা আৰু (৩) ৰাজ্যিক চৰকাৰৰ অপাৰগতা। উদ্যোগ গঢ়ণৰ প্ৰবল অন্তৰায় হ'ল, পৰিবহন ব্যৱস্থাৰ অভাৱ। বিশাল ব্ৰহ্মপুত্ৰ অসমৰ ইমূৰৰ পৰা সিমূৰলৈ বৈ গৈছে। ইয়াত গোটেই বছৰজুৰি জাহাজ চলাচল কৰিব পাৰে আৰু মাল অনা নিয়া কৰিব পাৰে। ইয়াৰ পৰা জল-বিদ্যুৎ আহৰণ কৰি সমগ্ৰ অসমৰ উপৰিও ভাৰতৰ এটা বৃহৎ খণ্ডৰো বিদ্যুতৰ চাহিদা পূৰণ কৰিব পাৰে। কিন্তু আকাৰ অৱহেলা বা অকৰ্মন্যতাৰ কাৰণে ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈ সমূহৰ পৰা লাভৰ পৰিবৰ্ত্তে তাৰ বানপানীৰ পৰা বছৰে শ শ কোটি টকাৰ শস্য আৰু বাট পথহে নষ্ট হ'ব ধৰিছে। অসমত ৰেল পথৰ অভাৱ। যিওবা মিটাৰ গেজ পথ অলপ আছে, তাৰ গতি অতি মন্থৰ, আৰু ইয়ালৈ অইন ঠাইৰ পৰিত্যক্ত ভঙা-ছিঙা গাড়ী আৰু পূৰণা ইঞ্জিন আদি পঠিয়াই দিয়া হয় আৰু সকলো ৰকমে আমি অৱহেলিত। দেশ স্বাধীন হোৱাৰো বহু বছৰৰ মূৰত বঙাইগাওঁলৈ ব্ৰডগেজৰ সম্প্ৰসাৰণ হ'ল। আৰু ১৯৭১ চনতে প্ৰধান মন্ত্ৰীয়ে ব্ৰডগেজ গুৱাহাটীলৈ সম্প্ৰসাৰণৰ গাত লোৱাৰ পাছতো আজি ১২ বছৰে এই সম্প্ৰসাৰণ হৈ উঠা নাই। ব্ৰডগজৰ অভাৱৰ কাৰণে বৃহৎ উদ্যোগৰ ডাঙৰ ডাঙৰ যন্ত্ৰ-পাতিবোৰ অনাত অসম্ভৱ খৰছৰ উপৰিও সাংঘাতিক ধৰণৰ অসুবিধা হয়। বৃহৎ উদ্যোগ হিচাপে লৈ দেৰগাওঁত প্ৰথম চেনিকল স্থাপন কৰোতে ডাঙৰ ডাঙৰ বইলাৰবোৰ মিটাৰ গজৰ গাড়ীত আনিব নোৱাৰাৰ কাৰণে সেইবোৰ ফালি দুফালকৈ আনি পুনৰ কলঘৰৰ কাৰখানাত জোৰা দি লব লগা হৈছিল। অসমৰ প্ৰতি আওকাণ কৰা

দিল্লীৰ কৰ্ত্তাসকলে পৰিবহন ব্যৱস্থাৰ অসুবিধাৰ কাৰণে অসমত বৃহৎ উদ্যোগ হ'ব নোৱাৰে বুলি কয়। ইফালে পৰিবহন ব্যৱস্থাৰ উন্নতি সাধিবৰ কাৰণে অনুৰোধ কৰিলে অসমত বৃহৎ উদ্যোগৰ অভাৱ আৰু সেই দেখি বৰ্ত্তমানৰ পৰিবহনেই যথেষ্ট বুলি কয়। যিহ'ক উদ্যোগীকৰণৰ কাৰণে পৰিবহন ব্যৱস্থাৰ উন্নতি কৰিব লাগিবই। ৫০০ মাইল ধৰি বৈ যোৱা ব্ৰহ্মপুত্ৰৰ ওপৰত এখনো দলং নাছিল। বহু আন্দোলনৰ পাছত শৰাইঘাটৰ দলং নিৰ্মাণ হ'ল। দেশ স্বাধীন হ'বৰ আজি ৩৬ বছৰ হ'ল। ব্ৰহ্মপুত্ৰৰ ওপৰত দ্বিতীয় দলং কলিয়াভোমোৰা দলঙৰ নিৰ্মাণৰ কাম এতিয়া হাতত লৈছে। তাতো ৰেল পথ নাথাকিব ; যদিও দলঙৰ দুয়োমূৰে ৰেল পথে চুইছে। এতিয়া যোৱা ১১ নবেম্বৰ তাৰিখে যোগীঘোপা পঞ্চৰত্নত তৃতীয় দলঙৰ আধাৰশিলা প্ৰধান মন্ত্ৰীয়ে স্থাপন কৰি গ'ল। ইয়াক সম্পূৰ্ণ কৰি পঞ্চৰত্নৰপৰা গুৱাহাটীলৈ ৰেল পথ সম্প্ৰসাৰণ কৰোতে কিমান বছৰ লাগে ক'ব নোৱাৰো।

এতিয়া অসমত সম্ভাব্য উদ্যোগবোৰৰ সম্পৰ্কে অলপ আলোচনা কৰিম।

খনিজ সামগ্ৰীৰ ভিত্তিত উদ্যোগ : ভাৰতত প্ৰথম খাৰুৱা তেল আৱিষ্কাৰ হয় অসমত আৰু ডিগবৈত প্ৰথম শোধনাগাৰৰ স্থাপন কৰা হয় ১৯০১ চনত। ১৯৫০ৰ দশকত নাহৰকটীয়া আৰু মৰাণ অঞ্চলত বিস্তীৰ্ণ তৈলভূমি আৱিষ্কাৰ হয়। আৰু এই নতুনকৈ আৱিষ্কৃত তেল অসমতে শোধনাগাৰ পাতি শোধন কৰি শোধিত সামগ্ৰী বাহিৰলৈ নিয়াৰ কাৰণে আমি দাবী কৰিছিলো, কিন্তু কিছুমান অদ্ভুত যুক্তি প্ৰদৰ্শন কৰি কেন্দ্ৰীয় চৰকাৰে আমাক বঞ্চিত কৰি বাৰাউনিলৈ আমাৰ তেল নি তাত ৩০ লাখ টনৰ শোধনাগাৰ পাতিলে। (প্ৰবন্ধ বৃহৎ হ'বৰ আশঙ্কাত এই অদ্ভুত যুক্তিবোৰ বিতংকৈ দেখুৱা নহ'ল)। অসম জুৰি আন্দোলন হোৱাত আমাক গুৱাহাটীত এটা ৭২ লাখ টনৰ শোধনাগাৰ দিলে। ইয়াৰ

দ্বাৰা অকল অসমক বঞ্চিত কৰাই নহয়; অৰ্থনৈতিক ক্ষালৰপৰা ভাৰতবো লোকচান কৰিলে। কাৰণ আন্তৰ্জাতিক বিশেষজ্ঞৰ মতে উৎপাদন কেন্দ্ৰৰ যিমান ওচৰত পাৰি শোধনাগাৰ পাতি শোধিত সামগ্ৰীৰ চাহিদা বঢ়াই নিব লাগে। কেন্দ্ৰীয় চৰকাৰে অইন মূল্যহীন যুক্তিৰ বাহিৰেও আমাক নিচুকনি দিয়া যুক্তি দেখুৱাই কৈছিল যে শোধনাগাৰ এটা স্থাপনৰ দ্বাৰা আমাৰ নিবনুৱা সমস্যাৰ সমাধানৰ একো সহায় নহ'ব। কাৰণ তেওঁলোকৰমতে এটা ডাঙৰ শোধনাগাৰতো মাত্ৰ ৪০০ জনমানহে লোক নিয়োগ হয়; আৰু তাৰো বেচিভাগে নিপুণ বা অৰ্দ্ধনিপুণ কাৰিকৰ। এই কথা যে সাৰশূন্য তাক গুৱাহাটী শোধনাগাৰেই প্ৰমাণ কৰিছে। তাত ১৩০০ বো অধিক লোকে কাম কৰে। দ্বিতীয়তে শোধনাগাৰ স্থাপন কৰোতে ঘৰ, ৰাস্তা, পদূলি আদি নিৰ্মাণত বহুতৰ কৰ্ম সংস্থান হৈছিল আৰু এতিয়া সেইবোৰ মেৰামত আদি কৰি ৰখাৰ কাৰণেও বহুত লোক নিয়োগ হৈ আছে। তৃতীয়তে এই কাম কৰা লোকসকলৰ কাৰণে স্কুল, হাচপাতাল আদি হৈছে আৰু সংস্থানৰ কাৰণে বহু লোকৰ কৰ্ম সংস্থান হৈছে। চতুৰ্থতে এই লোকসকলৰ খোৱা-লোৱাৰ যোগান ধৰিবলৈ হাট-বজাৰ বহিছে আৰু নতুনকৈ উৎপাদন কৰিব লগা হৈছে। মুঠৰ ওপৰত তাত এখন নতুন চহৰ গঢ়ি উঠিছে আৰু বহুতো লোকৰ জীৱিকা ওলাইছে। ইকালে শোধ-নাগাৰৰ কাৰণে গজাল, বল্টুকে আদি কৰি বহু বস্তুৰ উৎপাদন কৰোতে বহুলোকে কাম পাইছে আৰু শোধনাগাৰৰ পৰা উৎপাদিত হোৱা কিছুমান বস্তুৰ পৰা ইণ্ডিয়া কাৰ্বন, অসম কাৰ্বন, অক্সিজেন এচিটেলিন আদিৰ দৰে নতুন নতুন উদ্যোগ স্থাপন হৈ কৰ্ম সংস্থান উলিয়াইছে। গতিকে বৃহৎ উদ্যোগ স্থাপনৰ দ্বাৰা আমাৰ নিবনুৱা সমস্যা সমাধানত একো সহায় নকৰা কথা যে মূল্যহীন আৰু আমাক বঞ্চিত কৰাবহে এটা আঁচনি তাক প্ৰমাণ কৰিছে।

দ্বিতীয়তে অসমৰ তেল অসমত শোধন নকৰি বাহিৰত

শোধন কৰাৰ ফলত আমি বিক্ৰিৰ কৰ আদি ভালেমান কৰৰ পৰা বঞ্চিত হৈছো। আমি আটাইতকৈ বেচি বঞ্চিত হৈছো আমাক নাম মাত্ৰ ৰয়েলটি বা শুল্ক দিয়াৰ কাৰণে। কেন্দ্ৰীয় চৰকাৰে বাহিৰ পৰা এতিয়া প্ৰায় ২০০০.০০ (দুই হাজাৰ) টকা টনে দি খাৰুৱা তেল আমদানি কৰে। কিন্তু আমাক ৰয়েলটি দিছিল ৪২.০০ টকা আৰু তাক এতিয়া বঢ়াই ৬১ টকা কৰিছে। তেল উৎপাদনৰ খৰচ টনে তেওঁলোকৰ হিচাপমতে ৩১৫.০০ টকা পৰিলে ৰয়েলটি ৬১ টকা বাদ দি বাকী টনে প্ৰায় ১৬৪০.০০ টকা কেন্দ্ৰীয় চৰকাৰৰ লাভ। ইয়াৰ আধা আমাক দিলেও আমি টনে আঠ শৰ ওপৰত ৰয়েলটি পাওঁ; আৰু এতিয়া প্ৰায় ৫০ লাখ টন উৎপাদন কৰি ৪০০ কোটি টকা আমি পাব পাৰো। আৰু তাৰ পৰা আমি বঞ্চিত হৈছো।

ইয়াৰ উপৰিও তৈলভূমিত বহু পৰিমাণ গেছ ওলাইছে আৰু সেইবোৰৰ বেচি ভাগেই জ্বলাই দিয়া হৈছে। এই জ্বলাই দিয়া গেছৰ মূল্য বৰ্ত্তমান খাৰুৱা তেলৰ দাম ২০০০ টকা ধৰিলে বছৰি ২৩০ কোটি টকা হয়। এই টকা জ্বলাই দি আছে। ডিগবৈত উৎপাদিত ওৱাক্স (wax)ৰ পৰা মমবাতি তৈয়াৰ কৰি হাজাৰ হাজাৰ ৰিফিউজী পোহ-পাল যাব ধৰিছে। অসমীয়া ডেকাই অতি সহজ আৰু খুব কম খৰচতে এই উদ্যোগ কুটিৰ শিল্প হিচাপে হাতত ল'ব পাৰে।

নিবনুৱা সমস্যা সমাধানৰ কাৰণে হলেও অসমৰ খাৰুৱা তেল অসমতে শোধনাগাৰ পাতি শোধন কৰিব লাগিব।

**কয়লাখনি:** অসমত মাৰ্ঘেৰিতা, লিডু আৰু ডিমি অঞ্চলত যথেষ্ট পৰিমাণৰ কয়লা আছে আৰু সেইবোৰ খনিৰ পৰা কয়লা উৎঘাটন কৰি আছে। কিন্তু দুৰ্ভাগ্যবশতঃ তাত খুবকম থলুৱা লোকেহে কাম পাইছে।

কাৰ্বি আংলং পাহাৰত খুব উৎকৃষ্ট বিধৰ চুনশিল আছে।

তাৰ পৰা আমি চুনশিল আৰু বিলাতি মাটিৰ কাৰখানা পাতিব পাৰো।

ইটা পুৰিবৰ কাৰণে কাৰণে ভাল মাটি গোটেই অসম জুৰি আছে আৰু ইটাৰ ভাটা পাতি বহুতো ডেকাৰ কৰ্ম-সংস্থান উলিয়াব পাৰে। ইয়তো কাম কৰা শ্ৰমিক বেচি ভাগ বিহাৰৰ। গোৱালপাৰাৰ চান্দোডিঙা পাহাৰত আৰু কামৰূপৰ হাহিম অঞ্চলত লোৰ আকাৰ পোৱা গৈছে। তাৰ উদ্ঘাটনৰ কাম হাতত ললে বহুতো কৰ্মসংস্থান ওলাব।

বঙাইগাওঁত প্ৰতিষ্ঠিত পেট্ৰ'ৰাসায়নিক চক্ৰৰ পৰা ভালেমান ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ স্থাপন কৰি থলুৱালোকৰ কৰ্মসংস্থান উলিয়াত চৰকাৰে আগভাগ লোৱা উচিত।

বনজ সামগ্ৰীৰ ভিত্তিত উদ্যোগঃ অসমত উৎকৃষ্ট বিধৰ কাঠ আৰু প্ৰায় ৫২ বিধ বাঁহ পোৱা যায়। শাল, চেগুন, শিশু, হলক, নাহৰ, তিতাচাপা আদি প্ৰথম শ্ৰেণীৰ কাঠৰ পৰা কাঠ ফলা কলকে (sow mill) আদি কৰি ঘৰ বন্ধা, ঘৰৰ কাৰণে দৰজা-খিৰিকী তৈয়াৰ কৰা চকি মেজ আদি, ঘৰ সজোৱা আচবাব তৈয়াৰ কৰা কাৰখানা খুলি—উঠি অহা ডেকাসকলে নিজৰ জীৱিকা উপাৰ্জন কৰিব পাৰে। শিমলু, হোলং আদি নৰম কাঠ ৰেলৰে শ্লিপাৰ আৰু দিয়াচলাই কাৰখানাত ব্যৱহৃত হয় আৰু এই নৰম কাঠবোৰৰ পৰা প্লাইউদ তৈয়াৰ হয়। অসমৰ চাহ বাগিছাত কেইবালাখো চাহ বাকচ প্লাইউদৰ দ্বাৰা তৈয়াৰ কৰা হয়। যোৱা ১৫ বছৰ মানত ৩০টা মান প্লাইউদ ফেক্টৰী ব্যক্তিগত খণ্ডত স্থাপন হয়। কিন্তু দুৰ্ভাগ্যবশতঃ তাৰ শতকৰা মালিক আৰু শ্ৰমিক ৯৫ জনেই বাহিৰৰ মানুহ।

অসমৰ বাঁহ আৰু বাঁহ জাতীয় খাগৰি আদি বনৰ পৰা উৎকৃষ্ট কাগজ তৈয়াৰ হয়। বৰ্ত্তমানে এই সামগ্ৰীবোৰ পশ্চিম বঙ্গৰ কাগজৰ কলবোৰক যোগান ধৰি আছে। যোগীঘোপাত

এটা কাগজৰ কল বিহাৰ চৰকাৰৰ লগত যুটীয়া হিচাপে স্থাপন কৰিছিল। সুপৰিচালনাৰ অভাৱত কলটো বৰ্ত্তমান অচল হৈছে। জাগীৰোডত আৰু এটা কাগজৰ কল স্থাপনৰ কাম আৰম্ভ হৈছে। এইবোৰ কাৰখানাত কাৰখানাৰ কামৰ বাহিৰেও বাঁহ আদি যোগান ধৰি বহুলোক পোহপাল যাব পাৰে।

বনজ সামগ্ৰীৰ পৰা হাৰ্ডবোৰ্ডো তৈয়াৰ কৰিব পাৰি। গুৱাহাটীৰ ওচৰত এনে এটা ফেক্টৰী কৰি বৰ্ত্তমানে সুপৰিচালনাৰ অভাৱত বন্ধ হৈ আছে।

অসমৰ জঙ্গলত বেতগছ পোৱা যায়। ডিব্ৰুগড় আৰু গোলাঘাটত বেতবন বেচি। বেতৰ পৰা চকি, মেজ, চাহপাত তোলা পাচি আদি বহু বস্তু তৈয়াৰ হয়।

খৈয়ৰ গছৰ পৰা খয়াৰ তৈয়াৰ হয় আৰু তাতো কিছুমান লোকৰ কৰ্ম সংস্থান হয়।

কৃষিৰ ভিত্তিত উদ্যোগ: ভাৰতৰ উৎপাদিত চাহপাতৰ শতকৰা ৫০ ভাগ অসমত উৎপাদন হয়। ৭৫০ খন চাহ বাগিছাত প্ৰায় ৬০০ ফেক্টৰী আছে আৰু দৈনিক কাম কৰা শ্ৰমিকৰ সংখ্যা ৪ লাখৰো ওপৰ। ইয়াৰ উপৰিও ফাল্টু বন কৰা শ্ৰমিক বহুত আছে। চাহপাত চালান দিবলৈ কেইবালাখ প্লাইউদ বাকচৰ দৰকাৰ আৰু পৰিবহন আদি ব্যৱস্থাৰ কাৰণেও বহুলোকৰ কৰ্মসংস্থান হয়। ইয়াত এতিয়াও থলুৱাই আগভাগ ল'ব পৰা নাই।

মৰাপাট: ভাৰতত উৎপাদিত মৰাপাটৰ শতকৰা ৩০ ভাগ অসমত হয়। কিন্তু ইয়াত মৰাপাটৰ কল নথকাত পশ্চিম বঙ্গলৈ চব মৰাপাট চালান হয়। শিলঘাটত এতিয়া এটা কল স্থাপন হৈছে। কিন্তু এনেকুৱা আৰু অন্ততঃ ২০ কুৰিটা কল ইয়াত হ'ব পাৰে আৰু থলুৱা লোকক কৰ্মসংস্থান দিব পাৰে।

কাৰ্বি আংলঙত কপাহ হয়। কিন্তু কাপোৰৰ কল আমাৰ নাই।

অসম এড়ি, মুগা আৰু পাটৰ উৎপাদনৰ কাৰণে উত্তম ঠাই। মুগা পৃথিবীৰ ভিতৰত অকল অসমতহে হয়। এৰিও জেনেকৈ শতকৰা ৮০ ভাগেই অসমত উৎপন্ন হয়। বহু চেষ্টাৰ ফলত জাগীৰোডত এটা স্পান চিল্ক মিল বহুৱা হৈছিল। কিন্তু পৰিচালনাৰ দোষত স্থানীয় এড়িৰ পৰিবৰ্ত্তে কৰ্ণাটকৰ পৰা পাটৰ থেঁাহা (পৰিত্যক্ত সূঁতাখিনি) আনি ইয়াত ব্যৱহাৰ কৰাত অসমত এড়ি উৎপাদনৰ সহায় হোৱা নাই। এড়ি-মুগাপাট পলু উৎপাদন, সূঁতা কটা বা স্পান মিলক যোগান ধৰা আৰু কাপোৰ বোৱা উদ্যোগত হাজাৰ হাজাৰ লোক পোহপাল যাব পাৰে।

অসমৰ মাটি কুঁহিয়াৰৰ কাৰণে উৎকৃষ্ট। অসমৰ চেনি আৰু গুৰৰ সম্পূৰ্ণ চাহিদা অসমত কুঁহিয়াৰৰ খেতি কৰি পূৰণ কৰিব পাৰি। কুঁহিয়াৰ পেৰা অতি কষ্টকৰ কাৰণে মানুহে কুঁহিয়াৰৰ খেতি খুব কম পৰিমাণে কৰে। কিন্তু চেনিৰ কল থাকিলে তাত যোগান ধৰিবলৈ যথেষ্ট পৰিমাণে খেতি কৰিব পাৰে। বকুৱা বামুণগাওঁত (দেৰগাওঁ) পতা চেনিকলে তাৰ প্ৰমাণ দিছে। কিন্তু বেয়া পৰিচালনাৰ ফলত তাত লোকচান দি আহিছে আৰু এতিয়া চেনিৰ পৰিবৰ্ত্তে তাত মদৰ কাৰখানা পাতি তাতেহে বেচিকৈ মনোযোগ দিছে। এতিয়া আৰু কেইটামান চেনিকল বহুৱাৰ কাম চৰকাৰে হাতত লৈছে। চেনিকল কাৰখানাত কাম কৰা শ্ৰমিকৰ উপৰিও কুঁহিয়াৰৰ খেতি কৰি হাজাৰ হাজাৰ লোক পোহপাল যাব পাৰে।

অসমত সিদিনালৈ ঢেকিৰ চাউলেই বেচিকৈ চলিছিল। বৰ্ত্তমানে মিলৰ চাউলে ঢেকি প্ৰায় অচল কৰিলে। কিন্তু সৰহ ভাগ মিলেই অনা-অসমীয়াৰ হাতত আৰু তাৰ শ্ৰমিক বেচিভাগেই অনা-অসমীয়া। সেইদৰে সৰিয়হ পেৰি তেল খোৱা প্ৰায় উঠি গ'ল। মিলৰ তেল বাহিৰৰ পৰা আহে আৰু যিওৰা দুই চাৰিটা মিল ইয়াত আছে তাতো খলুৱা লোকৰ অভাব।

আটা-ময়দাৰ মিল কেইটাও বাহিৰৰ মানুহৰ হাতত আৰু তাৰ শ্ৰমিকো বাহিৰৰ পৰা আমদানি কৰি অনা।

অসমত স্থাপন কৰিব পৰা উদ্যোগসমূহৰ এটি চমু আভাস দিয়া হ'ল। আমাৰ উঠি অহা ডেকাসকলে উদ্যোগত মন দিলেও বহুত বাধা বিঘিনিৰ সমুখত পৰি হতাশ হ'ব লগা হয়। প্ৰথমতে টকাৰ কাৰণে বেংকৰ ওচৰ চাপি বেচি ভাগ ক্ষেত্ৰতে বিমুখ হয়। কাৰণ বেংকে প্ৰথমে বেলেঞ্চচিত বিচাৰে। কিন্তু নতুনকৈ উদ্যোগ আৰম্ভ কৰিব খোজা সকলে বেলেঞ্চচিত ক'ৰ পৰা দিব? তাৰ উপৰিও আৰু ভালেমান অসুবিধাৰ কাৰণে বৃহৎ উদ্যোগ আৰু বাহিৰৰ উদ্যোগৰ লগত অসমৰ ক্ষুদ্ৰ উদ্যোগবোৰে প্ৰতিযোগিতা কৰিব নোৱাৰে। প্ৰবন্ধ বেচি দীঘলীয়া হ'ব বুলি এই অসুবিধাবোৰৰ বিতং আলোচনাৰ পৰা বিৰত থাকিলো। চৰকাৰে স্থানীয় উদ্যোগত উৎপাদিত বস্তুৰ দামত শতকৰা ১৫ ভাগ পৰ্য্যন্ত সুবিধা দিয়াৰ ব্যৱস্থা কৰিছে। কিন্তু কাৰ্য্য ক্ষেত্ৰত, বিষয়াসকলৰ দোষত ক্ষুদ্ৰ উদ্যোগপতিসকলে সেই সুবিধা নাপায়। চৰকাৰে উদ্যোগ স্থাপনত উচিত ভাবে মনোনিবেশ কৰি স্থানীয় উদ্যোগক উৎসাহ দিলে আৰু ৰাইজ এই বিষয়ে সজাগ থাকিলে অসম অচিৰে উদ্যোগ প্ৰধান ৰাজ্য হ'ব পাৰে আৰু নিবনুৱা সমস্যাৰ এটা সমাধান আনিব পাৰে। চৰকাৰে বিক্ৰি কৰ ৰেহাই দি উদ্যোগ পামবোৰৰ ঘৰভাৰা ৰেহাই দি বা নামমাত্ৰ ভাৰা লৈ উদ্যোগ গঢ়াত সহায় কৰিব পাৰে। ইয়াৰ দ্বাৰা দেখাত যি লোকচান হ'ব, সি অসমৰ উৎপাদন বঢ়াই নিবনুৱা সমস্যাৰ সমাধান কৰি আৰু ৰাজ্যৰ জনসাধাৰণৰ জীৱিকাৰ মান উন্নয়ন কৰি ক্ষন্তেকীয়া লোকচান পূৰণ কৰি চৰকাৰৰ বিত্তীয় পৰিস্থিতি উন্নত কৰিব।

# কংগ্ৰেছ চৰকাৰ

১৯৪২ চনৰ স্বাধীনত সংগ্ৰামত সকলো ভাৰতীয়ই কংগ্ৰেছৰ লগত লগলাগি বৃটিছৰ নিচিনা প্ৰবল পৰাক্ৰমী শাসকক আঁতৰাবলৈ সমৰ্থ হ'ল। মহাযুদ্ধৰ পাছৰ প্ৰথম সাধাৰণ নিৰ্ব্বাচনত সকলো ৰাইজে কংগ্ৰেছে বাছি দিয়া প্ৰাৰ্থী মাত্ৰকে চকুমুদি ভোট দি স্বাধীনতা লাভ কৰিববলৈ যে আমি সকলো ভাৰতীয়ই একগোট তাক বুজাই দিলে। আৰু বৃটিছ চৰকাৰেও এই কথা মানি লৈ ভাৰত ত্যাগ কৰিলে। অৱশ্যে চৰম সাম্প্ৰদায়িকতাৰ ভিত্তিত ভাৰতক বিভাগ কৰি পাকিস্থানক জন্ম দিয়াৰ পাছত। নিৰ্বাচনত জিকি ১৯৪৬ চনত কংগ্ৰেছে মন্ত্ৰীত্ব গ্ৰহণ কৰিলে। ১৯৪৭ চনৰ আগষ্ট মাহত বৃটিছে কংগ্ৰেছৰ হাতত শাসনভাৰ দি ভাৰত এৰি গুচি গ'ল। ভাৰতৰ দুখীয়া ৰাইজৰ দুখ গুচাবলৈ প্ৰতিশ্ৰুতি দিয়া কামবোৰ এতিয়া কংগ্ৰেছ চৰকাৰে গুচাব বুলি ৰাইজৰ মাজত আশাৰ সঞ্চাৰ হ'ল।

৫ বছৰ উকলি যোৱাৰ পিচত ১৯৫১ চনত ভাৰতীয় সংবিধানৰ বিধিমতে আকৌ সাধাৰণ নিৰ্বাচন আহিল। কিন্তু যোৱা পাঁচ বছৰৰ ভিতৰত কংগ্ৰেছ চৰকাৰে আগৰ প্ৰতিশ্ৰুত কামবোৰ পূৰণ কৰিব নোৱাৰিলে। দেশ বিভাজনৰ খেলিমেলি আৰু শাসন কাৰ্য্যৰ অভিজ্ঞতাৰ অভাৱ আদি নানা অসুবিধাৰ কথা গমি চাই ভোটাৰসকলে পুনৰ কংগ্ৰেছকে ভোট দি কংগ্ৰেছক পুনৰ ক্ষমতাত অধিষ্ঠিত কৰিলে। কিছুমান বিজ্ঞলোকে কিন্তু

কংগ্রেছৰ কার্য্যত সন্তুষ্ট থাকিব নোৱাৰি বেলেগে নতুন ৰাজনৈতিক দল গঠন কৰিলে।

আহিল ১৯৫৭ চনৰ নির্বাচন। পূর্বৰ প্রতিশ্রুতিবোৰ প্রায়েই অপূৰণ হৈ ৰ'ল। আকৌ কংগ্রেছ নেতাসকলে আগৰ অসুবিধাৰে পুনৰুক্তি কৰিলে। ভুকুতে কল নপকে, কংগ্রেছৰ কোনো যাদু মন্ত্র নাই যে ফুক মাৰিলেই একোটা নতুন বস্তু গঢ়ি তুলিব বা একোটা সমস্যা সমাধান কৰিব। আমাৰ দেশত ডাক্তৰ নাই, ইঞ্জিনিয়াৰ নাই, বিশেষজ্ঞ নাই। আৰু সেইবোৰ তৈয়াৰ কৰিহে ডাঙৰ কামবোৰ সমাধা কৰিব; ইত্যাদি। অৱশ্যে ইতিমধ্যে তেওঁলোকে কৰা বুলি কিছুমান কামবো লিষ্টি দিলে। এতিয়া ১৯৬২ চনৰ আহি পৰিল। ৰাইজক কি বুলি প্রবোধ দিব খুজিছে ক'ব নোৱাৰো। তেওঁলোকে নকৰি বা কৰিব নোৱাৰি পেলাই থোৱা কামৰ বিৱৰণ দিব গ'লে এখন সৰুসুৰা মহাভাৰত হ'ব। গতিকে তাৰে কেইটিমান মাত্র—বিশেষকৈ অসমৰ ৰাইজৰ লগত জড়িত থকা কথা কেইটিমানৰ উল্লেখ কৰিবলৈ আগবাঢ়িলো।

১। দ্বিতীয় মহাযুদ্ধত বস্তুৰ দাম ভয়ানকভাৱে বাঢ়িল। মানুহৰ দৈনন্দিক জীৱন-যাপনৰ অত্যাৱশ্যকীয় বস্তুসমূহ অসম্ভৱ দাম নিদিলে নোপোৱা হৈ পৰিল। সমাজদ্রোহী কিছুমান লোকে সুযোগ লৈ লাখপতি, আনকি কোটিপতি হ'ব ধৰিলে। স্বাধীনতাৰ আগতে চৰকাৰে কণ্ট্রোল অর্থাৎ নিয়ন্ত্রণ আৰম্ভ কৰি আৰু সমবায় স্থাপন কৰি কিনি খোৱা সকলক আৰু উৎপাদন কৰা সকলক কলাবজাৰৰ ব্যৱসায়ীসকলৰ কবলৰ পৰা ৰক্ষা কৰিবলৈ যত্ন কৰিলে, কিছু পৰিমাণে সকলো হ'ল। যুদ্ধৰ পাছত সকলোৱে আশা কৰিছিল যে বস্তুৰ দাম পুনৰ আগৰ দৰে হ'ব আৰু ৰাইজে উশাহ পাব। কিন্তু সেইটো নহ'ল। কংগ্রেছে শাসন ভাৰ হাতত লোৱাৰ পৰা বস্তুৰ দাম কমিব ছাৰি দিনক দিনে বাঢ়িছে গ'ল। ১৯৩৯ চনৰ দামতকৈ ১৯৪৪ চনৰ বস্তুৰ দাম

প্ৰায় ৪ গুণ বাঢ়িল। ১৯৪৪ চনৰ দামতকৈ ১৯৪৯ চনত আকৌ ডেৰ গুণমান বাঢ়িল। ১৯৪৯ৰ দামতকৈ বৰ্ত্তমানৰ দাম আকৌ ছোৱাগুণ। মুঠতে ১৯৩৯ চনৰ দামতকৈ বৰ্ত্তমানৰ দাম ৭/৮ গুণ চৰা। চৰকাৰৰ ষ্টেটিচটিকেল ডিপাৰ্টমেণ্টে (আয়-ব্যয় আদিৰ বিৱৰণ সংগ্ৰহ কৰি ৰখা বিভাগ) প্ৰকাশ কৰা বুলেটিনত লেখিছে যে ১৯৩৯ চনত ধানৰ দাম ১০০ ধৰিলে ১৯৫৮ চনত তাৰ দাম ৫৩২। অৰ্থাৎ ৫½ গুণ বাঢ়িছে। লগতে খেতিয়কসকলে কিনি খোৱা বস্তুৰ দাম কিমান বাঢ়িছে চাওঁক। নিমখ, চেনি, কেৰাচিন তেল, পিন্ধা কাপোৰ আদিৰ দাম ৫/৬ গুণতকৈ কম বঢ়া নাই। কংগ্ৰেছ চৰকাৰে আগৰ চৰকাৰৰ নীতিকে অনুসৰণ কৰি 'কণ্ট্ৰোল' বজাই ৰাখি কলে বোলে পঞ্চবাৰ্ষিক পৰিকল্পনা সাফল্যমণ্ডিত কৰিবৰ হ'লে কণ্ট্ৰোল একান্ত দৰকাৰ। চাউলৰ ওপৰতো কটকটিয়া কণ্ট্ৰোল বান্ধিছিল আৰু নিজৰ খেতিৰ ধান ঘৰলৈ আনোতে আৰু নিজৰ খাবৰ কাৰণে ৰাখোতেও বহুত সময়ত নিকাৰ ভুগিব লগা হৈছিল। মহাত্মা গান্ধী স্বৰ্গী হোৱাৰ আগতে তেওঁৰ বিৰোধিতাত ধান-চাউলৰ ওপৰত কণ্ট্ৰোল উঠাত মানুহ ৰক্ষা পৰিছিল। কিন্তু এতিয়া আকৌ মাৰ্কেটিং সমবায়ৰ যোগেদিহে বেচা কিনা কৰাৰ ব্যৱস্থা কৰাত ৰাইজৰ কিমান অসুবিধা হৈছে সকলোৱে জানে। টকাৰ অভাৱত সমবায়ে বহুত ক্ষেত্ৰত ধানৰ দাম দিব নোৱাৰে। আকৌ একচেতীয়া সুবিধা পোৱাত কিছুমান সমবায়ৰ কিছুমান কৰ্মচাৰীয়ে নানা কাৰণ দেখুৱাই নিয়ন্ত্ৰিত দামতকৈ কম দাম দিয়ে। ঠিক তেনেদৰে কিনি খাওতাসকলে নিয়ন্ত্ৰিত দামতকৈ প্ৰায়েই বেছি দাম দি কিনি খাব লগা হয়। মাৰ্কেটিং সমবায়ৰ যোগেদি কিনি থোৱা ধান চৰকাৰী গুদামৰ পৰা ৰাখিথা ধানৰ দাম বাঢ়িলে উলিয়াই দি নিয়ন্ত্ৰণ কৰা দোকানৰ যোগেদি ৰাইজক বিতৰণ কৰিব লাগে। কিন্তু কাৰ্য্য ক্ষেত্ৰত সি হৈ নুঠে। গুদামৰ ধান খুলি দিওঁতে দিওঁতে কণ্ট্ৰোল দাম মোলে ১০ টকা

থাকিলে কিনি খাওঁতা সকলে ১৩।১৪ টকা পৰ্য্যন্ত দি কিনিব লগা হয়। আকৌ খেতিয়কে যেতিয়া ৮ বা ৯ টকা পাব লাগে তেতিয়া তেওঁলোকেও নানা কাৰণত ৭-৮ টকাৰ বেচি নাপায়।

ক'লা বজাৰৰ ব্যৱসায়ীসকলৰ কবলৰ পৰা ৰাইজক ৰক্ষা কৰিবলৈ কণ্ট্ৰোল কৰা হয়। কিন্তু কাৰ্য্য ক্ষেত্ৰত দেখা যায় যে কণ্ট্ৰোলৰ ফলত কিছুমান লোকে লাভজনক উদ্যোগ বা বেপাৰত মনোপলি অৰ্থাৎ একচেতীয়া কাৰবাৰৰ সুবিধা লাভ কৰে। ৰাইজৰ উপকাৰ কৰিবলৈ গৈ যদি ৰাইজৰ অপকাৰহে হয় তেনেহলে কণ্ট্ৰোল নথকাই ভাল।

প্ৰত্যেক বছৰে কংগ্ৰেছে মহাসভা পাতি ২০।২৫ লাখ টকা খৰচ কৰে। এতিয়া নিৰ্ব্বাচনত লাখ লাখ টকা খৰচ কৰিব। অকল অসমতে ১৩ তেৰ লাখ টকা খৰছ কৰিব বুলি বাতৰি কাকতত ওলাইছে; আৰু শুনিব পোৱা যায় যে ইয়াত ৩০ ত্ৰিশ লাখ পৰ্য্যন্ত খৰচ কৰিব। এই টকাবোৰ কংগ্ৰেছে ধনী সম্প্ৰদায়ৰ পৰা তোলে। একোখন ফাৰ্ম্মৰ পৰা ৫০০০ পাঁচ হাজাৰ ১০০০০ দহ হাজাৰ বা তাতোকৈ বেচিকৈ টকা লয়। কোম্পানীবোৰে ৰাজনৈতিক দলত কোনো টকা দান কৰিলে অড়িতে ধৰে। সেই কাৰণে যোৱা বছৰ লোকসভাত কোম্পানী আইন সংশোধন কৰি কোম্পানীয়ে ৰাজনৈতিক দলত দান কৰিব পৰা ক্ষমতা দি এখন বিল কংগ্ৰেছ চৰকাৰে উত্থাপন কৰে। আটাইবোৰ বিৰোধী দিলে সেই বিলৰ বিৰোধিতা কৰিছিল। কিন্তু কংগ্ৰেছ চৰকাৰে সংখ্যা গৰিষ্ঠৰ সুবিধা লৈ বিল পাছ কৰিলে। অৱশ্যে বিৰোধীদল-বোৰৰ হেঁচাত দানৰ উৰ্দ্ধতম পৰিমাণ ২৫০০০ টকা ধাৰ্য্য কৰিলে। এনেকৈ টকা লোৱাৰ ফলত যে ক'লা বাজাৰৰ সৃষ্টি হয় তাক বহলাই নকলেও হ'ব। আৰু ক'লা বাজাৰৰ পৰা ৰাইজৰ কিমান জুলুম হয় সকলোৱে জানে। ক'ব পাৰে ক'লা বাজাৰৰ কাৰণে আমি ৰাইজেহে দায়ী। কংগ্ৰেছ চৰকাৰ নহয়। কিন্তু

এই ক'লা বজাৰ যদি কংগ্ৰেছ চৰকাৰে বন্ধ কৰিব নোৱাৰে আৰু এই যোৱা ১৫ বছৰ ধৰি পৰা নাই তেনেহলে তেওঁলোকে গদি এৰি দিয়া উচিত। আৰু বাইজে সংবিধানত বান্ধি দিয়া বিধি অনুসৰি প্ৰত্যেক পাঁচ বছৰৰ মূৰত শাসনকাৰ্য্য সুচাৰুৰূপে চলাবলৈ অক্ষম দলক বাহিৰ কৰি অইন দলৰ হাতত দিব বুলি আমাৰ বিশ্বাস। পৰিকল্পনাৰ নামত বস্তুৰ দাম দিনে দিনে বাঢ়ি গৈ আছে। অৰ্থাৎ টকাৰ মূল্য কমি গৈ আছে। ফলত নিৰ্দ্ধাৰিত বেতন ভোগীসকলৰ আলৈ আহুকাল কুলাই-পাচিয়ে নধৰা হৈছে। কম বেতন পোৱা প্ৰায় ভাগ কৰ্ম্মচাৰীয়েই ঘৰৰ খেতি-বাতিৰ ওপৰত কিছু পৰিমাণে নিৰ্ভৰ কৰিব লাগে। যি সকলৰ এই সুবিধা নাই তেওঁলোকে আধাপেটি থাকিব লাগে। ইফালে খেতিয়কসকলৰ শস্যৰ যি বেচি দাম পোৱা দেখা যায় সি আচলতে ভুৱা। কাৰণ আচলতে টকাৰ হে মূল্য কমিছে। তেওঁলোকে একহাতে যেনেকৈ শস্যৰ দাম বেচি পাইছে তেনেকৈ আনহাতে নিজে কিনিব লগা বস্তুৰ দাম বহুতো বেছি দিছে। পৰিকল্পনাৰ নামত বছৰে কোটি কোটি টকাৰ ঘাটি বাজেট কৰি অপব্যয় কৰাটোৱেই টকাৰ মূল্য এনেদৰে হ্ৰাস হোৱাৰ মূল্য কাৰণ! বস্তুৰ দাম নিৰ্দ্ধাৰিত ভাবে স্থায়ী কৰিব নোৱাৰিলে ক্ষুদ্ৰ সঞ্চয় বা বৃহৎ সঞ্চয় সকলো মিছা।

২। জমিদাৰী উচ্ছেদ কৰিব বুলি কংগ্ৰেছে এটা ঘাই প্ৰতিশ্ৰুতি দিছিল। কিন্তু শাসনভাৰ লোৱাৰ পাছত বহুদিনলৈ তেওঁলোকে তলকা মাৰি থাকিল। পিচে ৰাইজৰ দাবীৰ হেঁচাত তেওঁলোকে আইন পাছ কৰিলে। কিন্তু আজিলৈ আইন সম্পূৰ্ণ কাৰ্য্যকৰী কৰি তুলিব পৰা নাই। গোৱালপাৰা জিলাত কাৰ্য্যক্ৰম হাতত লোৱা হৈছে। কিন্তু কৰিমগঞ্জ মহকুমাত এতিয়ালৈ যিখন প্ৰাথমিক ন'টিচ দিব লাগে তাকেই দিয়া হোৱা নাই। কেতিয়াকৈ হ'ব কব নোৱাৰো। ইফালে গোৱালপাৰা জিলাত নতুন জৰীপ আৰু

বন্দবস্তীৰ নামত অসংখ্য বিবাদৰ সৃষ্টি কৰিলে। গোৱালপাৰা ৰাইজৰ চুৰ্তি হেৰাব ধৰিছে। জমিদাৰ, জোতদাৰসকলৰ পাবলগীয়া টকা পাওঁতেও হায়ৰাণ হৈছে। জমিদাৰী উচ্ছেদৰ লগত জমিদাৰৰ কৰ্ম্মচাৰী বৃন্দক চৰকাৰে চৰকাৰৰ কামত নিয়োগ কৰিলে। কিন্তু তেওঁলোকক চৰকাৰী কৰ্ম্মচাৰীৰ বেতনৰ হাৰত বেতন নিদি জমিদাৰসকলে দিয়া হাৰত দিবৰ থিৰ কৰিলে। বহুতো আবেদনৰ পাছত এটা মাজা-মাজি হাৰত দিয়াৰ থিক কৰিছে। কিন্তু চৰকাৰী চাকৰিৰ হাৰত দিয়া নহল; যদিও তেওঁলোক এতিয়া চৰকাৰৰে বেতনভোগী কৰ্ম্মচাৰী।

জমিদাৰী উচ্ছেদৰ লগতে খেতিৰ মাটিৰ সৰ্ব্বোচ্চ পৰিমাণ বান্ধি দি চিলিং আইন (Ceiling Act) পাছ কৰিলে। কিন্তু আজিলৈ এই আইন কাৰ্য্যকৰী কৰা হোৱা নাই।

৩। অসমত খেতিয়কৰ মাটি নিচেই কম। কিন্তু বাহিৰৰ মানুহৰ আৰু আনকি কেন্দ্ৰীয় চৰকাৰৰ মানত ইয়াত মাটিৰ অভাৱ নাই। যেহেতু অসমৰ মাটিৰ কালি ৮৫০০০ বৰ্গ মাইল আৰু লোক সংখ্যা মাত্ৰ ১ কোটি (১৯৫১ চনৰ লোক গণনা মতে)। কিন্তু এই ৮৫০০০ বৰ্গ মাইলৰ ভিতৰত যে নেফাৰ ৩৫০০০ আৰু পৰ্ব্বতীয়া জিলা কেইখনৰ ২৭০০০ বৰ্গমাইল সোমাই আছে তাক পাহৰি যায়। তাৰ উপৰিও ভৈয়ামত জনজাতিৰ কাৰণে আচুতীয়াকৈ ৰখা ৬০০ আৰু ভৈয়ামৰ ফৰেষ্ট ৰিজাৰ্ভৰ ৫০০০ বৰ্গ মাইল বাদ দিলে মাত্ৰ ১১৯০০ বৰ্গ মাইলহে থাকে। তাতে জনসংখ্যা ৭০,০০,০০০ সত্তৰ লাখৰো ওপৰ আছিল আৰু বৰ্ত্তমান প্ৰায় ৮৫,০০,০০০ পচাশী লাখ হৈছে; অৰ্থাৎ বৰ্গ মাইলত জন সংখ্যা ৭০০ ৰো ওপৰ। এই ১১৯০০ বৰ্গ মাইলৰ ভিতৰেদি বিশাল ব্ৰহ্মপুত্ৰ আৰু ১ শুন উপনদী বৈ গৈছে আৰু ৮৬৫ বৰ্গ মাইল গৰু ম'হৰ চৰণীয়া হিচাপে ৰিজাৰ্ভ ৰখা হৈছে। আজি কেইবছৰ মান আগতে এটা পিয়ল, কৰি দেখা

গৈছে যে অসমৰ শতকৰা ১৫ জন লোক একেবাৰে মাটিহীন আৰু প্ৰায় ৫২ জন লোকৰ ঘৰে পতি ১০ বিঘাতকৈ কম মাটি। এনে অৱস্থাতো কংগ্ৰেছ চৰকাৰে পাকিস্থানৰ পৰা অহা ভগনীয়াৰ সোঁত আৰু পূব পাকিস্থানৰ মুছলমানৰ অনুপ্ৰবেশ বন্ধ কৰিব পৰা নাই; আৰু ৫ লাখৰ ওপৰ ভগনীয়া অসমলৈ আহে। তাৰ ফলত অসমত বাস কৰা মানুহৰ মাটিৰ অভাৱ অধিকতৰ হয়। অসমত যথেষ্ট পৰিমাণে খেতিৰ মাটি চন পৰি থকা বুলি বাহিৰত মানুহে সদায় কয়। সেই কাৰণে ১৯৫৯-৬০ চনৰ এটা কমিটিৰ দ্বাৰা তদন্ত কৰি পোৱা হ'ল যে গোটেই অসমতে মাত্ৰ ১,৯৬০০০ বিঘা খেতিৰ উপযুক্ত মাটি চনে আছে। তাৰে ভিতৰত ১০১০০০ বিঘা ট্ৰাইবেল বেল্টৰ ভিতৰত। বাকী ৯৫০০০ বিঘা মাটি ৩০ বিঘাকৈ দিলে ৯৫০০ পৰিয়ালকহে দিব পাৰি। কিন্তু স্থানীয় মাটিহীনৰ সংখ্যা ১২ লাখ অৰ্থাৎ প্ৰায় ৩ লাখ পৰিয়াল। এনে অৱস্থাত বাহিৰৰ পৰা মানুহ অহা আৰু ৰিজাৰ্ভ আদি বেদখল কৰা বন্ধ কৰিব নোৱাৰা কংগ্ৰেছ চৰকাৰৰ একান্ত দুৰ্ব্বলতাৰ চিন। মাটিহীনসকলৰ কাৰণে চাহ বাগিচাৰ উদ্বৃত্ত মাটি অধিগ্ৰহণ কৰাৰ আইন কৰা হৈছে। কিন্তু কোনো কোনো ক্ষেত্ৰত এখন বাগিচাতে ১৫০০০ বিঘা পৰ্য্যন্ত উদ্বৃত্ত মাটি থকা সত্বেও বাগিচাৰ মালিকে আপীল কৰাত গবৰ্ণমেণ্টে অধিগ্ৰহণ কৰা মাটি খালাছ কৰি দিয়া দেখা যায়।

ইফালে আকৌ মথাউৰি বন্ধাত যেনেকৈ কিছুমান মাটি বান-পানীৰ পৰা ৰক্ষা কৰি বহুত পৰিয়ালক উপকাৰ কৰিলে তেনেকৈ হাজাৰ হাজাৰ বিঘা মাটি, সুন্দৰ ঘৰ-বস্তীৰে সৈতে নদীৰ বুকুত পেলাই শ শ লোকক গৃহহীন আৰু সৰ্ব্বহাৰা কৰিছে। পাকিস্থানৰ পৰা উচ্ছেদ হোৱা অসমীয়া ভগনীয়া সকলৰো বিলায়-বিপত্তি সেই একে ৰকমেই হৈছে। তাৰ উপৰি ব্ৰহ্মপুত্ৰ, জীয়া ভৰলি, বেকী আদি নদীৰ গৰাখহনীয়াতো শ শ লোক গৃহহীন আৰু

স্থানচ্যুত হৈছে। পাকিস্থানৰ পৰা অহা ভগনীয়াসকল যেনেকৈ সকলোৰে সহানুভূতিৰ পাত্ৰ এই স্থানীয় ভগনীয়া সকলো বাইজৰ আৰু চৰকাৰৰ সহানুভূতিৰ পাত্ৰ। কিন্তু কংগ্ৰেছ চৰকাৰে তেওঁ-বিলাকৰ প্ৰতি সমান সহানুভূতিশীলও হোৱাই নাই। তেওঁলোকৰ দুখ দুৰ্গতিৰ প্ৰতি আওকনীয়া যেনহে দেখা যায়। পাকিস্থানৰ পৰা অহা ভগনীয়াসকলক দিয়া সাহায্যৰ দৰে তেওঁলোকক টকা পইচা দিয়াৰ বা বহিবলৈ মাটি দিয়াৰ কোনো সু-পৰিকল্পিত আঁচনি কৰা নাই। মাঠাউৰি বন্ধাৰ ফলত পুৰণা বস্তিৰ পৰা বহুতো ঘৰ আদি উঠাই নিব লগা হোৱাত চৰকাৰৰ পৰা ৩০০ টকাকৈ সাহায্য দিবৰ কথা চলিছিল। পিছে এই সাহায্যৰ পৰিবৰ্ত্তে ৩০০ টকাকৈ ঋণ দিয়াৰ থিৰ হ'ল। গৃহহীন সকলে নিৰুপায় হৈ মাটি অধিগ্ৰহণ কৰাৰ ক্ষতি পূৰণৰ টকা পালে এই ঋণ পৰিশোধ কৰিব পাৰিব বুলি টকা ললে। তাৰ পাছত চৰকাৰে নতুন আইন কৰি ক্ষতি পূৰণৰ টকা বজাৰ দৰৰ দহ ভাগৰ এক ভাগ মানহে দিয়াৰ থিৰ কৰিলে। ইফালে ঋণৰ টকাৰ কাৰণে ক্ৰোকি উলিয়ালে।

মাটিহীন বা ভগনীয়াৰ কাৰণে ৰিজাৰ্ভ খুলিব দিছে। ইফালে ১০।১২ বছৰ ধৰি গহপুৰৰ ওচৰত মণ্ডলে দেখুৱা মতে চৰকাৰী মাটিত বহা কিছুমান খিলঞ্জীয়া মানুহক সেই মাটি ফৰেষ্ট ৰিজাৰ্ভত পৰা বুলি উচ্ছেদ কৰা হৈছে। উচ্ছেদৰ পাছত কলৈ যাব তাৰ বন্দোবস্ত নাই। এনেদৰে বহুঠাইত মাটিহীন বা গৰাখহনীয়াত উচ্ছেদ হোৱা মানুহে ৰিজাৰ্ভত বহি থকাতে অইন মাটিৰ বন্দোবস্ত নকৰাকৈ তেওঁলোকক উচ্ছেদ কৰা হৈছে। অলপতে গোলাঘাটৰ ওচৰত এনেকুৱা ঘটনা হৈছে আৰু উচ্ছেদ হোৱা পৰিয়াল বিলাক গোলাঘাট চহৰত অনাই-বনাই ফুৰিব লগা হৈছে।

মথাউৰিৰ কাৰণে অধিগ্ৰহণ কৰা মাটিৰ উচিত দাম দিবলৈ চৰকাৰৰ টকা নাই। কিন্তু ডিব্ৰুগড়ত জালানৰ মাটি আপোচে

বিঘাই ৬৭৫ টকাৰ পৰা ৭৫০০ টকাকৈ দি ২২ লাখ টকা দিবলৈ টকা ওলাল। আকৌ ৰিফাইনেৰী আদিৰ কাৰণে গুৱাহাটীৰ ওচৰৰ গাওঁৰ মাটি বিঘাত ৩০০০ৰ পৰা ৫০০০ টকা পৰ্য্যন্ত দি ৫০ লাখৰো ওপৰ টকা খৰচ কৰিব পাৰিলে।

ওপৰত সংক্ষেপে উল্লেখ কৰা কথাখিনিৰ পৰা বুজিব পাৰি যে মাটি অধিগ্ৰহণ, ক্ষতিপূৰণৰ টকা বিতৰণ আৰু বেদখলৰ উচ্ছেদ কাৰ্য্যত কংগ্ৰেছ চৰকাৰে কোনো ধৰা-বন্ধা নীতি পালন কৰা নাই। আকৌ কংগ্ৰেছ দলৰ ভিতৰত উপদল সমূহৰ অৰিয়া অৰিত পৰি খুলি দিয়া ৰিজাৰ্ভৰ মাটিও বিতৰণ নহয়। এনেকৈ শিৱসাগৰ জিলাত কেইবা হাজাৰো বিঘা মাটি ৰিজাৰ্ভৰ পৰা খুলি দিয়া সত্বেও কেইবা বছৰ ধৰি তাক বিতৰণ কৰিব পৰা নাছিল।

৪। বন বিভাগতো স্থানীয় লোকৰ সেই একে অৱস্থা। ইয়াৰ ঠিকাদাৰসকলৰ শতকৰা প্ৰায় ৮০ জনেই অসমৰ বাহিৰৰ মানুহ। তেওঁলোকে ধন ঘটি অসমৰ বাহিৰলৈ লৈ যায়। কাঠ কটা কল ( Saw mill ) আৰু প্লাইউদৰ কল Plywood factory প্ৰায় আটাইকেইটা অনা-অসমীয়াৰ হাতত। নতুনকৈ মিল খুলিবলৈ দৰ্খাস্ত কৰিলে জঙ্গলত যথেষ্ট গছ নাই বুলি লাইচেঞ্চ দিয়া নহয়। কাৰণ মিল খুলিব খোজাসকলৰ লোকচান হ'ব। কিন্তু আচলতে পুৰণি যিসকলে একচেতীয়া কাৰবাৰ কৰি আছে তেওঁলোকৰ একচেতীয়া কাৰবাৰ নষ্ট হৈ লাভৰ অংশ কম হ'ব। জাপানৰ পৰা কেইজন মান বিশেষজ্ঞৰ এটা দল অসমত উদ্যোগৰ সুবিধাৰ অনুসন্ধান কৰি ৰিপৰ্ট কৰাৰ কাৰণে অনা হৈছিল। সেই বিশেষজ্ঞ দলে ৰিপৰ্ট দিছিল যে অসমৰ মানুহৰ ঘৰবোৰ উন্নত কৰিবলৈ কাঠৰ খুটা, বাতাম আদি ব্যৱহাৰ কৰিব পৰা যায়, আৰু অসংখ্য কাঠৰ মিল খুলিব পৰা যায়। সেই সময়ত (১৯৫৭ চনত) অসমত মুঠ কাঠৰ কল আৰু কাৰখানাৰ সংখ্যা আছিল ৫৭টা। জাপানী দলে সদ্যহতে আৰু ১৪৪টা মিল খোলাৰ প্ৰস্তাব দিয়ে। তাৰ

দ্বাৰা চাৰি হাজাৰৰো ওপৰ বনুৱাৰ সংস্থান হ'ল হৈ। কিন্তু কংগ্ৰেছ চৰকাৰে নতুন ক'ল বা কাৰখানাৰ লাইচেঞ্চ দিব নোখোজে। কাৰণ—(১) যথেষ্ট পৰিমাণ কাঠ অসমত নাই আৰু নতুন কল মালিকসকলৰ লোকচান হ'ব। (২) দ্বিতীয়তে জঙ্গলৰ পৰা কাঠ খুব চুৰি হ'ব আৰু তাক দমন কৰা কঠিন হ'ব। এই দুয়োটা কাৰণেই কিমান যুক্তিহীন বা মূল্যহীন ৰাইজে সহজে বুজিব পাৰিছে। ফলত অসমীয়া মানুহে এতিয়া কাঠৰ কল বা কাৰখানা খুলিবলৈ আগবাঢ়ি আহিলেও লাইচেঞ্চ দিয়া নিয়মৰ প্ৰতিবন্ধকতাত খুলিব নোৱাৰে। কিন্তু ডাঙৰ কোম্পানী হলে অকল লাইচেঞ্চ নহয় লগতে কাঠৰ কাৰণে জঙ্গলৰ লিজ পায়। অইন সৰু-সুৰা কোম্পানীৰ দৰে নিলামত 'কুপ' ডাকি ল'ব নালাগে। এনেকুৱা উদাহৰণো পোৱা যায় য'ত গবৰ্ণমেণ্টে বান্ধি দিয়া নিৰিখতকৈ 'কনজাৰভেতৰে' কম নিৰিখত কাঠৰ পাৰমিট দিয়াত চৰকাৰে অনুমোদন কৰিছে।

৫। উদ্যোগৰ ক্ষেত্ৰত বৰ্ত্তমান চৰকাৰে বহুত কাম কৰা বুলি ক'ব ধৰিছে। কিন্তু আচলতে কি অৱস্থা হ'ল চাওক।

অসমৰ খাৰুৱা তেল অসমতে শোধন হ'ব লাগে। কিন্তু কেন্দ্ৰীয় কংগ্ৰেছ মন্ত্ৰী মালব্যজীয়ে তাক বাৰউনীলৈ নি শোধনাগাৰ পাতিবলৈ থিৰ কৰিলে। অসম চৰকাৰে বাধা দিব নোৱাৰিলে। প্ৰধান মন্ত্ৰী নেহৰুজীৰ ওচৰত আবেদন কৰাত তেখেতে কৈছিল যে বিশেষজ্ঞৰ যদি অভিমত হয় যে অসমত টেক্‌নলজিকেল ফালৰ পৰা আৰু অৰ্থনৈতিক ফালৰ পৰা শোধনাগাৰ সম্ভৱপৰ হ'ব পাৰে তেনেহলে শোধনাগাৰ অসমত নোহোৱাৰ কাৰণ নাই। বিশেষজ্ঞসকলে অভিমত দিলে যে সকলো ফালৰ পৰা বিবেচনা কৰি অসমৰ শিলঘাটেই সৰ্ব্বোৎকৃষ্ট ঠাই। আকৌ বাৰাউনীত যেতিয়া শোধনাগাৰ স্থাপনৰ কাৰণে ৰুচিয়াৰ পৰা কল-কব্জাবোৰ আহি পৰিল তেতিয়া ৰুচিয়াৰ বিশেষজ্ঞসকলে কলে

যে বাৰাউনী শোধানাগাৰৰ কাৰণে একেবাৰে অনুপযুক্ত ঠাই। কিন্তু কংগ্ৰেছ চৰকাৰে কি কৰিলে? অসমত (শিলঘাটত নহয় গুৱাহাটীত হে) এটা ৭½ লাখ টনৰ শোধনাগাৰ পাতি বাৰাউনীত এটা ২২½ লাখ টনৰ শোধনাগাৰ পতাৰ স্থিৰ কৰিলে। অসমৰ এই ক্ষুদ্ৰ শোধনাগাৰটোও পতাৰ সন্মত হ'ল মাত্ৰ প্ৰজা ছোচিয়েলিষ্ট পাৰ্টিৰ আহ্বানত ৰাজ্য জুৰি হৰতাল পালনৰ ফলত। এই হৰতালত পি. এচ. পি স্বেচ্ছাসেৱকসকলে কংগ্ৰেছ চৰকাৰৰ হাতত লাঠিৰ কোব আৰু ফাটক খাইছিল। আৰু শিলঙৰ উচ্চ বিষয়াসকলৰ পৰিবাৰ বৰ্গই পিকেটিং কৰি হৰতাল সম্পূৰ্ণভাবে সফল কৰাৰ কাৰণে সেই বিষয়াসকলৰ ওপৰত কৈফিয়ৎ তলব কৰিছিল কংগ্ৰেছ চৰকাৰে।

শোধনাগাৰ দিলে হয়, কিন্তু বাৰাউনীলৈ খাৰুৱা তেল নিয়াৰ কাৰণে যি অতিৰিক্ত খৰচ হ'ল তাক অসমৰ ৰাইজৰ পৰা উলিয়াবৰ বন্দোবস্ত কৰিলে। খাৰুৱা তেলৰ দামৰ ওপৰত শতকৰা ১০.০০ টকাকৈ অসমে ৰয়েলটি (ৰাজহ) পায়। বাৰাউনীলৈ খাৰুৱা তেল ৭৬০ মাইল পাইপ লাইনেৰে নিয়াৰ বহুত খৰচ হ'ব। সেই কাৰণে খাৰুৱা তেলৰ দাম কমকৈ ধৰাৰ ঠিৰ কৰিছে যাতে ৰয়েলটিৰ টকা কমি যায়। ফলত অসমে বৰ্ত্তমান পোৱা টনে ৭ টকাৰ পৰিবৰ্ত্তে টনে ৪½ অনা মাত্ৰ ৰয়েলটি পাব আৰু বছৰে প্ৰায় ৭৪ লাখ টকা অসমৰ লোকচান হ'ব। কেন্দ্ৰীয় কংগ্ৰেছ মন্ত্ৰী মালব্যজীৰ এই অঙ্ক।

শোধনাগাৰত অসমীয়া কৰ্মচাৰী লোৱা সম্পৰ্কে ৰাইজক কি ভুৱা দিছে সকলোৱে জানে। তেওঁলোকৰ হিচাপত সদায় কয়, 'অসমৰ পৰা' ইমান মানুহ লোৱা হৈছে। কেতিয়াও 'অসমীয়া ইমান মানুহ লৈছে বুলি নকয়। কাৰণ অসমৰ বাহিৰৰ পৰা কাম বিচাৰি আহি ইয়াৰ এমপ্লইমেণ্ট একচেঞ্জত (Employment exchange) নাম ৰেজিষ্টাৰী কৰি তেওঁলোকক কামত ভৰ্ত্তি কৰি 'অসমৰ পৰা' লোৱা বুলি কয়।

গুৱাহাটীত 'ইণ্ডাষ্ট্ৰিয়েল ইষ্টেট' এখন কেন্দ্ৰীয় চৰকাৰৰ লগত বহু যুদ্ধ বাগৰ কৰি ২৬ লাখ টকা খৰচ কৰি পতা হয়। তাত ৪০ টা ইউনিট (কাৰখানা কৰিবৰ নিমিত্তে একোটা ভাগ) থাকে আৰু দৰ্খাস্ত বিলাক বাচি লৈ ২০ টা ইউনিট অসমীয়া উদ্যোগ-পতিৰ নামত দিয়া হয়। এতিয়া শুনা গৈছে বোলে মাত্ৰ দুজন অসমীয়াকহে ৰাখি বাকীবোৰ অনা-অসমীয়াক দিছে।

এণ্ডাষ্ট্ৰিয়েল ইষ্টেটৰ ভিতৰতে ৩০০ তিনিশ মেট্ৰিকুলেচন পাছ কৰা ল'ৰাক মহীশূৰত শিক্ষা দি কেন্দ্ৰীয় চৰকাৰৰ খৰচতে এটা চাইকেল ফেক্টৰী পতাৰ আঁচনি আছিল। কিন্তু এভেৰেষ্ট কোম্পানী বুলি এটা বিদেশী কোম্পানীক চাইকেল ফেক্টৰী কৰাৰ লাইচেঞ্চ দিয়াৰ ফলত ৩০০ তিনিশ অসমীয়া ল'ৰাক সংস্থানৰ আঁচনি বন্ধ হ'ল। কেন্দ্ৰীয় চৰকাৰৰ আঁচনি মতে ২ বিঘা মাটিতে ৩০০ ল'ৰাই কাম কৰিবৰ কাৰণে চাইকেল ফেক্টৰীটো হ'ল হৈ। কিন্তু আমাৰ কংগ্ৰেছ চৰকাৰে এভেৰেষ্ট কোম্পানীক ৯ বিঘা মাটি, বিঘাই ১০০০ এক হাজাৰ টকাকৈ প্ৰিমিয়াম টল দিলে; যি মাটিৰ দাম এতিয়া বিঘাই ১০,০০০ দহ হাজাৰ টকা হ'ব।

ভাৰতত যিমান মৰাপাট হয় তাৰ শতকৰা ৩০ ভাগ অসমত হয়। কিন্তু অসমত আজিলৈ এটা মৰাপাটৰ কল নাই। কাগজ তৈয়াৰ কৰাৰ কাৰণে বাঁহ সকলোতকৈ উৎকৃষ্ট সামগ্ৰী। অসমত প্ৰচুৰ পৰিমাণে বাঁহ হয় আৰু ইয়াৰ পৰা বাঁহ নি কলিকতাৰ কাকতৰ কল চলে। কিন্তু অসমত আজিলৈকে এটা কাকতৰ কল কৰিব পৰা নাই। বিলাতী মাটি তৈয়াৰৰ কাৰণে ঘাই সামগ্ৰী হ'ল শিল। ইয়াৰ কাৰণে উৎকৃষ্ট শিল অসমৰ খাচীয়া পাহাৰ আৰু মিকিৰ পাহাৰত পোৱা যায়। কিন্তু আজিলৈকে এটা বিলাতী মাটিৰ কাৰখানা খোলা হোৱা নাই। ইয়াৰ কাৰণ কংগ্ৰেছ চৰকাৰৰ সোপাচিলা কাম আৰু দুৰ্ব্বলতাৰ বাহিৰে আৰু কি হ'ব পাৰে। স্বাধীনতাৰ পাছত দেশত লবলগীয়া বৃহৎ

উদ্যোগ স্থাপনৰ ভিতৰত মাত্ৰ দেৰগাওঁত স্থাপন কৰা চেনিকলৰ নাম উল্লেখ কৰিব পাৰি। কিন্তু সেইটো সম্ভৱপৰ হৈছে ঘাইকৈ সমবায় ভাবাপন্ন বিভাগৰ কৰ্মচাৰীসকলৰ একচেতিয়া যত্ন আৰু সমবায় ভাবাপন্ন ৰাইজৰ সহযোগিতাৰ ফলত। ১৯৫৫ চনত চেনিকল সমবায় ৰেজিষ্টাৰী কৰি ১৯৫৮ চনৰ পৰা চেনিকল তৈয়াৰ কৰা আৰম্ভ হৈছে। যোৱা বছৰ ১২৬০০০ মোন চেনি এই কলত তৈয়াৰ হৈছিল। কিন্তু কংগ্ৰেছ চৰকাৰে চেনি বিক্ৰিৰ পাৰমিট নিদিয়াৰ ফলত মজুত থকা ২৯০০০ বস্তা অৰ্থাৎ প্ৰায় ১০৭০০০ এক লাখ সাত হাজাৰ মোন চেনি গুদামত পৰি থাকে আৰু বহুত বস্তা গলি নষ্ট হয়। এইবোৰ আকৌ চেনি-কলত দি শোধন কৰি লওঁতে অনাৱশ্যকীয় খৰচৰ উপৰিও বহু পৰিমাণৰ চেনি নষ্ট হ'ব।

গাৰো পাহাৰত অতি উৎকৃষ্ট কয়লাৰ খনি আছে। খনিত কাম কৰিবৰ হলে ৰেল লাইনৰ দৰকাৰ। কিন্তু কেন্দ্ৰীয় কংগ্ৰেছ চৰকাৰে অসমত নতুন লাইন খোলাৰ পক্ষপাতী নহয়। তেওঁ-লোকে বোলে কয় যে গাৰো পাহাৰত যিমান কয়লা ওলাব সিমান খিনি কয়লা অসমত ব্যৱহাৰ কৰিব নোৱাৰিব। সেয়ে যদি কাৰণ হয় তেনেহলে খাৰুৱা তেল উৎপাদন বা শোধনাগাৰৰে বা কি প্ৰয়োজন? কাৰণ অকল অসমে এই তেল খৰচ কৰিব নোৱাৰে। আৰু বিহাৰৰ পৰাই বা কয়লা কেনেকৈ আহে?

দেশ স্বাধীন হোৱাৰ পৰা ভাৰতত হাজাৰ হাজাৰ মাইল নতুন ৰেল লাইন খুলিলে। কিন্তু অসমৰ বেলিকা কি হ'ল? একমাত্ৰ লিঙ্ক লাইনৰ (প্ৰায় ৫০ মাইল) বাহিৰে অসমত নতুন ৰেল লাইন হোৱা নাছিল। এতিয়া চীনাৰ আক্ৰমণৰ সম্ভাৱনা দেখি বগা-পাৰাৰ পৰা উত্তৰ লক্ষীমপুৰলৈ ৰেল লাইনৰ কাম হাতত লৈছে। কিন্তু বঙাইগাওঁ—যোগীঘোপা—পাণ্ডুলৈ আৰু গাৰোপাহাৰলৈ অতি দৰকাৰী লাইন আজিও হাতত লোৱা নাই। তেনেকৈ নগাওঁ

জখলাবন্ধা — দেৰগাওঁ আৰু খোৱাং — ডিব্ৰুগড় লাইনো অতি দৰকাৰ। পিছপৰা অঞ্চলত বেছি পৰিমাণে উদ্যোগীকৰণ আদিত খৰচ কৰিব বুলি কংগ্ৰেছ চৰকাৰে মুখত কয়। কিন্তু পিচপৰা অসমৰ বেলিকা আমাৰ জনসংখ্যা অনুপাতে পাবলগীয়া খিনিও নাপাওঁ

ব্ৰহ্মপুত্ৰ দলংখন আজি কত বছৰ ধৰি হওঁ হওঁ কৰিও হৈ উঠা নাছিল। এবাৰ কৈছিল বৰ্ত্তমান ৽টকা নাই। আকৌ কৈছিল টকা হলেও যিমানবোৰ লো আৰু তীখাৰ দৰকাৰ সেইবোৰ প্ৰয়োজনীয় সামগ্ৰীৰ অভাৱ। কিন্তু এইবোৰ অভাৱ চলি থাকোতেই গঙ্গা নৈৰ ওপৰত নবম দলং মোকামে ঘাটত হ'ব পাৰিলে। আকৌ কৈছিল বোলে বৰ্ত্তমান যুগত নৈৰ ওপৰেদি দলং দিয়াটো মান্ধাতাৰ দিনৰ কথা। বৰ্ত্তমান বৈজ্ঞানিক যুগত নদীৰ বুকুৰ তলেদি সুৰঙ্গ খান্দি সেই ফালেদিহে ৰেল-মটৰ আদি যান-বাহন চলাচল কৰিব লাগে। যাতে ওপৰেদি নাও, জাহাজ আদি যোৱাত একো ব্যাঘাত নহয়। সেই কাৰণে ব্ৰহ্মপুত্ৰত সুৰঙ্গ কাটি ভাৰতৰ ভিতৰত প্ৰথমত অসমতে নতুন যুগৰ অৱতাৰণা কৰিব। তাকে শুনি আমাৰ চৰকাৰেও বাট চাই আছিল। পিছে যেনিৰা চীন আহি দুৱাৰ মুখ পোৱাত এই মতৰ পৰিবৰ্ত্তন ঘটাই কেন্দ্ৰীয় কংগ্ৰেছ চৰকাৰে ব্ৰহ্মপুত্ৰত দলং আৰম্ভ কৰিলে। সেইদৰে জীয়া ভৰালীৰ ওপৰেদি দলং কৰা সম্ভৱপৰ নহয় বুলি ইমান দিনে ভুৱা দি থকাৰ পিছত এতিয়া চীনা শত্ৰুৰ ভয়ত এবছৰৰ ভিতৰতে ইয়াৰ দলং সম্ভৱপৰ হৈ উঠিল। অসমীয়া ৰাইজৰ প্ৰতি সহানুভূতিত নহয়।

অসমৰ খাৰুৱা তেল আৰু অসমৰ শোধনাগাৰতে পেট্ৰল তৈয়াৰ হয়। কিন্তু ভাৰতৰ আইন ঠাইতকৈ অসমত পেট্ৰলৰ দাম বেছি। কাৰণ অসমীয়া মানুহে মাতিব নাজানে আৰু পাঁচ বছৰে পাচ বছৰে মাতিব নোৱাৰা চৰকাৰ পাতি দিয়ে।

গুৱাহাটীখন মহানগৰী ( City ) পাতিব বুলি বহুদিনৰ পৰা কৈ অহা হৈছে। কিন্তু মানুহক জথে-মথে ঘৰ কৰিবলৈ দি আৰু চৰকাৰী মাটিবোৰ পট্টন দিওঁতে সৰু সৰু ১৪ ফুট ৰাস্তা ৰাখি গুৱাহাটী উন্নয়নত ব্যাঘাতৰ সৃষ্টি কৰিছে। চহৰৰ সোঁ মাজেদি থকা ৰেল লাইন দক্ষিণ ফালেদি ঘূৰাই বশিষ্ঠলৈ যোৱা ৰাস্তাৰ কাষেদি চিৰিয়াখানা পাহাৰৰ দক্ষিণেদি গৈ নাৰেঙ্গিত লগাৰ কথা এটা চলিছিল। আৰু সেই হিচাপে জৰীপো হৈছিল। কিন্তু আমাৰ চৰকাৰ এই বিষয়ে হয় নিচেষ্ট, নহয় দুৰ্ব্বল কাৰণে ৰেল লাইন ঘূৰাই দিয়া কাম হাতত লোৱা হোৱা নাই। আন হাতে ব্ৰহ্মপুত্ৰ দলঙৰ সন্দৰ্ভত নতুন লাইন আনি আগতে পুৰণি লাইন লগাই দিয়া হৈছে। বৰ্ত্তমানে ৰিফাইনেৰীৰ ফালে যোৱা অহা যান-বাহন ইমান বেচি হৈছে যে এটা ৰাস্তাই এই যান-বাহন বহন কৰা অসম্ভৱ হৈ উঠিছে। ইয়াৰ পাছত ৰিফাইনেৰীৰ ওচৰতে ৰেলৰ মালগাড়ী ৰখা ঠাই ( Marshalling yerd ) স্থাপন হলে সমস্ত মাল লৰীৰে এই ৰাস্তাৰ ওপৰেদি যোৱাটো অসম্ভৱ হ'ব। যদি ৰেল লাইন মটৰৰ ৰাস্তাত পৰিণত কৰা হয় তেনেহলে যান-বাহনৰ কিছু সকাহ হ'ব।

নেফাখন সংবিধান মতে অসমৰে এটা অংশ।, কিন্তু অসমীয়া মানুহে জোৰ কৰি নেফাত অসমীয়া চলাব খোজা অভিযোগ তুলি নেফাৰ শাসন কাৰ্য্য কেন্দ্ৰীয় কংগ্ৰেছ চৰকাৰে ললে। নেফাত আমি জোৰ কৰি অসমীয়া চলাব খুজিছো নে তাত চলি থকা অসমীয়া আঁতৰাই কেইজনমান কেন্দ্ৰীয় কৰ্ম্মচাৰী আৰু মন্ত্ৰীয়ে জোৰ কৰি হিন্দী চলাবৰ কাৰণে এই ব্যৱস্থা লৈছে তাক অসমীয়া ৰাইজে বুজি পায়। কিন্তু দুৰ্ব্বল কংগ্ৰেছ চৰকাৰৰ কাৰণে একো কৰিব পৰা নাই। ঠিক সেইদৰে অসমৰ এটা অঙ্গ নগাপাহাৰ জিলা আজি অসমৰ পৰা বিচ্ছেদ কৰি লৈ গ'ল। আমাৰ চৰকাৰে নিঃসহায় ভাৱে চাই থাকিল। কেন্দ্ৰীয়

কংগ্ৰেছ চৰকাৰে আৰু কেইজনমান কৰ্মচাৰীয়ে দোষাৰোপ কৰিছিল যে দুৰ্ব্বল অসম চৰকাৰে নগাপাহাৰ জিলা সুশাসন কৰিব নোৱাৰাৰ ফলত অসম বিদ্ৰোহী হৈ উঠিছিল আৰু অসমৰ পৰা ফালি যাব খুজিছিল। সেই কাৰণে নগাসকলৰ সুশাসনৰ কাৰণে তেওঁ-লোকৰ শাসন ভাৰ কেন্দ্ৰীয় চৰকাৰে ল'লে। কিন্তু আজি কেন্দ্ৰীয় চৰকাৰৰ তলত তাৰ অৱস্থা অলপো উন্নত হ'লনে? প্ৰথমে অসমীয়া অফিচাৰবোৰ বদলাই দিল্লীৰ চৰকাৰৰ হুকুম মতে অনা-অসমীয়া অফিচাৰ নিয়োগ কৰিলে। তাতো ক্ষান্ত নহৈ নগা পাহাৰ আৰু টুৱেনচাং অঞ্চল লৈ নতুন নগা ৰাজ্য স্থাপন কৰিলে। কিন্তু অৱস্থা একে অশান্ত ৰ'ল। বৰং অশান্তি আগতকৈও বঢ়াহে দেখা যায়। এইবোৰৰ দ্বাৰা কংগ্ৰেছ চৰকাৰে অপাৰগতা প্ৰমাণ হৈছে।

এতিয়া আৰম্ভ হৈছে পৰ্বতীয়া জিলা কেইখন লৈ বেলেগ ৰাজ্য স্থাপন সম্পৰ্কে আমি এটি প্ৰবন্ধ বাতৰি কাকতত প্ৰকাশ কৰিছিলো। আমি কৈছিলো যে পৰ্বতীয়া ভাইসকলৰ পৰা আমি পৃথক হ'ব নোখোজো। কিন্তু যদি তেওঁলোকে অসমৰ একগোট হৈ থকাৰ কাৰণে কিবা লোকচান হোৱা বুলি ভাবিছে বা আমি জোৰ কৰি তেওঁলোকক আমাৰ তলত ৰখাৰ অভিপ্ৰায়ে অসমখন এখন ৰাজ্য হৈ থাকিব লাগে বুলি কোৱা বুলি ভাবিছে তেন্তে ভাই ভাই বেলেগ হোৱাৰ দৰে আমি প্ৰীতি ভঙ্গ নোহওঁতেই বেলেগ হোৱা ভাল। এই কথাত আমাৰ ওপৰত কংগ্ৰেছ মহলৰ বহুতে দোষাৰোপ কৰি আমি অসম বিভাজনৰ পোষকতা কৰা বুলি কৈছিল? কিন্তু কংগ্ৰেছ চৰকাৰে কাৰ্য্য ক্ষেত্ৰত কি কৰিছে? অকল নগাসকলক লয়েই যেতিয়া এখন নতুন ৰাজ্যৰ সৃষ্টি কৰিলে তেতিয়া খচীয়া, মিকিৰ আৰু লুচাইসকলৰ কাৰণে আৰু এখন ৰাজ্যৰ দাবীৰ আওপকীয়া ভাবে পোষকতা কৰা নহ'ল নে? আকৌ শাসন ক্ষেত্ৰত কি কৰিছে চাওক। 'ট্ৰাইবেল এৰিয়া ডিপাৰ্টমেণ্ট'

এটা খুলি পাৰ্বতীয়া ভাইসকলৰ শাসন যন্ত্ৰ ভৈয়ামৰ ভাইসকলৰ শাসনযন্ত্ৰৰ পৰা বেলেগ কৰিছে। অসম ৰাজ্যৰ দুজন কমিচনাৰৰ বিভাগীয় অঞ্চল ভৈয়াম আৰু পৰ্বত হিচাপে ভাগ কৰিছে—যদিও ভৈয়ামৰ লোকসংখ্যা (১৯৫১ চনৰ মতে) ৮০ লাখ আৰু পৰ্বতত মাত্ৰ ১০ লাখ; আৰু পৰ্বতীয়া বিভাগৰ কাম লোকসংখ্যা অনুপাতত-কৈও কম। এনেদৰে আৰু বহু উদাহৰণ দিব পৰি যাৰ দ্বাৰা এইটো পৰিষ্কাৰ প্ৰমাণিত হয় যে পৰ্বতৰ শাসন যন্ত্ৰ ভৈয়ামৰ পৰা পৃথক্ কৰাৰ কাৰণে কংগ্ৰেছ চৰকাৰে সকলো ৰকমৰ যোগান ধৰিছে। ইয়াৰ পাছত যদি বেলেগ পৰ্বতীয়া ৰাজ্যৰ সৃষ্টি হয় তাৰ বাবে দায়ী কোন হয়?

ঠিক পৰ্বত ভৈয়ামৰ দৰে আজি কংগ্ৰেছ চৰকাৰে হিন্দু-মুছলমান, জনজাতি, অজনজাতি, অসমীয়া, বঙালী, আদিৰ ভাব জাগ্ৰত কৰি ৰাখিব ধৰিছে আৰু দেশ বিভাজনৰ সৃষ্টি কৰিব ধৰিছে। আমি এক ভাৰতীয় হিচাবে ভাবিব লাগে বুলি কোৱা হয়। আৰু আমি থলুৱা মানুহৰ চাকৰি আদিত সুবিধা বিচাৰিলেই আমাৰ ওপৰত জাউৰি জাউৰি বিশেষণ প্ৰয়োগ কৰি আমাক ঠেকমনা প্ৰাদেশিক ভাৱাপন্ন বুলি কোৱা হয়। কিন্তু কংগ্ৰেছ চৰকাৰে যি নীতি লৈছে তাৰ দ্বাৰাহে বিভেদ ভাবৰ সৃষ্টি কৰি বিভাজনৰ যোগান ধৰা হৈছে পিছপৰি থকা শ্ৰেণীৰ লোকক ওপৰলৈ তুলিবৰ চেষ্টা নকৰি জাতিগত হিচাবে সুবিধা দি জাতি ভাবটো ফুটাই তুলিছে। জনজাতি আৰু অনুসূচিত জাতিৰ বাহিৰেও 'অনুন্নত সম্প্ৰদায়ৰ' (Backward class) সৃষ্টি কৰি আমাৰ ভিতৰত বিভেদৰ সৃষ্টি কৰিছে। ধৰ্ম আৰু সমাজত আমি নিজৰ নিজৰ মতে চলাত কোনো বাধা থকা উচিত নহয়। কিন্তু দুৰ্ভাগ্যবশতঃ আমাৰ ধৰ্ম ক্ষেত্ৰতো কংগ্ৰেছ চৰকাৰে হস্তক্ষেপ কৰিছে। আজি হিন্দু কোড (Hindu code) আইন পাছ কৰি ধৰ্মৰ ভিত্তিত প্ৰতিষ্ঠিত হিন্দুৰ সমাজ ৰীতিত হাত দিছেহি। তাৰ ওপৰি

হিন্দুৰ পৰা অহিন্দুবিলাকক বেলেগ কৰিছে। যদি কিবা নতুন আইন কৰাৰ প্ৰয়োজন আছিল তেনেহলে হিন্দু কোড নকৰি ভাৰতীয় কোড কৰা উচিত আছিল।

সৰ্বশেষত যোৱা বছৰৰ ভাষা আন্দোলনৰ বিষয়ে দু-আষাৰ কৈ সামৰো ১৯৫১ চনৰ লোকগণনা মতে অসমত (নেফা বাদদি) মুঠ জন সংখ্যা ৮৭, ৭২, ৪৭৪ৰ ভিতৰত ব্ৰহ্মপুত্ৰ উপত্যকাত ৬৬,০৯০৯৩ জন। মুঠ অসমীয়া ভাষাভাষী ৪৯,৪৮,০৯২ জনৰ ভিতৰত ব্ৰহ্মপুত্ৰ উপত্যকাত ৪৯,১৩,৯০০ জন। তাৰ উপৰিও প্ৰায় ৭ লাখ লোকে অসমীয়া ভাষা বুজি পায়। কিন্তু অসম বিধান সভাত যেতিয়া প্ৰজা ছ'চিয়েলিষ্ট দলৰ নেতা ৺হৰেশ্বৰ গোস্বামীয়ে অসমীয়া ৰাজ্য ভাষা হ'ব লাগে বুলি দাবী উত্থাপন কৰিলে তেতিয়া আমাৰ মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই উত্তৰ দিলে যে এই দাবী সংখ্যা লঘিষ্ঠ দলৰ পৰা আহিলেহে চৰকাৰে বিবেচনা কৰিব। ইয়াৰ ফলত গোটেই দেশতে অশান্তি বিয়পি পৰিল আৰু পুলিচৰ গুলিত কটন -কলেজৰ হোষ্টেলত থকা ৰঞ্জিত বৰপূজাৰী মৰিল আৰু কেইবাজনো জখম হ'ল। তাৰ মোকৰ্দ্দমাত বিচাৰ আজিলৈ নহ'ল। ৰাজ্য জুৰী আন্দোলনত তিষ্টিব নোৱাৰি অলপতে মেজিষ্ট্ৰেটৰ হতুৱাই প্ৰাথমিক তদন্ত কৰিলে। আৰু মেজিষ্ট্ৰেটে সেই সকলৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্ট পাব্বীক (যাৰ আদেশত গুলি কৰা বুলি কয়) ওপৰত মোকৰ্দ্দমা কৰ্জু বিচাৰ কৰিব লাগে বুলি ৰিপ'ৰ্ট দিলে। তাৰ বাবে চৰকাৰে অনুমোদন (Sanction) দিব লাগে। কিন্তু কংগ্ৰেছ চৰকাৰে আজিকোপতি দিয়া নাই। কুমলীয়া ছাত্ৰ ৰঞ্জিৎ বৰপূজাৰীৰ হত্যাৰ বিচাৰ নোহোৱাৰ কাৰণে ছাত্ৰ সমাজ চঞ্চল হৈ উঠিছে। এই ভাষা আন্দোলনত প্ৰজা ছ'চিয়েলিষ্ট পাৰ্টিৰ নেতা শ্ৰীগোস্বামীদেৱে শিলিগুৰিত মাৰ খাই দাঁত ভাঙি কোনো ৰকমে প্ৰাণ লৈ ফিৰি আহিল। অসংখ্য অসমীয়া ৰাইজ আৰু চৰকাৰী কৰ্মচাৰীয়ে

লাঞ্চনা ভুগিলে আৰু আজিও ভুগি আছে। সকলোৰে মূলত হ'ল কংগ্ৰেছ চৰকাৰৰ অবিবেচনা, অবিচাৰ আৰু দুৰ্বলতা। ১৯৫১ চনৰ লোক গণনা ভুল বুলি কিছুমান বঙালী লোকে আৰু বঙালী কাকতে তুমুল আপত্তি কৰি আন্দোলন চলালে। কিন্তু অসমৰ কংগ্ৰেছ চৰকাৰ নিমাত প্ৰায়। অসম সাহিত্য সভাই আৰু আমি কিছুমানে ১৯৫১ চনৰ লোক গণনা মতেও যে অসমীয়া ভাষা-ভাষীৰ সংখ্যাহে কমকৈ দেখুৱা হৈছে তাক বাইজৰ আগত দাঙি ধৰিবলৈ প্ৰয়াস পাইছিলো।

কংগ্ৰেছ চৰকাৰৰ কাৰ্য্যৰ এটি চমু আভাস ৰাইজৰ আগত দাঙি ধৰিলো।

# অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম-শত বাৰ্ষিকী উৎসৱত দিয়া আদৰণী ভাষণ

**শ্ৰদ্ধাস্পদ সভাপতি মহোদয়**

**আৰু শ্ৰদ্ধাভাজন সুধীবৃন্দ,**

জয়জয়তে শত বাৰ্ষিকী উৎসৱ কমিতিৰ হৈ মই আপোনালোকক সাদৰ সম্ভাষণ জনাইছোঁ। আজি আমি অসমকেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম-শত বাৰ্ষিকী উৎসৱ পালন কৰিবলৈ লগ লাগিছো। তেওঁৰ জন্ম হয় বৰপেটা চহৰৰ বিখ্যাত বৰপেটা সত্ৰৰ কাষতে। মহাপুৰুষ শ্ৰীশ্ৰীমাধৱ দেৱৰ স্থাপিত এই বৰপেটা সত্ৰ মহাপুৰুষীয়া সকলৰ মুখ্য সত্ৰ। এই সত্ৰৰ দক্ষিণ পশ্চিমে দুই মাইল আঁতৰত মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ স্থাপিত পাটবাউসী সত্ৰ। কাষতে শ্ৰীশ্ৰীদেৱদামোদৰ গুৰুৰ স্থাপিত দামোদৰীয়া সত্ৰ। বৰপেটাৰ দুই মাইল পুবে সুন্দৰীদিয়াত শ্ৰীশ্ৰীমাধৱদেৱে প্ৰথমে স্থাপন কৰা সত্ৰ।

ইয়াৰ উপৰিও বৰপেটাৰ আশে পাশে কেওটকুছি, বাৰাদি আদিত মহাপুৰুষসকলে সত্ৰ স্থাপন কৰিছিল। (এনেহেন) পুণ্যভূমি বৰপেটাত ইংৰাজী ১৮৮৫ খৃষ্টাব্দৰ ১৮ ডিচেম্বৰৰ দিনা অম্বিকা-গিৰীৰ জন্ম হয়। এই বৰপেটা চহৰতে (পণ্ডিত প্ৰবন নাৰায়ণ মিশ্ৰৰ আৰু চহৰৰ ওচৰতে পণ্ডিত প্ৰবৰ প্ৰফেচাৰ বাণীকান্ত কাকতিৰ জন্ম হয়। আৰু বৰপেটা চহৰতে প্ৰফেচাৰ ৰাধাকান্ত দাস, অসমৰ উচ্চন্যায়ালয়ৰ অৱসৰ প্ৰাপ্ত মুখ্য ন্যায়াধীশ শ্ৰীমহেন্দ্ৰ চন্দ্ৰ পাঠক, উৰিষ্যা উচ্চন্যায়ালয়ৰ মুখ্যন্যায়াধীশ শ্ৰীডম্বৰু পাঠক, অসম চৰকাৰৰ প্ৰাক্তন মুখ্য সচিব ধৰ্মানন্দ দাস, চহৰৰ ১৪ মাইল পূৱে সৰ্থেবাৰীত উচ্চন্যায়ালয়ৰ প্ৰথম অসমীয়া মুখ্যন্যায়াধীশ হলিৰাম ডেকা, ৬ মাইল দক্ষিণে নগাওঁ গাওঁত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু পাঞ্জাবৰ ভূতপূৰ্ব ৰাজ্যপাল মহেন্দ্ৰ মোহন চৌধুৰী প্ৰমুখ্যে) অসম আইৰ বহু সুসন্তানৰ জন্ম হৈছিল। আৰু এই বৰপেটা মহকুমাতে (বৰ্ত্তমান জিলাত পৰিণত) পূৰ্ব্ববঙ্গৰ পৰা মাটিহীন মুছলমান খেতিয়ক সকলৰ অসমলৈ অহা সোঁত প্ৰবল হৈ উঠিছিল। ইফালে বঙালী আমোলা বিষয়াসকলৰ কু-পৰামৰ্শত বৃটিছে ১৮৩৬ চনৰ পৰা চৰকাৰী অফিচ আৰু শিক্ষানুষ্ঠান সমূহৰ পৰা অসমীয়া ভাষা উঠাই দিয়াৰ পাছত কেবাগৰাকী প্ৰাতঃস্মৰণীয় ব্যক্তিৰ অশেষ যত্নত ১৮৭২ চনৰ পৰা অসমীয়া ভাষা পুনৰ নিজ আসনত প্ৰতিষ্ঠিত হ'ল। (সেই সকল ব্যক্তিৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু শিৱসাগৰত থকা খৃষ্টান মিছনাৰী সকলৰ নাম উল্লেখযোগ্য।) ১৮৭২ চনত অসমীয়া ভাষাই নিজ আসন পালে যদিও, বৃহত্তৰ বাংলাৰ সপোন দেখা এচাম বঙালীয়ে অসমীয়া ভাষা আকৌ উঠাই দি পুনৰ বঙালী ভাষা প্ৰৱৰ্ত্তনৰ বাবে অবিৰত চেষ্টা চলাই আছিল। ৰায়চৌধুৰীৰ জন্ম-কালীনতো অসমীয়া ভাষা সু-প্ৰতিষ্ঠিত হৈ উঠা নাছিল আৰু সেই সময়তো বহুতো অসমীয়া কৃতীলোকে বঙালীতহে

এইদৰে তিৰোভাবৰ দিনটো যেনেকৈ গুৰুত্বপূৰ্ণ তেনেকৈ তেওঁ-লোকৰ আবিৰ্ভাবৰ দিনটো মোৰ বোধেৰে তাতোকৈয়ো গুৰুত্বপূৰ্ণ। অধৰ্মক বিনাশ কৰি ধৰ্মক পুনৰ সংস্থাপন কৰাৰ কাৰণে আমাৰ মাজত শ্ৰীভগৱানে পূৰ্ণ অৱতাৰ বা কলা অৱতাৰৰূপে মাজে মাজে জন্ম গ্ৰহণ কৰে বুলি ওপৰত কৈ আহিছো। তেওঁ পাৰ্থিৱ দেহা ধাৰণ কৰাৰ লগে লগে সেই ভূমি খণ্ডত এক বিৰাট অনুভূতিৰ সৃষ্টি কৰে আৰু আমাৰ ভিতৰত নিহিত হৈ থকা চৈতন্য শক্তি জাগ্ৰত কৰি তোলে। আমাক মহাপুৰুষৰ ওচৰলৈ টানি নি অসৎপথ এৰি সৎ পথলৈ আগবঢ়াই নিয়ে। এই জন্মদিন পালন কৰা মানে আমাৰ অন্তৰত নিহিত হৈ থকা শক্তি জাগৰণ কৰি তোলা। সেই কাৰণে এইটো বৰ শুভ চিন যে বৰ্ত্তমানে আমি মহাপুৰুষসকলৰ তিৰোভাব মহোৎসৱ পালন কৰাৰ উপৰিও জন্মতিথি মহোৎসৱ পালন কৰিবলৈ আৰম্ভ কৰিছো। ইয়াৰ দ্বাৰা ইয়াকে বুজাইছে যে আমাৰ অন্তৰত থকা সুপ্ত ধৰ্ম প্ৰেৰণা পুনৰ জাগি উঠিব ধৰিছে।

প্ৰশ্ন উঠে—শ্ৰীভগৱান সময়ে সময়ে অৱতাৰ হৈ আবিৰ্ভাব হোৱাৰ অৰ্থ কি? কাৰণ তেওঁ সৰ্ব্বব্যাপী। তেওঁ সকলো ঠাইতে সকলো সময়তে বিৰাজমান। বিশ্ব ব্ৰহ্মাণ্ডত এনে এখন ঠাই বা সময় নাই য'ত বা যেতিয়া শ্ৰীভগৱান নাই। সকলো প্ৰাণীতে, সকলো বস্তুতে, সকলো সময়তে তেওঁ বৰ্ত্তমান। পশু-পক্ষী, কীট-পতঙ্গ, স্থাবৰ-জঙ্গম সকলোতে বা সকলোৱেই ভগৱান। আমি চকুৰে দেখা বা নেদেখা, আমি ভাবিব পৰা আমাৰ ভাবৰ অতীত সকলো বস্তুৱেই ভগৱান। মাত্ৰ তেওঁ বেলেগ বেলেগ ৰূপত বিকাশ হৈছে। যদি সেয়ে হয় তেনেহ'লে আকৌ সময়ে সময়ে আবিৰ্ভাব হোৱাৰ মানে কি? কথাখিনি অলপ বহলাই আলোচনা কৰিব লাগিব। আমি সকলো বস্তুকে চকুৰে নেদেখোঁ আৰু সকলো শব্দকে কাণেৰে শুনো। গোহনৰ স্পন্দন এটা নিৰ্দ্দিষ্ট সংখ্যাতকৈ

বেচি হলে দেখা নাপায়। আকৌ এটা নির্দ্দিষ্ট সংখ্যাতকৈ কম হলেও দেখা নাপাওঁ। আমাৰ পাৰ্থিব চকুৰ দ্বাৰা এই সীমাবদ্ধ স্পন্দনতহে দেখা পাওঁ। সেইদৰে এটা সীমাবদ্ধ শব্দ স্পন্দনতহে শুনো, তাতকৈ বেচি বা কম হলে আমাৰ পাৰ্থিব কাণে নুশুনে। কিন্তু আমি দেখা বা অনুভব কৰিব পৰা স্থূল জগতৰ বাহিৰেও সূক্ষ্ম আৰু সূক্ষ্মতৰ বহু জগত আছে। এই জগতসমূহ এনে অতি সূক্ষ্ম পদাৰ্থৰে গঠিত যে আমাৰ স্থূল শৰীৰৰ ইন্দ্ৰিয়ৰ দ্বাৰা তাক অনুভব কৰিব নোৱাৰি। আমাৰ নিজৰো এই স্থূল দেহৰ বাহিৰে প্ৰত্যেক সূক্ষ্ম জগতত সেই সেই জগতৰ সূক্ষ্ম পদাৰ্থৰে নিৰ্মিত একোটা সূক্ষ্ম দেহ আছে। ভগৱান পৰমেশ্বৰ এই সকলো জগততে অতি সূক্ষ্মতকৈও সূক্ষ্মতৰভাৱে ব্যাপ্ত হৈ আছে। অইন কথাত কবলৈ গলে সৰ্ব্বব্যাপী ভগৱান এই সকলো জগততে সেই সেই জগতৰ পদাৰ্থ হৈ নানা ৰূপত বিকশিত হৈ আছে। আমি স্থূল জগতৰ লোকে সূক্ষ্ম জগতৰ পদাৰ্থ দেখা নাপাওঁ বুলি ভগৱানে স্থূল জগতৰ পদাৰ্থ লৈ স্থূল দেহ ধাৰণ কৰিবলগা হয়। আকৌ স্থূল জগতৰ প্ৰাণী বা বস্তুবোৰক আমি ভগৱান বা তেওঁৰ বিকশিত ৰূপ বুলি ভাবিব নোৱাৰি ভ্ৰমবশতঃ প্ৰাণী আৰু বস্তুসমূহক ভিন ভিন নামতহে বুজি পাওঁ। এনেকুৱা ভ্ৰম গুচাবৰ কাৰণে কিছুমান অলৌকিক গুণ বিকাশ কৰি ভগৱানে জন্ম লয় বা আবিৰ্ভাব হয়। কাৰণ অলৌকিক কিবা গুণ নেদেখিলে আমি সাধাৰণতে ভগৱানৰ অস্তিত্ব স্বীকাৰ কৰিব নোখোজো।

এই মূলতত্ত্ব উপলব্ধি কৰিব নোৱাৰি আমি সংসাৰৰ নিকাৰ ভুগো। ঈশ্বৰ উপাসনা আৰু সাধনাৰ মুখ্য উদ্দেশ্যই হ'ল এই চিৰসত্য উপলব্ধি কৰা। সকলো প্ৰাণীতে সকলো বস্তুতে ভগৱান দৰ্শন কৰা আৰু নিজৰ ভগৱানৰ ভিতৰত পাৰ্থক্য আঁতৰাই দিয়া। আমি নিজে নিজে অজ্ঞানৰ আৱৰণ সৃষ্টি কৰি তাৰ ভিতৰত সোমাই থাকো। আৰু ভগৱানৰ অস্তিত্ব অনুভৱ কৰিব নোৱাৰো।

যেনেকৈ সূৰ্য্যৰ কিৰণ সোমাব নোৱাৰাকৈ দুৱাৰ-খিৰিকী বন্ধ কৰি ঘৰত সোমাই থাকিলে আমি সূৰ্য্যৰ কিৰণৰ পৰা বঞ্চিত হওঁ ; তেনেকৈ অজ্ঞানৰ আৱৰণেৰে নিজক ঢাকি লই ভগৱান নাই বুলি নিজক কল্পনা কৰো। সেইদৰে হিৰণ্যকশিপুৱে ঈশ্বৰৰ অস্তিত্ব অস্বীকাৰ কৰি নিজক কল্পনা কৰিছিল আৰু ভগৱানে নৰসিংহ ৰূপ ধৰি স্তম্ভৰ ভিতৰৰ পৰা ওলাই হিৰণ্যকশিপুৰ অজ্ঞান আৱৰণ ফালি পেলাইছিল।

যদি সকলো বস্তুৱেই ভগৱান আৰু বিশ্বজগত ভগৱানৰ বিকশিত ৰূপহে মাথোন, তেনেহ'লে ইয়াত সকলোৱেই সৎ আৰু একো অসৎ থাকিব নোৱাৰে। কাৰণ ভগৱান সৎ, চিৎ আৰু আনন্দ। তেতিয়াহলে তেওঁক সত্ব, ৰজ আৰু তমোগুণী বুলি ক'ব নোৱাৰো। তেওঁ কেৱল শুদ্ধ, সত্ব আৰু নিৰ্মল। কিন্তু আমি আগেয়ে কৈ আহিছো যে আমি অজ্ঞানৰ আৱৰণ সৃষ্টি কৰি নিজে সেই আন্ধাৰত থাকো। আৰু এয়ে আমাৰ বা ভগৱানৰ তমো গুণ। সেইদৰে ৰজো গুণো আমাৰেই সৃষ্টি বা কল্পিত। এইবোৰ গুণ বা আৱৰণ ভেদ কৰি আমি শুদ্ধ, সত্ব, নিৰ্মল ভগৱানক উপলব্ধি কৰিব লাগিব। যি পদ্ধতিত গৈ এই সত্য উপলব্ধি কৰিব পাৰো, সেয়ে হ'ল যোগ সাধনাৰ পথ। বেলেগ বেলেগ পথ অৱলম্বন কৰি সেই একেটা লক্ষ্যস্থানকে লাভ কৰিব পাৰি। এই বেলেগ বেলেগ পথকে বেলেগ বেলেগ ধৰ্মও বুলি ঘোষণা কৰা হয়।

দেশ, কাল আৰু পাত্ৰ অনুসৰি লক্ষ্যস্থানলৈ যোৱা পথ বেলেগ হয়। সেই কাৰণে যি সময়ত, যি দেশত, যি বিলাক মানুহ বাস কৰে, তেওঁলোকৰ নিমিত্তে খাপ খোৱা হিচাবে একোটা পথ দেখুৱাবৰ কাৰণে শ্ৰীভগৱানে কলা অৱতাৰ ৰূপে সেই সেই সময়ত যেই সেই ঠাইত আবিৰ্ভাৱ হয়। আকৌ একে দেশতে, সাধনাৰ পদ্ধতি সকলো সময়তে একে নাথাকে। নহলে যুগে যুগে অসংখ্যাত অৱতাৰ ধৰিব লগা নহ'লহেঁতেন। আজিৰ দিনত এটা পথ

লোৱাৰ যি সুবিধা থাকে, কালি সেই সুবিধা নাথাকে ; আৰু নতুন পথ উলিয়াবৰ আৱশ্যক হয়। আকৌ একে সময়তে, একে ঠাইতেও সকলো লোকৰ কাৰণে একেটা পথেই সুবিধা নহ'ব পাৰে। কাৰণ প্ৰত্যেক মানুহেই একোটা বিশেষ ভাব বা গুণ লই জন্মগ্ৰহণ কৰে। থিয়োচফি বা ব্ৰহ্মবিদ্যামতে এই ভাববোৰক Ray বা ৰশ্মি বোলা হয়। সাতোটা প্ৰধান ৰশ্মি আছে। প্ৰত্যেক মানুহেই এনে এটা প্ৰধান ৰশ্মি আৰু বাকী ৬টা অপ্ৰধান ৰশ্মি লৈ জন্ম লয়। আমি কোনো কোনো মানুহক ভক্তিপ্ৰৱণ, কাকোবা ভাবপ্ৰৱণ, কাকো আকৌ ইচ্ছাশক্তিপ্ৰৱণ আদি বেঁলেগ বেলেগ ভাবপ্ৰৱণ দেখো। কোনোবা আকৌ পূজা পদ্ধতি প্ৰিয় ; কোনোবা দাৰ্শনিক। এনেকৈ বিভিন্ন গুণ লৈ জন্মা সকলো লোককে একেটা পথেই মন যোগাব নোৱাৰে। আৰু তেওঁ নিজৰ বাট এৰি লোকৰ বাটেৰে যাব খুজিলে সময় আৰু শক্তিৰ বহু অপচয় ঘটে। সেই কাৰণেই শ্ৰীমদ্ভাগবংগীতাত নিজৰ ধৰ্ম এৰি লোকৰ ধৰ্ম লবলৈ হাক দিছে। অৰ্থাৎ যাৰ কাৰণে যিটো পথ বেচি সুচল তেওঁ সেই পথ এৰি অইন পথ লব নালাগে। সেই কাৰণেই একে সময়তে, একে ঠাইতেই দুই বা ততোধিক মহাপুৰুষ আৱিৰ্ভাৱ হৈ বিভিন্ন লোকক বিভিন্ন পথেদি একেটা গন্তব্য স্থানলৈকে লৈ যাব লগা হয়। যি সকল মহাপুৰুষে এনেকুৱা বেলেগ বেলেগ বাট দেখুৱাই দিয়ে তেওঁলোকৰ নিজৰ ভিতৰত একো ভেদাভেদ নাথাকে। কিন্তু আমি বেলেগ বেলেগ পথৰ যাত্ৰী সকলে নিজৰ পথটোৱেই ভাল, লোকৰটো বেয়া আৰু অইন পথ অনুসৰণ কৰা লোকসকল ভ্ৰান্ত ইত্যাদি ভাব লৈ আমাৰ ভিতৰত কাজিয়াৰ সৃষ্টি কৰো। আনকি নিজৰ পথ প্ৰদৰ্শক ডাঙৰ আৰু লোকৰ পথ প্ৰদৰ্শক সৰু বুলি কবলৈকো চাচ কুহুঁ হকো।

খৃষ্টাব্দ পধ্বদশ শতিকাত যেতিয়া বঙ্গদেশত শ্ৰীচৈতন্যদেৱে

বৈষ্ণৱ যুগৰ পুনৰ প্ৰবৰ্ত্তন কৰিব ধৰে তেতিয়া অসমত শ্ৰীশঙ্কৰদেৱ, শ্ৰীদামোদৰদেৱ, শ্ৰীমাধবদেৱ, শ্ৰীহৰিদেৱ আদি মহাপুৰুষ সকলে বৈষ্ণৱ ধৰ্মৰ এটি নতুন যুগ প্ৰবৰ্ত্তন কৰে। মূলতে যদিও এক্কে, তথাপি ক্ৰিয়া পদ্ধতি আদিত তেওঁলোকৰ ধৰ্মমতত কিছু পাৰ্থক্য আছিল। আমাৰ হিন্দু সকলৰ বেলেগ বেলেগ মতাৱলম্বী-সকলৰ ভিতৰত আচাৰ-নীতি, ক্ৰিয়া-কৰ্ম আদিত ইমান পাৰ্থক্য আছে যে কিছুমান মতভেদৰ ভিতৰত আকাশ-পাতাল প্ৰভেদ। একালে শক্তি পূজাত নৰবলী পৰ্য্যন্ত হৈছিল। সিফালে পৰম বৈষ্ণৱ সকলে পৰুৱা এটা মাৰাও মহাপাপ বুলি ধৰে। বেদান্তিক সকলে এক ঈশ্বৰৰ বাহিৰে দুই নাই বুলি অদ্বৈতবাদ প্ৰচাৰ কৰে। শ্ৰীৰামানুজে ইয়াৰে আকৌ সূক্ষ্ম ভাগ কৰি বিশিষ্ট অদ্বৈতবাদ প্ৰচাৰ কৰিছিল। ইফালে দ্বৈতবাদী সকলে পুৰুষ আৰু প্ৰকৃতি দুইৰ কথা কয়। আকৌ ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ ৰূপে ঈশ্বৰৰ তিনিটা মূল শক্তি মানা লোক যেনেকৈ আছে তেনেকৈ প্ৰত্যেক শক্তিৰে অধীশ্বৰ বা অধীশ্বৰী হিচাবে একোজন দেৱ বা দেৱীক মানি সহস্ৰ সহস্ৰ দেৱ-দেৱীৰ উপাসকো হিন্দুৰ ভিতৰতে আছে। আনকি ঈশ্বৰ নাই বুলি বিশ্বাস কৰা নাস্তিক দাৰ্শনিককো আমি হিন্দু নহয় বুলিতো নকওঁৱেই তেওঁলোককো আমি ঋষি বুলি সন্মান কৰো। যেনে চাৰ্ব্বাক। মুঠৰ ওপৰত হিন্দু ধৰ্মটো এনে উদাৰ, সমদৰ্শী আৰু সহনশীল যে জগতত যি কোনো ধৰ্মকেই হিন্দু ধৰ্ম্মৰ এটা শাখা হিচাবে ধৰিব পৰা যায়। সেই কাৰণেই, বৌদ্ধ ধৰ্ম বুলি যদিও এটা বেলেগ ধৰ্ম জগতত প্ৰচলিত, হিন্দুসকলে বুদ্ধদেৱকো দশাৱতাৰৰ ভিতৰত এটা অৱতাৰ বুলি ধৰি লৈছে। অৰ্থাৎ হিন্দু ধৰ্ম এটা জাতিগত ধৰ্ম হিচাপে নাথাকি, এটা সনাতন ধৰ্ম হিচাবে অধিষ্ঠিত হৈ আছে— যাৰ আদিও নাই অন্তও নাই।

এনে এটা সনাতন ধৰ্মৰে বৈষ্ণৱ ধৰ্ম এটা অঙ্গ। এই বৈষ্ণৱ

ধৰ্ম অসমত পুনৰ প্ৰৱৰ্ত্তন বা সংস্কাৰ কৰাৰ কাৰণে কেইবাগৰাকী অভিমানৱ বা মহাপুৰুষৰ জন্ম হয়। শ্ৰীশ্ৰীদামোদৰদেৱ সেইসকলৰে এজন। তেওঁৰ জন্ম শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পাচত হয়। তেওঁৰ জন্মৰ আগৰে পৰা পিতৃ সদানন্দৰ লগত শ্ৰীশঙ্কৰৰ মিত্ৰতা হৈছিল আৰু পৰস্পৰৰ ঘৰলৈ অহা-যোৱা আছিল। গুৰুলীলাত আছে—

'সেহিবেলা যাই নলচা গ্ৰামত
সদানন্দ ৰহিলন্ত।
বৰদোৱা নামে গ্ৰাম অনুপম
শঙ্কৰ তথা আছন্ত॥
তাহান দক্ষিণে আছয় নিকটে
নলচা গ্ৰামত ৰঙ্গে।
সদানন্দ দ্বিজে তথাত ৰহিলা
পুত্ৰগণ সব সঙ্গে॥
শঙ্কৰ সহিতে ইষ্টতা বঢ়াই
মনত হৰিষে অতি।
অনুক্ষণে পাছে সদানন্দ দ্বিজে
কৃষ্ণত কৰে ভকতি॥

তাৰ পাছত আছে—

দামোদৰ জন্ম কথা শুনিয়ো হৰিষে।
শ্ৰবণে শুনন্তে যেন অমৃত বৰিষে॥
স্বপ্ন কথা শুনিলন্ত ভাৰ্য্যাৰ মুখত।
মন ৰঙ্গে ৰহিলন্ত আপোন গৃহত॥
আঠ চাৰিদিনে শঙ্কৰৰ পাশে যায়।
মনত হৰিষ ইটো ইষ্টতা বঢ়ায়॥
কোনো বেলা শঙ্কৰেও তাম গৃহে যান্ত।
দেখি সদানন্দে অতি হৰিষ লভন্ত॥

তাৰ পাছত শ্ৰীদামোদৰদেৱৰ জন্ম হোৱাত—

পুত্ৰ জন্মিবাৰ কথা শঙ্কৰে শুনিলা।
পূৰ্ব্ব কথা স্মৰি সিটো আনন্দ লভিলা॥
দামোদৰ নাম শঙ্কৰেও উচ্চাৰিলা।
দামোদৰ নাম থৈবা শঙ্কৰে বুলিলা॥
অকস্মাৎ দামোদৰ আসিলা মুখত।
শুনিয়োক দ্বিজবৰ কহো স্বৰূপত॥
বৈকুণ্ঠৰ পতি তযু পুত্ৰ ভৈলায়াত।
দামোদৰ নাম হৈবা লোকত প্ৰখ্যাত॥

ইয়াত পূৰ্ব্বকথা স্মৰণ কৰাৰ যি উল্লেখ কৰিছে তাক গুৰুলীলাৰ আৰম্ভণীতে পোৱা যায়। তাত লিখিছে—

হেন দেখি বিষ্ণু পাছে গুণন্ত মনত।
মৰ্ত্ত্যলোকে হৰি ভক্তি হৈব কেন মত॥
এই বিমৰিষি পাছে মনত চিন্তিলা।
ভক্তি প্ৰচাৰিবে শঙ্কৰক আদেশিলা॥
শুনা ত্ৰিলোচন তুমি আমাৰ বচন।
মৰ্ত্ত্যলোকে যাইবে লাগে শুনিয়ো কাৰণ॥
হৰি ভক্তি লুপ্ত ভৈলা নাহি শৌচাচাৰ।
মৰ্ত্ত্যলোকে যাই তুমি কৰিও বিচাৰ॥
.... .... ... .. .
সেহি সনাতন ধৰ্ম্ম কৰিও প্ৰচাৰ।
আপুনি কলিত যাই হুয়ো অৱতাৰ॥
আমিও কলিত জন্ম হৈবহু নিশ্চয়।
আমাৰ যে সঙ্গী হৈবা তুমি মহাশয়॥
আমাক তোমাক ভিন্ন কৰে বিটোজন।
নৰকত স্থিত হৈব আমাৰ বচন॥

তযু ভক্ত আমাৰ হৈবেক অনুগত।
আমাৰ ভকত হৈব তযু অনুগত॥
... ... ... ... ...
বিষ্ণু বাক্য আদৰি আপুনি ত্রিপুৰাৰী।
মনুষ্যত জন্মিলা শঙ্কৰ ৰূপ ধৰি॥

সেই কাৰণেই শ্রীশঙ্কৰদেৱে শ্রীদামোদৰদেৱৰ জন্ম হোৱা শুনি পূর্ব্বৰ কথা স্মৰি আনন্দ লভিছিল। তাৰ পাচত পিতা সদানন্দৰ লগত দামোদৰদেৱো শঙ্কৰদেৱৰ ওচৰলৈ অহা-যোৱা কৰিছিল আৰু শঙ্কৰদেৱো তেওঁলোকৰ ঘৰলৈ যোৱা অহা কৰিছিল। কিছুমান লেখকে এতিয়া দামোদৰদেৱকো মাধৱদেৱৰ নিচিনা শঙ্কৰদেৱৰ এজন প্রধান শিষ্য বুলি কব খোজে। কিন্তু শঙ্কৰদেৱৰ পৰা দামোদৰদেৱে দীক্ষা লোৱা কথা কতো পোৱা নাযায়। আনহাতে গুৰুলীলাত পৰিস্কাৰকৈ লিখা আছে যে শঙ্কৰদেৱ পশ্চিমলৈ যোৱাৰ পিচত দামোদৰদেৱেও পশ্চিমলৈ যাত্রা কৰে। কিছুদিনৰ পিছত মণিকূট বুলি এখন ঠাই পোৱাত তাতে নাৰদ ঋষি সন্ন্যাসীৰ বেশ ধৰি আছে আৰু দামোদৰদেৱে তেওঁৰ পৰা দীক্ষা লয়। আকৌ শঙ্কৰদেৱে বৰলচুঙ্গত সত্র পাতি থকা কালত বিয়াস পাৰা বা পাটবাউসীত দামোদৰদেৱে সত্র পাতি থাকে। গুৰু-শিষ্য সম্বন্ধ হোৱা হলে দুইজনে ওচৰা-ওচৰিকৈ সত্র পাতি ভকত নভজিলে-হেঁতেন। তাতে থাকোতে বংশীবীজে শৰণ লম বুলি শঙ্কৰদেৱক বিচাৰি আহে। শঙ্কৰদেৱে নদীত গা ধুই থাকোতে বংশীবীজে তেওঁক লগ পায়। কিন্তু তেওঁক চিনি নাপাই শঙ্কৰদেৱৰ কথা সোধে আৰু শৰণ লবৰ অভিপ্রায় জনায়। শঙ্কৰদেৱে কিন্তু তেওঁক নিজে শৰণ নিদি দামোদৰদেৱৰ ওচৰলৈ নৈ যায় আৰু তেওঁৰ অনুৰোধক্রমে দামোদৰদেৱে বংশীবীজক শৰণ দিয়ে। এইবোৰ ঘটনাই শঙ্কৰদেৱ আৰু দামোদৰদেৱৰ মাজত গুৰু-শিষ্য সম্বন্ধ সূচুৱায়।

কোন গুৰু, কোন শিষ্য বা কোন ডাঙৰ, কোন সৰু বা কাৰ ধৰ্মমত শুদ্ধ, কাৰ ধৰ্মমত অশুদ্ধ এইবোৰ বিচাৰ কৰিবলৈ গৈ কেৱল আমাৰ সমাজৰ ভিতৰত বিদ্বেষৰ সৃষ্টি কৰা হয়। তাৰ পৰা সমাজৰ একো লাভ নহয়। যাৰ যেনে অভিৰুচি তেওঁ তেনেকৈ নিজৰ পন্থা বাচি লোৱাই শ্ৰেয়। আমি ডাঙৰ-সৰু বা শুদ্ধ-অশুদ্ধ ধৰ্মমতৰ আলোচনা নকৰি গুৰুজনাসকলৰ উপদেশ সমূহ অনুসন্ধান কৰি উলিওৱাত যত্নবান হোৱা যুগুত হ'ব। শ্রীশঙ্কৰ-দেৱৰ জীৱনী আৰু কৰ্মাৱলী সম্পৰ্কে কিছু পুথি প্ৰকাশ হৈছে আৰু তেওঁ অসমলৈ দিয়া অপূৰ্ব্ব অৱদানৰ কিছু আলোচনা হৈছে। শ্রীশঙ্কৰদেৱ নিজেও এজন উচ্চমানৰ সাহিত্যিক আছিল আৰু ধৰ্ম প্ৰচাৰৰ অৰ্থে বহু পুথি ৰচনা কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ নতুন গঢ় দি গৈছে। তেওঁৰ প্ৰধান শিষ্য মাধৱদেৱৰ পুথি আৰু বৰগীত আদিয়েও অসমীয়া সাহিত্য চহকী কৰি গৈছে। এই পুথি আদিৰ পৰা শ্রীশঙ্কৰদেৱ সম্পৰ্কে আমি বহুত কথা জানিব পাৰো। কিন্তু শ্রীদামোদৰদেৱৰ ৰচিত পুথি আমি একো নাপাওঁ। কেৱল তেওঁৰ প্ৰিয় শিষ্য ভট্টদেৱ আদিৰ ৰচিত পুথিৰ পৰা তেওঁৰ কাৰ্য্য-কলাপৰ কিছু কথা আমাৰ গোচৰ হয়। কিন্তু এইবোৰৰ অনুসন্ধানৰ কাৰ্য্য এতিয়ালৈকে পৰিপাটিৰূপে হাতত লোৱা হোৱা নাই; আৰু ফলত শ্রীদামোদৰদেৱৰ কাৰ্য্য-কলাপ সম্পৰ্কে এতিয়া-লৈকে সুচাৰুৰূপে ৰাইজৰ আগত একো দাঙি ধৰা হোৱা নাই। অনুসন্ধিৎসু লোকসকলে এই কাম সোনকালে হাতত লব বুলি আশা কৰিলো।

শ্রীদামোদৰদেৱৰ আজ্ঞামতে ভট্টদেৱে কথা ভাগৱত ৰচনা কৰে। মহাপুৰুষে অনুভৱ কৰিছিল যে শ্রীশঙ্কৰদেৱৰ ৰচিত অসমীয়া পত্ত ভাগৱত যদিও সৰ্ব্বসাধাৰণৰ কাৰণে বহুখিনি বোধগম্য হৈছিল, তথাপি সকলোৰে কাৰণে তিমান সুচল আৰু সুগম হোৱা নাছিল। সেই কাৰণে তেওঁ ভট্টদেৱক কৈছিল—

আৰু এক জগত ঈশ্বৰ আজ্ঞা ধৰা।
কথা বন্ধে এক খণ্ড ভাগৱত কৰা॥
পূৰ্ব্বে মহাপুৰুষে কৰিলা দশ স্কন্ধ।
কীৰ্ত্তন ভটিমা ছবি সুলড়ী সুছন্দ॥
তাত কৰি সুগম কৰিয়ো ভাগৱত।
স্ত্রী শূদ্র সৰ্ব্বলোকে বুঝে যেন মত॥

ইয়াৰ পৰা দেখা যায় যে শ্ৰীদামোদৰৰ কৃপাত অকল ধৰ্ম প্ৰচাৰেই নহয় প্ৰথম অসমীয়া গদ্য সাহিত্যৰ সৃষ্টি হয়। ভট্টদেৱৰ ৰচিত কথা ভাগৱত, কথা গীতা আদি গদ্য সাহিত্যই অসমীয়া ভাষা আৰু সাহিত্যক বহু উচ্চ স্থানলৈ লৈ গৈছে। কথা ভাগৱত সম্পৰ্কে বিশ্বকবি ৰবীন্দ্ৰনাথে লিখিছে—

'You may very well be proud of the another of this book who could handle prose in such a remarkable lucid style more than a century before we had any propse book in Bengali'

আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে কৈছিল—

'Assamese prose literature developed to a stage in the far distant sixtenth century which no other literature in the World reached …… except the writings of Hooker and Latimer in England. It shows clearly that the Assamese literature developed to a standard in the 16th century which the Bengali literature had reached only in the time of Iswarchandra and Bankimchandra'.

এতিয়া আমাৰ কৰ্ত্তব্য হৈছে অনুসন্ধান আৰু লুপ্ত ৰত্ন উদ্ধাৰ। শ্ৰীদামোদৰদেৱৰ সম্পৰ্কে যিমানবোৰ চৰিত্ৰ পুথি পোৱা যায় তাক সংগ্ৰহ কৰি ছপা কৰিব লাগে। ভট্টদেৱৰ জগৎ বিখ্যাত সাহিত্য 'কথা ভাগৱত' 'কথা গীতা'ৰ বহুল প্ৰচাৰ কাৰ্য্য হাতত লব লাগে;

আৰু এইবোৰ পুথি ভাৰতীয় অইন অইন ভাষা আৰু ইংৰাজী আৰু অ-ভাৰতীয় ভাষালৈও ভাঙনি কৰি ছপা কৰিব লাগে। আমাৰ উঠি অহা ডেকাসকলে শ্ৰীদামোদৰদেৱৰ জীৱনী আৰু কাৰ্য্যাৱলীৰ গৱেষণামূলক প্ৰবন্ধ লেখি ৰাইজৰ আগত দাঙি ধৰিব লাগে। সেয়ে হলে প্ৰকৃত কাম হ'ব আৰু অসমীয়া জাতি আৰু ভাষা আৰু সাহিত্যৰ উপকাৰ কৰা হ'ব। এই প্ৰবন্ধটো গোৱাল-পাৰাত ৬।৩।৬৩ তাৰিখে শ্ৰীশ্ৰীদামোদৰদেৱৰ জন্মতিথি উপলক্ষে পতা সভাত সভাপতিৰ অভিভাষণ হিচাপে পাঠ কৰা হৈছিল।

# কমাৰকুছি আৰু উত্তম চন্দ্ৰ বৰুৱা

কমাৰকুছি আৰু উত্তম চন্দ্ৰ বৰুৱা দুয়োটা নাম ওতপ্ৰোতভাৱে জড়িত। কমাৰকুছি তথা উপৰ বৰভাগৰ কথা আলোচনা কৰিলে উত্তম চন্দ্ৰ বৰুৱাৰ নাম স্বাভাৱিকতে আহি পৰে। কমাৰকুছি উচ্চ বুনিয়াদী (আগৰ ছাত্ৰ-বৃত্তি আৰু তাৰো আগৰ উচ্চ প্ৰাইমাৰী) স্কুলৰ কথা আলোচনা কৰোতেও তেওঁৰ কথা আলোচনা কৰাটো স্বাভাৱিক। কমাৰকুছিৰ লগত তেওঁৰ সম্বন্ধ কি দৰে স্থাপিত হৈছে তাক চাব লাগিলে আমি ৪০০ বছৰ আগলৈ যাব লাগিব।

উত্তম চন্দ্ৰ বৰুৱাৰ পূৰ্ব্বপুৰুষ মিথিলাৰ পৰা অহা বুলি কয়। ধনঞ্জয় বুলি এগৰাকী ধৰ্মপ্ৰাণ ব্যক্তি মিথিলাৰ পৰা পৰশুৰাম তীৰ্থ দৰ্শন কৰিবলৈ আহে। সেই সময়ত যাতায়তৰ কাৰণে সুগম বাট পথ নথকাত আঢ্যৱন্ত লোকসকলে নাৱেঁৰেই দূৰ-দূৰান্তলৈ অহা-যোৱা কৰিছিল। ধনঞ্জয়েও নাৱেঁৰেই আহে আৰু লগত এঘৰ বামুণ, এঘৰ নাপিত আৰু এঘৰ ধোবা লৈ আহে। তীৰ্থ দৰ্শন কৰি আৰু তেওঁলোকে ঘূৰি নগ'ল। উক্ত আহোতে

অ'ত-ত'ত বৈ বৈ গুৱাহাটীৰ আশে-পাশে থকা ৺কামাখ্যা তীৰ্থকে আদি কৰি তীৰ্থ দৰ্শন কৰি ব্ৰহ্মপুত্ৰৰ পৰা হাজো সুঁতিয়েদি সোমাই হাজোৰ মাধৱ দেৱালয় দৰ্শন কৰি কমাৰকুছিৰ গাত লগা ডিংডিঙ্গি গাঁৱত নাও চপায় আৰু তাতে থাকিবলৈ লয়। এই গাঁৱতে জয়পাল থান। তাত এটি ৺শিৱলিঙ্গ আছে। উত্তম চন্দ্ৰৰ পিতা ৰজত চন্দ্ৰই তাৰ ওপৰত এটা সৰু পকী মন্দিৰ সজাই দিয়ে। মন্দিৰ আৰু শিৱলিঙ্গ এতিয়াও আছে, যদিও মথাউৰি বন্ধাৰ ফলত মন্দিৰৰ আধামান অংশ মাটিৰ তলত পোত গৈছে। ধনঞ্জয়ৰ লগত অহা বামুণঘৰৰ বংশধৰ শ্ৰীভানুদত্ত শৰ্মা আদি আছে আৰু তেওঁলোক 'মহাজনথেৰ' ঘৰ বুলি জনাজাত। নাপিত ঘৰ ওচৰৰে শিমলীয়া গাঁৱত থিতাপি লয়। প্ৰবাদ আছে যে এদিন ধনঞ্জয় নে তেওঁৰ লগত অহা কেনোবা এজনে অ'ত-ত'ত ঘূৰি ফুৰোতে এঠাইত এটা বেঙে সাপ এটা ধৰি গিলিব ধৰা দেখা পালে। এনেকুৱা ঠাই বৰ পবিত্ৰ আৰু শুভ লক্ষণৰ ঠাই বুলি মানুহে কয়। সেই কাৰণে তেওঁ ডিংডিঙ্গিৰ পৰা উঠি আহি এই ঠাইত ঘৰ বান্ধি থাকিবলৈ লয়। এইখন ঠায়েই হ'ল কমাৰকুছি। জনশ্ৰুতি আছে যে ইয়াত আগেয়ে কমাৰৰ কাম কৰা মানুহে বসবাস কৰিছিল। বৰ্ত্তমানে নাই। কিন্তু কমাৰকুছিৰ উত্তৰে ৪ কিলো-মিটাৰ মান দূৰত অৱস্থিত বঙালমূৰ গাঁৱত কেইঘৰমান কমাৰ আছে।

মিথিলাত কলিতা জাতি বা বৰ্ণ বুলি কোনো জাতি বা বৰ্ণ নাছিল আৰু এতিয়াও নাই। কিন্তু ধনঞ্জয়ৰ বংশধৰ সকল কলিতা বুলি জনাজাত। খুব সম্ভৱ তেওঁলোক ক্ষত্ৰিয় আছিল আৰু অসমৰ কলিতাসকল ক্ষত্ৰিয় পৰ্য্যায়ৰ বা ব্ৰাত্য ক্ষত্ৰিয় কাৰণে এওঁলোকৰ লগত বিয়া-বাৰু কৰাই ঘৰ-সংসাৰ পতাত তেওঁলোকৰ বংশধৰসকল কলিতা বুলি জনজাত হয়। ইয়াতেই এইটো উল্লেখ কৰিব পাৰি যে কেবাগৰাকী নৃৱিজ্ঞানবিদ আৰু নৃতত্ববিদ পণ্ডিতৰ

মতে অসমৰ কলিতাসকল পশ্চিমকালৰ পৰা অহা ভাৰতীয় আৰ্য্যসকল আহি পোৱাৰ বহুপূৰ্বে উত্তৰ আৰু উত্তৰ-পূবেদি হিমালয়ৰ গিৰি-পথেদি অসমত প্ৰবেশ কৰে। গতিকে পূৰ্ব্বে অহা ধনঞ্জয় নিশ্চয় ক্ষত্ৰিয় আছিল আৰু সেয়েহে অসমৰ ব্ৰাত্য ক্ষত্ৰিয় অৰ্থাৎ কলিতাৰ লগত বিয়া-বাৰু কৰাই কলিতা বুলি জনাজাত হয়। তেওঁৰ বংশধৰ এতিয়া চাৰিওফালে বিয়পি পৰি বহু গাঁৱত বসতি কৰিব ধৰিছে। আনকি গোৱালপাৰা জিলাৰ সুদূৰ যোগীঘোপাতো তেওঁৰ বংশধৰ মুৰকোণাৰ ৺হৰিচন্দ্ৰ ডেকাবৰুৱাই অনুসন্ধান কৰি উলিয়াইছে বুলি কয়।

কমাৰকুছিৰ ভিতৰত আৰু আশে-পাশে প্ৰায় সকলো জাতিৰ মানুহ আছে। জাতিগত হিচাপে বামুণ, কলিতা, কোচ, কৈৱৰ্তৰ উপৰিও কৰ্ম অনুসৰি কমাৰ, কুমাৰ, সুৰী (মদ তৈয়াৰ কৰি বিক্ৰেতা), সোণাৰী আদি ব্যৱসায়ীৰ বসবাস। এই অঞ্চল আগেয়ে বামুণ পণ্ডিতৰ ঠাই আছিল। পণ্ডিতসকলে ঘৰতে টোল খুলি শিক্ষাৰ্থী-সকলক সংস্কৃত শিকাইছিল। বিশেষকৈ পূজাপদ্ধতি আৰু শ্ৰাদ্ধাদি কৰ্মকাণ্ড শিকাইছিল, যাতে উপযুক্তভাৱে যজমানি বৃত্তি চলাব পাৰে। নাগাৰকুছি ( কমাৰকুছিৰ এটা চুবা), ডিংডিঙ্গি, ধুৰকুছি, সোনকুৰিহা, আঠঘৰীয়া, চমাৰকুছি, কোটালকুছি আদি ঠাই বামুণৰ কাৰণে বিখ্যাত। স্বনামধন্য মহামহোপধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য্যৰ ঘৰ আঠঘৰী-য়াত আছিল। কিন্তু বৰ্ত্তমান যুগত অকল যজমানিৰ দ্বাৰা জীৱিকা নচলা হৈ পৰাত তেওঁলোকে সাধৰণ শিক্ষাত মনযোগ দি বি-এ, এম-এ পাছ কৰিব ধৰিছে বা ডাক্তৰ, ইঞ্জিনীয়াৰ আৰু উকীল আদি অৰ্থকৰী ব্যৱসায়ত নামিছে। ইয়াৰ ফলস্বৰূপে প্ৰাচীন সংস্কৃত ভাষাৰ চৰ্চ্চা কমি গৈছে আৰু সংস্কৃত শিক্ষাৰ প্ৰাণকেন্দ্ৰ বৃহৎ বৰভাগ অঞ্চলত সংস্কৃত পণ্ডিতৰ অভাৱ অনুভূত হৈছে। এই নানা জাতিৰ নানা কৰ্মকাৰৰ বাসস্থান ইয়াত কেনেকৈ থুপ খাব পালে তাৰ প্ৰকৃত অনুসন্ধান হোৱা নাই। বামুণসকলৰ

বেছিভাগেই পশ্চিমৰ উত্তৰ প্ৰদেশ, বিহাৰ, বঙ্গদেশ আদিৰ পৰা অহা। হিন্দুসকলৰ বাহিৰেও কমাৰকুছি আৰু আশে-পাশে কিছু সংখ্যক মুছলমানো আছে।

কমাৰকুছিত আটাইতকৈ ডাঙৰ উৎসৱ হৈছে ইয়াৰ দৌল উৎসৱ আৰু দুৰ্গা পূজা। বৰুৱা বংশৰে পূৰ্বপুৰুষ গৌৰীচন্দ্ৰ বৰুৱাই (উত্তম বৰুৱাৰ পিতামহ) শ্ৰীশ্ৰীশ্যামৰায়ৰ বিগ্ৰহ স্থাপন কৰি নিয়মিতভাৱে পূজা-পাৰ্ব্বণ পালন কৰিব ধৰে। আহোম ৰজা স্বৰ্গদেউ শিৱসিংহই দেৱালয় পৰিচালনাৰ কাৰণে দেবোত্তৰ মাটি দিয়ে আৰু ধৰ্মকামৰ কাৰণে ধৰ্মোত্তৰ মাটি দিয়ে। এই মাটি নিস্পিখেৰাজ অৰ্থাৎ আধা খাজনা দিয়া মাটি আছিল। বৃটিছে অসমৰ শাসনভাৰ গ্ৰহণ কৰাৰ পাছত ইং ১৮৩৮ চনত আহোম ৰজাই দিয়া মাটিবোৰ স্বীকাৰ কৰি পট্টা দিয়ে। দেবোত্তৰ মাটিৰ উৎপন্নৰ পৰা দেৱালয়ৰ নিত্য নৈমিত্তিক খৰছ চলিলেও দৌল উৎসৱ, দুৰ্গা উৎসৱ আদিৰ কাৰণে পৰিচালকে নিজৰ হাতৰ পৰাও খৰছ কৰিবলগীয়াত পৰে।

দৌল উৎসৱ আগতে অতি জাকজমকেৰে হৈছিল আৰু ঢুলীয়া, খুলীয়া আৰু ৰামায়ণ গোৱা, ওজাই উৎসৱত সদায় যোগদান কৰিছিল। আজি-কালি খুলীয়া লোপ পোৱা বুলি ক'ব পাৰি। তাৰ পৰিৱৰ্তে এতিয়া ভ্ৰাম্যমান থিয়েটাৰে অসমত যথেষ্ট সুনাম আৰ্জিছে। ঢুলীয়াও নাম মাত্ৰহে আছে। সভা গোৱা ঢুলীয়া দুই-এক যোৰাৰ বাহিৰে নাই। তেওঁলোকক মাতিলে যিমান খৰছ পৰে তাক চৰকাৰে দিয়া বাৰ্ষিকীৰ টকাইদি পূৰণ কৰা অসম্ভৱ। উলাবৰীৰ ৰামায়ণ গোৱা ওজা এসময়ত বিখ্যাত আছিল এতিয়া নাম মাত্ৰ একযোৰা আছে। তেওঁলোকৰো সভা গোৱা যোৰা নাই। কেৱল গোসাঁই উলিয়াই মেষ দাহলৈ নিওঁতে আৰু তৃতীয়দিনা সুঁৱৰী ফুৰাওঁতে লগত পদ গাই যায়। কমাৰকুছিৰ দৌল উৎসৱ তিনিদিনীয়া। প্ৰথমদিনা মেষদাহ আৰু অধিবাস। সিদিনা গোন্ধ বুলি কোৱা হয় আৰু সৰু শ্যামৰায় বিগ্ৰহ আৰু

গোপাল বিগ্ৰহ দুখন সিংহাসনত থাপনা কৰি দৌলৰ তলত হোম-ঘৰত থোৱা হয়। পিছদিনা গোপালৰ সিংহাখন দৌলৰ ওপৰলৈ নিয়া হয় আৰু শ্যামৰায়ৰ সিংহাখন তলত থকা হোমঘৰত ৰখা হয়। বৰ শ্যামৰায় গোসাঁই ঘৰৰ পৰা বাহিৰলৈ নানায়।

"গোৰুৰ তিনি চাৰিদিন আগৰে পৰা দৌলৰ খোলাত দোকান পোহাৰ বহিব ধৰে। হাজোৰ আৰু গুৱাহাটীৰ পৰাও মৰিয়াসকলে পিতলৰ সাজ-বাচন বেচিবলৈ আনে। সৰ্থেবাৰীৰ পৰা কাঁহৰ বাচন আনে। আগৰ দিনত গুৱাহাটীৰ পৰা কাপোৰৰ দোকান আৰু ভুটীয়াসকলে ঘোঁৰা আৰু কম্বল, মছলা আদি আনিছিল। মিঠাইৰ দোকান আৰু মণিহাৰিৰ দোকান অসংখ্য বহে। ঘৰৰ বাবে বাঁহৰ দুৱাৰ, তাঁতশালৰ সঁজুলি, বাহ উঘা, চেৰেকী আদি ওলায়। আগৰ দিনত গাঁৱে-ভূঞে দোকান-বজাৰ নাছিল বুলিলেই হয়। তেতিয়াৰ দিনত মানুহে কাপোৰ-কানিকে আদি কৰি সাজ-বাচন কিনিব লাগিলে গুৱাহাটী বা নলবাৰীলৈ নগৈ দৌলৰ বজাৰলৈ বাট চাই থাকিছিল আৰু তাত হাজাৰ হাজাৰ মানুহৰ সমাগম হৈছিল। আজিকালি প্ৰায়বোৰ উন্নত গাঁৱতে যথেষ্ট সংখ্যক দোকান আছে য'ত প্ৰয়োজনীয় বস্তু প্ৰায় সকলো বিধকে পোৱা যায়।

শ্যামৰায় গোসাঁই ঘৰত দুখন সিংহাসনত স্থাপন কৰা দুটা বিগ্ৰহ। বৰশ্যামৰায় আৰু সৰু শ্যামৰায়। বৰ শ্যামৰায়ক স্থানান্তৰ কৰা নহয়। সৰু শ্যামৰায়ক গোপাল বিগ্ৰহৰ সৈতে দৌল পূজাৰ আগদিনা মেৰ-দাহলৈ লৈ গৈ উভতি আহি দৌলৰ তলত থকা হোমঘৰত এখন সিংহাসনত অৱস্থান কৰে। তাৰ পিছত গোপাল বিগ্ৰহ দৌলৰ ওপৰলৈ গোসাঁই ফুৰোৱা সিংহাসনত যায়, আৰু পিছদিনা অৰ্থাৎ দৌল পূজাৰ পিছদিনা অৰ্থাৎ তৃতীয়দিনা হোম ঘৰলৈ নামি আহে। সেই সিংহাসনত সৰু শ্যামৰায়ক তুলি লৈ আটিবেজা স্তুতি কৰি গোসাঁই ঘৰলৈ ঘূৰাই লৈ অহা হয়।

বাহিৰত থকা এই তিনিদিন গোসাঁইৰ ওচৰত ৰখীয়াৰ কাম কৰি অনবৰত কেইজনমান দেউৰী থাকে আৰু আগৰ দিনত নির্দিষ্ট লোকৰহে সেই কাম কৰাৰ অধিকাৰ আছিল। এতিয়া সেইবোৰ লুপ্তপ্রায়।

মাটিৰ ওখ দৌল বছৰে ভালেখিনি মেৰামর্ত কৰিব লগা হৈছিল আৰু এতিয়াও লাগে যদিও ওপৰৰ কেইটামান থাক আজি ৪ বছৰমান আগতে পৰা কৰা হ'ল। মেৰামত কৰাৰ কাৰণেও নির্দিষ্ট লোক আছিল। আগেয়ে নগাঁও গাঁৱত (নলবাৰীৰ ৬/৭ মাইল উত্তৰে) থকা দেবোত্তৰ মাটিত বড়ো-কছাৰীয়ে ৰায় হিচাপে বহি আছিল। তেওঁলোকৰ এটা দল দৌলৰ ১৫ দিন আগতে কমাৰকুছিলৈ আহি জুপুৰি ঘৰ বান্ধি থাকিবলৈ লয়। তেওঁলোকে দৌল মেৰামত কৰি সুন্দৰকৈ মচি-কাচি ধুনীয়াকৈ সজাই তুলি যায়। এই কেইদিন থকা-খোৱাৰ সু-ব্যৱস্থা দেৱালয়ৰ পৰিচালকে কৰিছিল।

দুৰ্গোৎসৱতো আগেয়ে যথেষ্ট মানুহ হৈছিল। কিন্তু আজিকালি ওচৰে-পাজৰে বহু গাঁৱত দুৰ্গাপূজা উৎসৱ পালন কৰাৰ কাৰণে কমাৰকুছিৰ পূজাত সিমান মানুহ নহয় আৰু আগৰদৰে ঢুলীয়া খুলীয়া, ওজা আদি বৃত্তিয়াল নথকাত মানুহ কম হোৱাৰ এটি কাৰণ। চৰকাৰে ১৯৭০ৰ বস্তুৰ মূল্যৰ হিচাপত দিয়া বাৰ্ষিকীৰ দ্বাৰা খৰছ বহন কৰা অসম্ভৱ। দৌল, দুৰ্গোৎসৱৰ বাহিৰেও শ্যামৰায় দেৱালয়ত ওবে বছৰটোত নিত্য-নৈমিত্তিক পূজাৰ উপৰিও বহাগৰ দোমাহীৰ পৰা আৰম্ভ কৰি দেৱদামোদৰৰ তিথি, শংকৰদেৱ, মাধৱদেৱৰ তিথি, অম্বুবাচী, জন্মাষ্টমী পূজা পচেতি, লক্ষ্মীপূজা, কাতিবিহু, দেৱালী, ৰাসপূজা, মাঘবিহু, শিৱৰাত্রি আদি উৎসৱ পালন কৰা হয়। আগেয়ে অৱশ্যে এইবোৰ মহাসমাৰোহেৰে পালন কৰা হৈছিল। উত্তম ধৰুৱা থকা কাৰণেতো জ্যেষ্ঠ পূৰ্বপুৰুষ সকলে উদ্‌যাপন কৰা এই পূজা-পাৰ্বণবোৰ পালন

কাৰ্য্যত বাধা দি এই কু-প্ৰথা উঠাই দিয়াত সফল হয়। গণ্যমান্য লোকসৰ্কল বৰযাত্ৰী হৈ যাওঁতে প্ৰত্যেককে দোলাত নিয়াৰ ব্যৱস্থা আৰু খাৰ-বাৰুদত বহু টকা পুৰি নষ্ট কৰিছিল। এই দস্তুৰো বৰুৱাদেৱে উঠাই দিবলৈ সক্ষম হৈছিল। অসমীয়া কৃষ্টি আৰু সংস্কৃতি প্ৰচাৰ কৰাত তেওঁ যত্নবান আছিল। তেওঁৰ এবছৰ নহওঁতেই পিতৃ বিয়োগ হয়। পিতৃ বিয়োগৰ পিছত গাঁৱৰ স্কুলখন উঠি যায় আৰু তেওঁৰ বিদ্যাৰম্ভত ব্যাঘাত ঘটে। তথাপিও তেওঁ তেওঁৰ জেঠা ৰাধাচন্দ্ৰ বৰুৱাৰ ঘৰত প্ৰাথমিক শিক্ষা লাভ কৰে আৰু তাৰ পিছত বহু কষ্ট কৰি হাইস্কুলৰ ৮ম মান শ্ৰেণীলৈ পঢ়িব পাৰিছিল। তাৰ ভিতৰতে মহামহোপাধ্যায় ৺ধীৰেশ্বৰ দেৱৰ ওচৰত সংস্কৃত শিক্ষা লাভ কৰিছিল আৰু ৰত্নমালা পঢ়িছিল। শ্ৰীমদ্ভাগৱত গীতা আৰু শ্ৰীশ্ৰীচণ্ডী তেওঁৰ মুখস্থ আছিল। উচ্চ শিক্ষা লাভ কৰিব নোৱাৰিলেও তেওঁ সাহিত্যানুৰাগী আছিল আৰু সাহিত্য চৰ্চ্চা কৰিছিল। আগেয়ে উল্লেখ কৰা গীত ৰচনা কৰাৰ উপৰিও তত্ত্বমূলক প্ৰবন্ধ লিখিছিল আৰু কামৰূপ অনুসন্ধান সমিতিৰ এজন প্ৰতিষ্ঠাপক সভ্য আছিল। তেওঁ আসাম এছোচিয়েচনৰো এগৰাকী সক্ৰিয় সভ্য আছিল।

ইং ১৯০৫ চনত চৰকাৰে এখন সদৌ অসম কৃষি আৰু উদ্যোগ প্ৰদৰ্শনী গুৱাহাটীত পাতিছিল। উত্তম বৰুৱাই সেই প্ৰদৰ্শনীত আধাৰো বেছি বস্তু গোটেই দেখুৱাইছিল। নানা তৰহৰ অসমীয়া গহনা, কাপোৰ, হাতৰ কাম প্ৰদৰ্শন কৰিছিল। গাঁৱৰ পৰা শিপিনী নি, ধানৰ পৰা ঢেঁকীত বানি চাউল কৰা, পিঠাগুৰি কৰা আৰু নানা ধৰণৰ লাৰু-পিঠা কৰা দেখুৱাইছিল। বেহাৰ পেৰি তেল উলিওৱা, কুঁহিয়াৰ পেৰি মিঠৈ কৰা, তিলৰ লাৰু, নাৰিকলৰ লাৰু, আখৈৰ লাৰু, মাটি মাহৰ জিলপী আদি খোৱা বস্তুৰ উপৰিও কপাহৰ পৰা সূতা কাটি কাপোৰ বোৱা, মুগা, এড়ি, পাট পলুৰ পৰা সূতা কাটি কাপোৰ বোৱা আদি হাতৰ কাম দেখুৱাই স্বৰ্ণপদক লাভ

কৰিছিল। অসমীয়া সাজ-পোছাকৰ ওপৰত তেওঁ বিশেষ জোৰ দিছিল আৰু বাহিৰলৈ ওলাই গলে সদায় মূৰত অসমীয়া শিৰস্ত্ৰাণ পাগুৰি খাৰি গৈছিল। ১৯০৫ চনত লৰ্ড কাৰ্জনে যেতিয়া বংগদেশ দ্বিখণ্ডিত কৰি পূৰ্ব্ববংগৰ লগত অসমকো জাপি দিয়ে আৰু প্ৰবল স্বদেশী আন্দোলন গঢ়ি উঠে। তেতিয়াৰ পৰাই তেওঁ বিদেশী কাপোৰ বৰ্জন কৰি মিলৰ কাপোৰৰ পৰিবৰ্ত্তে হাঁতে বোৱা কাপোৰ পিন্ধিছিল। মৃত্যুৰ সময়লৈ কলিকতা বা গুৱাহাটীলৈ গলেও ঘৰৰ তাঁতৰ শালত বোৱা কাপোৰহে পিন্ধি গৈছিল।

বৰুৱা জন্মালত নিজে উচ্চ শিক্ষা লাভ কৰিব নোৱাৰিলেও গাঁৱৰ ল'ৰাবিলাকে যাতে উপযুক্ত শিক্ষা লাভ কৰে তাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছিল। কমাৰকুছিৰ বিদ্যালয়খন প্ৰথমে ৺ৰজতচন্দ্ৰ বৰুৱাৰ চ'ৰাঘৰত বহিছিল। তেওঁৰ মৃত্যুৰ পিছত ১২ বছৰমান বন্ধ থকাৰ পিছত ইং ১৮৮৪ চনত উচ্চ প্ৰায়মাৰী বিদ্যালয় হিচাপে পুনৰ স্থাপিত হোৱাত আগৰ সেই চ'ৰাঘৰতে বহে। উত্তম বৰুৱাৰ বৈমাত্ৰেয় ভায়েক গোপালচন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পিছত তেওঁ স্কুলৰ সৰ্ব্বাংগীন উন্নতিৰ কাৰণে যত্নপৰ হয় আৰু নিজৰ মাটিত স্কুলৰ কাৰণে বেলেগ ঘৰ বান্ধি দিয়ে আৰু স্কুল সুস্থভাবে পৰিচালনা কৰাৰ কাৰণে পৰিচালনা কমিটিৰ চেয়াৰমেনৰ ভাৰ লয়। ১৯১৫ চনত তেওঁৰ মৃত্যু হয়। ১৯১২ চনত তেওঁৰ চেষ্টাতে স্কুলখন উচ্চ প্ৰায়মাৰীৰ পৰা ছাত্ৰবৃত্তিলৈ উন্নীত হৈছিল। তেওঁৰ পাছত তেওঁৰ প্ৰথম পুত্ৰ স্বৰ্গীয় প্ৰফুল্লচন্দ্ৰ বৰুৱা পৰিচালনা কমিটিৰ চেয়াৰমেন হয়। তেওঁ গুৱাহাটীৰ লোকেল বোৰ্ডৰ সদস্য হৈ থকা কালত লোকেল বোৰ্ডে পুৰণি ঘৰ জীৰ্ণশীৰ্ণ হৈ যোৱাত নতুন ঘৰ বান্ধি দিয়ে। লোকেল বোৰ্ডে উত্তমচন্দ্ৰ বৰুৱাৰ এই স্কুললৈ বৰঙণি সুঁৱৰি স্কুলখন তেওঁৰ নামে নামকৰণ কৰে। দেশ স্বাধীন হোৱাৰ পিছত মহাত্মা গান্ধীৰ পৰিকল্পনা মতে যেতিয়া

বুনিয়াদী বিদ্যালয়ৰ পৰিবৰ্ত্তন হ'ল তেতিয়া এই স্কুলখনো উচ্চ বুনিয়াদী বিদ্যালয়ত পৰিণত কৰা হ'ল।

উত্তমচন্দ্ৰ বৰুৱা আজীৱনকাল গাঁৱত থাকি গাঁৱৰ উন্নতিৰ হকে আত্মোৎসৰ্গ কৰিলে। ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পত যেতিয়া হাজোৰ পৰা কমাৰকুছিলৈ বিস্তৃত ভূমিখণ্ড দাবি গৈ এক বৃহৎ জলাশয়ত পৰিণত হয় তেতিয়া চৰকাৰী ইঞ্জিনীয়াৰসকলে এই জলাশয়ৰ পানীৰ উচ্চতা ব্ৰহ্মপুত্ৰৰ পানীৰ উচ্চতাতকৈ কম বুলি এই ভূমিখণ্ড পুনৰুদ্ধাৰ কৰাৰ একো সম্ভাবনা নাই বুলি আশা এৰি দিছিল। কিন্তু উত্তমচন্দ্ৰ বৰুৱাই আশা এৰি নিদি গাঁৱলীয়া নিয়মে নানা পৰীক্ষা কৰি পালে যে জলাশয়ৰ পানীৰ উচ্চতা ব্ৰহ্মপুত্ৰৰ পানীৰ ওপৰত। তাৰ প্ৰমাণ স্বৰূপে পানীৰ সৰু সৰু লোৰ কাটি দিয়াত দেখিলে পানী গৈ ব্ৰহ্মপুত্ৰত পৰে। তেওঁৰ চেষ্টাতে এই ভূখণ্ড উদ্ধাৰ হয় আৰু ৰাইজৰ উপকাৰৰ লগতে চৰকাৰেও কেবালাখ টকা ৰাজহ পাব ধৰে। এই কামত সেই অঞ্চলৰ ভূমিকম্পত ক্ষতি হোৱা ৰাইজে সহায় কৰিছিল আৰু তেওঁ নিজৰ হাতৰ পৰাও যথেষ্ট টকা খৰছ কৰিব লগা হৈছিল। ১৯০২-০৫ চনৰ চেটেলমেণ্ট ৰিপোৰ্টত চেটেলমেণ্ট অফিচাৰ মেক্‌চুইনি চাহাবে এনেদৰে লিখি থৈ গৈছে—"Between Barhhag and Ramdiya groups, it was found that stiff clay obstructed the natural reformation of the Chaulk-howa river (now dead) with the Brahmaputra. But when a small cutting was made through the clay soil of the swamps the waters automatically completed the formation of the Channel. It was srijut Uttam Chandra Barua who discovered this fact. He took up the development of these channels in hand and succeeded in digging what are known as Barsonjan, Moamarijan and Phoota Baralia Channel".

অৰ্থাৎ "ববভাগ আৰু বামদিয়া গ্ৰুপৰ মাজত দেখা গৈছিল যে টান আঠালতীয়া মাটিয়ে চাউলখোৱা নদী আৰু ব্ৰহ্মপুত্ৰৰ মাজত সংযোগ বাধা দিছিল। কিন্তু জলাশয়ৰ পিটনিৰ আঠালেতীয়া মাটিৰ মাজেদি এটা লোৰ কাটি দিলে পানীয়ে নিজে নিজে মাটি খান্দি লৈ (ব্ৰহ্মপুত্ৰ) জানত পৰিণত কৰে। এই কথাটো শ্ৰীযুক্ত উত্তমচন্দ্ৰ বৰুৱাই আৱিষ্কাৰ কৰে। তেওঁ এনেকৈ পানীৰ সুঁতিবোৰ উন্নত কৰা কাম হাতত লয় আৰু ববচলিজান, মোৱামাৰিজান আৰু ফুটাববলীয়া জান খন্দাত সফল হয়।"

উত্তম চন্দ্ৰ বৰুৱাই এইদৰে গাঁৱৰ উন্নতিৰ হকে আত্মোৎসৰ্গ কৰিছিল। ১৯১৫ চনত গুৱাহাটীত থাকোতে হঠাৎ কলেৰাত আক্ৰান্ত হৈ তেওঁ শেষ নিশ্বাস ত্যাগ কৰে। ধৰ্মপ্ৰাণ বৰুৱাই মৃত্যুৰ পূৰ্ব লক্ষণত গীতাৰ শেষ শ্লোকটো আবৃত্তি কৰি হাঁহি মুখে প্ৰাণত্যাগ কৰে। তেওঁ পত্নী, দুই গৰাকী পুত্ৰ আৰু তিনিগৰাকী কন্যা এৰি থৈ যায়। অকালতে হঠাতে মৃত্যুৰ মুখত নপৰা হলে তেওঁৰ পৰা হয়তো সমাজে আৰু বহুতো কাম পালেহেঁতেন। আজি আমি প্ৰাৰ্থনা কৰো উত্তমচন্দ্ৰ বুনিয়াদী স্কুলৰ আৰু কমাৰকুছি গাঁৱৰ তথা উপৰ ববভাগ মৌজা আৰু অসমীয়া জাতিৰ উন্নতিৰ কাৰণে তেওঁ আহোপুৰুষাৰ্থ কৰিছিল তেওঁলোকৰ ঈশ্বৰে মংগল কৰক। তেওঁলোক জয়যুক্ত হক।

# সতী সুদক্ষিণা দেৱী

প্ৰবন্ধটোৰ নামকৰণ দেখি কাৰোবাৰ ধাৰণা হ'ব পাৰে যে মই সতীদাহ প্ৰথাৰ সমৰ্থক। কিন্তু তেনে ধাৰণা ভুল হ'ব। মই সতীদাহ প্ৰথা সমৰ্থন নকৰো। কাৰণ সতীদাহৰ নামত যদ্য বিধবাক বলেৰে নি মৃত স্বামীৰ চিতাত জাপি দি দাহ কৰা আৰু দেখ্‌দেখ্‌কৈ নৰহত্যা অপৰাধত লিপ্ত হোৱা ঘটনা প্ৰকাশ পাই আহিছে। কোনো কোনো ক্ষেত্ৰত আকৌ সেইঁ ঠাইৰ সমাজে নাৰী সতী গলে দেৱীৰ স্থান দি আৰু নগলে অতি হীন চকুৰে চাই কাৰ্য্যতঃ সমাজচ্যুত কৰি সদ্য বিধবা গৰাকীক মৃত স্বামীৰ লগতে অগ্নিদগ্ধ হৈ মৰাৰ বাহিৰে উপায়ন্তৰ নথকা কৰে আৰু স্বইচ্ছাই সতী যোৱা বুলি কয়। তেনেকুৱা সতী যোৱা প্ৰথা কোনো পধ্যে সমৰ্থন কৰিব নোৱাৰি।

আগৰ দিনত যুদ্ধত হাৰা দেশৰ বিধবা সকলে শত্ৰু পক্ষৰ সৈন্য সকলৰ অত্যাচাৰৰ হাত সাৰিবলৈ নিজৰ আত্মমৰ্যাদা ৰক্ষা কৰিবলৈ দলবান্ধি জুই জ্বলাই প্ৰাণ আহুতি দিয়াৰ ঘটনাও বহুত আছে। আত্ম-সম্মান ৰক্ষা কৰাৰ কাৰণে জুইত জাপ দি বা বিষ খাই বা অইন উপায়েৰে দেহ নষ্ট কৰা উদাহৰণো বহুত আছে। কিন্তু এইবোৰ সমাজত গতানুগতিক ভাবে চলি থকা অৱস্থা নহয়। তেনেকুৱা ঘটনা বিশেষ পৰিস্থিতিতহে সংঘটিত হয়।

দ্বিতীয়তে সতীযোৱা প্ৰথা শাস্ত্ৰ নিৰ্দ্দেশত চিৰন্তন প্ৰথা যেন নালাগে। ই শাস্ত্ৰ নিৰ্দ্দেশিত হ'লে বিধবাসকলে পালিব লগা ইমান নীতি-নিয়ম বিস্তৃত ভাবে লিখা নাথাকিল হৈ। কোনোবা নাৰীৰ ওপৰত আকৌ তেওঁৰ গুৰু স্থানীয়সকলে বা সমাজে এনে অন্ধ বিশ্বাস জগাই তুলিছিল যে সেই নাৰীৰ ওপৰত

প্ৰচাৰিত অন্ধ বিশ্বাসে গভীৰ ৰেখাপাত কৰি তেওঁক সতী যাবলৈ অনুপ্ৰাণিত কৰিছিল। কিন্তু তেনেকুৱা ঘটনাও বিৰল। অৱশ্যে তেনে ক্ষেত্ৰত তেওঁ আত্মহত্যা কৰা বা আনে তেওঁক হত্যা কৰা বা কৰিবলৈ উচটনি দিয়া বুলি ক'ব নোৱাৰি। ধৰ্মৰ নামত এতিয়াও এনে কুসংস্কাৰ বহুত চলি আছে। যেনে বিধবা বিবাহত বাধাদান। আনকি অতি কম বয়সতে বিয়া সম্পৰ্কে কোনো জ্ঞান জন্মাৰ আগতে বিয়া হৈ বিধবা হলেও তেওঁৰ পুনঃবিবাহ নিষিদ্ধ আছিল আৰু এতিয়াও ঠায়ে ঠায়ে আছে আৰু সেই অভাগিনী ছোৱালী চিৰ জীৱন সংসাৰৰ সকলো ৰকম সুখ-সম্ভোগৰ পৰা বঞ্চিত হৈ কটাব লাগে। এনেবোৰ কুসংস্কাৰ যিমান সোনকালে পৰা যায়, সুপ্ৰচাৰৰ মাধ্যমেৰে সমাজৰ পৰা উৎঘাটন কৰিব লাগে।

এতিয়া আমি আজিৰ প্ৰবন্ধলৈ আহো। ঘটনাটো ঘটিছিল ১৯৩৯ চনৰ নবেম্বৰ মাহৰ ১৬ তাৰিখে, গুৱাহাটীৰ বিহাবাৰীত। মোৰ বাইদেউ সুদক্ষিণা দেৱীৰ (আমি চিকাণবাই বুলিছিলো আৰু ঘৰত মাতা নাম আছিল ৰাজকুৱঁৰী) বিয়া হৈছিল বড়িয়াৰ স্বৰ্গীয় অলগতিৰাম লহকৰৰ লগত। তেওঁ গুৱাহাটী কলেজিয়েট স্কুলৰ শিক্ষক আছিল। সৎ স্বভাবৰ ধৰ্ম পৰায়ণ আৰু ভাৰতীয় ভাবধাৰাত অনুপ্ৰাণীত বিনয়ী আৰু অমায়িক অলতিৰাম লহকৰ কলেজীয়া ছাত্ৰ থাকোতেই স্বৰ্গীয় পিতা উত্তমচন্দ্ৰ বৰুৱাই তেওঁক চিকাণবাইৰ পাত্ৰ মনোনীত কৰে আৰু পিতাৰ হঠাৎ মৃত্যু হোৱাত তেওঁৰ ইচ্ছানুযায়ী চিকাণবাইৰ অলগতি লহকৰৰ লগত বিয়া হয়। বিয়াৰ পাছত ভিনিহীয়ে চিকাণবাইক প্ৰাচীন ভাৰতৰ সাধ্বী নাৰী সীতা সাবিত্ৰী আদিৰ আদৰ্শত গঢ়ি তোলে। চিকাণবাই ৰামায়ণ মহাভাৰত আদি বহু ধৰ্মপুথি মনোযোগেৰে অধ্যয়ন কৰে আৰু ভাৰতৰ মহান নাৰীসকলৰ আদৰ্শ আগত ৰাখি সংসাৰৰ ধৰ্ম পালন কৰে। কিন্তু তেওঁৰ সুখৰ সংসাৰ হঠাৎ ভাঙি পৰে। ১৯৩৯ চনৰ এপ্ৰিল মাহত ভিনিহিয়ে ৪৯ বছৰ বয়সতে হঠাৎ

সংসাৰৰ পৰা বিদায় লয়। সেই দিন ধৰি চিকাণবাইৰ হাঁহি মাত নাইকীয়া হ'ল। অতি কম পৰিমাণৰ সাত্বিক আহাৰ ভোজন কৰি, ধৰ্মপুথি পঢ়ি থাকি ভিনিহিয়ে এৰি থৈ যোৱা পাঁচোটা ল'ৰাক তুলি-তালি সৎ পথত চলিবলৈ শিক্ষা দিয়াত মনোনিবেশ কৰে। তেওঁ যে তলে তলে অতি সংগোপনে সতীযোৱাৰ কাৰণে যোগাৰ কৰিব ধৰিছিল তাক কোনেও সন্দেহ কৰা নাছিল। বাৰীৰ পাছফালে পুখুৰীৰ পাৰত খৰি জমা কৰি কৰি চিতা ৰচনা কৰিছিল। ঘিউ কিনি জমা কৰিছিল আৰু চিতাৰ ঠাইখন সাৰি-পুচি চাফা কৰি ৰাখিছিল। ঘটনাৰ দিনা ৪ৰ্থ আৰু ৫ম ল'ৰা তীৰ্থব্ৰত (অৱসৰপ্ৰাপ্ত কৰ্ণেল আৰু বৰ্ত্তমান অসম গেচ কোম্পানিৰ মেনেজিং ডিৰেক্টৰ) আৰু সূৰ্য্যব্ৰত (বৰ্ত্তমানে সমবায় বিভাগৰ ডিপুটি ৰেজিষ্ট্ৰাৰ) স্কুললৈ যায়। দ্বিতীয় ল'ৰা ধৰ্মব্ৰত (অকালতে মৃত্যু হয়) আৰু তৃতীয় লৰা দেৱব্ৰত বৰ্ত্তমানে উদ্যোগ বিভাগৰ অৱসৰপ্ৰাপ্ত ডিপুটি ডিৰেক্টৰ) কলেজলৈ যায়। দেৱব্ৰতে কলেজলৈ যোৱাৰ আগতে মাকে মনে মনে দাদা স্বৰ্গীয় প্ৰফুল্লচন্দ্ৰ বৰুৱালৈ লিখা চিঠি এখন মাক গা-ধুবলৈ যাওঁতে পঢ়ে। তাত চিকাণবাই তেওঁৰ স্বামীক বিচাৰি ওলাল আৰু ল'ৰা পাঁচোটাক তেওঁক গটালে বুলি লিখিছিল। দেৱব্ৰতে চিঠিখন পঢ়ি ভাত নাখাওঁ আৰু কলেজলৈয়ো নাযাওঁ বুলি জেদ ধৰিলে। তেতিয়া চিকাণবাই তাক বহুত বুজালে যে তেওঁৰ মাজে মাজে কিবা-কিবি ভাব হয়। তাৰ ওপৰত একো গুৰুত্ব দিব নালাগে। আৰু লগতে, কত ল'ৰাৰ সকতে মাক-বাপেক ঢুকুৱা সত্ত্বেও তেওঁলোকে লেখা পঢ়া শিকি ডাঙৰ মানুহ হয়; ইত্যাদি কথা কৈ দেৱব্ৰতক শান্ত কৰিলে। ঈশ্বৰৰ ইচ্ছাত কোনেও বাধা দিব নোৱাৰে। দেৱব্ৰতে ভাত খাই কলেজলৈ গ'ল। প্ৰথম ল'ৰা সত্যব্ৰত (অৱসৰ প্ৰাপ্ত মেজৰ আৰু বৰ্ত্তমানে "নাম নাই" আলোচনীৰ সম্পাদক) পিতাক ঢুকুৱাৰ পাছত সংসাৰৰ বোজা নিজৰ মূৰত পৰাত ৰাঙিপুৰা টিউচন কৰি

ডুপৰীয়া কলেজিয়েট স্কুলত শিক্ষকতা কৰি ঘৰ চলাইছিল। তেওঁ স্কুললৈ গ'ল। চিকাণবাই তেতিয়া পল্টন পুখুৰীৰ পাৰত থকা ৺জগদানন্দ চৌধুৰীলৈ (সম্পৰ্কত আমাৰ মামা) এখন চিঠি দি ৰাম কুৰা ল'ৰাটোক পঠিয়াই দি ঘৰ জন-শূন্য কৰি বিধৱাৰ বেশ ত্যাগ কৰি সধবাৰ কাপোৰ পিন্ধি আৰু শিৰত সেন্দুৰৰ ফোঁট লয়। আৰু আগেয়ে যোগাৰ কৰি ৰখা ধূপ ধূনা জ্বলায়, আৰু গঙ্গাজল, ফুল তুলসী আৰু তিনিহিৰ অস্থি অলপ লগত লৈ ঘিউ ঢালি চিতা জ্বলাই চিতাত আৰোহণ কৰে আৰু মুহূৰ্ততে অগ্নি দেৱতাই তেওঁক আকোৱালি লয়। ধূপ, বিলাক ওচৰৰ কলগছত পুতি দিছিল।

ইফালে জগদা মামাই চিঠিখন পঢ়ি চকুখাই তৎক্ষণাতে তেওঁৰ দ্বিতীয় ল'ৰা শ্ৰীশিৱানন্দ চৌধুৰীক ওচৰত পাই দৌৰি পঠিয়ায়। কিন্তু শিৱ আহি পোৱাৰ আগতে, চিকাণবাইৰ দেহ অৰ্দ্ধ দগ্ধ। খবৰ বিয়পি পৰাৰ লগে লগে গুৱাহাটী চহৰ ভাঙি বিহাবাৰীত লগ লাগিল। কলেজ সিদিনা অইন কাৰণত ছুটি হৈছিল। কলেজৰ প্ৰফেচাৰ ল'ৰাবোৰো আহিল। ল'ৰা পাঁচোটা আহি পাওঁতে চিতাৰ কাম আধা আধি শেষ। বাকী শেষকৃত্য সকলোৱে লগ লাগি সমাপন কৰে আৰু চিকাণবাইৰ নশ্বৰ দেহ ভস্মত পৰিণত হয়।

চিকাণবাই তেওঁৰ ল'ৰা পাঁচোটালৈ, স্বৰ্গীয়া মাইলৈ, আৰু স্বৰ্গীয় জগদা মামাইলৈ লিখি থৈ যোৱা চিঠি কেইখন তলত উদ্ধৃত কৰিলো।

ল'ৰাহঁতলৈ লিখিছিল—

হে মোৰ বাছাহঁত।

তহঁতক যেনেকৈ এৰিব লাগিছিল তেনেকৈ এৰাদিলো। কি কৰিম। তহঁতক পিতৃস্নেহ এৰি সময়ই এই পৃথিৱীত থকা অসংখ্য দুৰ্ভাগ্য লোক। তোমালোক পাঁচজনে মিলি থাকি পিতৃ দেৱতাৰ চৰণ চিন্তি ঈশ্বৰত ভক্তি আৰু বিশ্বাস ৰাখি চলিবা। তোমালোকক যেতিয়া আমহাই ভুলাক পাকে মোৰ দেহ ভস্ম হোৱা

ঠাইখিনিত এটা সৰু গোসাঁই ঘৰ কৰি থবা। মাতৃ বিয়োগৰ কাৰণে তোমালোকে একো বিশেষ নিয়ম পালিবৰ দৰকাৰ নাই। গাখীৰ আদি অন্ততঃ খাবা। তিতা কাপোৰেৰে নাথাকিবা। কেশৱ আশ্ৰমৰ সন্যাসীয়ে কৈছিলঃ 'বাবা আপোনালোকে কেৱল ৭ মাহৰ কাৰণে এৰা এৰি হ'ব। ৭ মাহ আগে যাব বা ৭ মাহ পাছে যাব। মোৰ দুৰ্ভাগ্যৰ ফলত আগে যাব নোৱাৰিলো। এতিয়া ৭ মাহ পাছে গৈয়েই আজি লগ ধৰো। সকলোৱে আশীৰ্বাদ দিয়ক যাতে বিচাৰি পাওঁ। সকলোৱে মোক ক্ষমা কৰিবা। স্বৰ্গীয়া মাইলৈ দুই লাইন লিখি থৈ গৈছিল—'শ্ৰীযুতা মাই,

আজি আপোনাৰ চাৰিটি সন্তান হে পৃথিৱীত থাকিল। বাপাইতক আপোনাক সপি দি মই মোৰ হৃদয়ৰ আৰাধ্য দেৱতা স্বামীদেৱক বিচাৰি ওলালো। ক্ষমা কৰিব। সেৱিকিনী"

শ্ৰীসুদক্ষিণা।

স্বৰ্গীয় জগদা মামালৈ লিখি পঠিওৱা চিঠি—

"হে মোৰ আত্মীয়সকল।

আজি মই ডাঙৰক নমস্কাৰ কৰি সৰুক স্নেহাশীৰ্বাদ কৰি পৃথিৱীৰ পৰা বিদায় মাগিছো। সকলোৱে সৰল মনেৰে 'মোক বিদায় দিয়ক। মোৰ সেই ঈশ্বৰৰ দাস পাঁচটি সকলোকে গটাই দিলো। সকলো বাইজে যেন সিইতক হিত উপদেশ দি সহায় কৰে।

আজি মোৰ এই অলক্ষীয়া দেহ ভস্ম কৰি মোৰ সেই হৃদয়ৰ আৰাধ্য দেৱতা স্বামীদেৱক বিচাৰি ওলালো। মই আত্মহত্যা কৰা নাই। আত্মাক কোনেও হত্যা কৰিব নোৱাৰে। মোৰ দেহ-টোহে বিসৰ্জন দিম। স্বামীদেৱৰ অবৰ্ত্তমানে মোৰ এই দেহ ধাৰণ-কৰা মোৰ পক্ষে অসম্ভৱ। কাজে আজি এই দেহ বিসৰ্জন দি মই মোৰ প্ৰভুক বিচাৰি ওলালো।

সকলো বাইৰে মোক ক্ষমা কৰিব, মই মূল মহাভাৰতত

পঢ়িছো শ্ৰীকৃষ্ণই দেহত্যাগ কৰাৰ পাছত অৰ্জুনে ভেখেতসকলৰ পত্নী বিলাকক নিবলৈ অহাত ৰুক্মিণী দেৱী আদিয়ো জুইত জাপ দি পুৰি মৰিছিল। মোৰ বোধ হৈছে স্বামীক বিচাৰি যাওঁ বুলি দেহ বিসৰ্জন দিলে সেইটো আত্মহত্যা নহয়।

চিঠিত উল্লেখ কৰা কেশৱাশ্ৰম ৺কামাখ্যা পাহাৰৰ নামনিত ভূতনাথ শ্মশানৰ পৰা অলপ আঁতৰত হাইওৱেৰ কাষত অৱস্থিত। তাত এগৰাকী সাধু সস্ত্ৰীক বাস কৰিছিল। তেওঁ শ্ৰীঅৰবিন্দ, আৰু ডিব্ৰুগড়ত আশ্ৰম পাতি থকা স্বৰ্গীয় 'ওঁম বাবাৰ' লগত বঙ্গ-ভঙ্গ আন্দোলনৰ সময়ত সন্ত্ৰাসবাদী হিচাপে কাম কৰা বুলি কয়। পিছত এৰা-এৰি হয়।

এই সাধুৱে হাত, কোষ্ঠী আদি চাই বহুতো ভূত ভৱিষ্যত কথা কৈছিল আৰু আমি আশ্ৰমলৈ সাধুৰ ওচৰলৈ মাজে মাজে গৈছিলো।



# সদৌ অসম দেৱালয় সঙ্ঘৰ তৃতীয় সাধাৰণ অধিবেশনৰ সভাপতিৰ অভিভাষণ

পূজ্যপাদ শ্ৰীশ্ৰী আউনিআটি সত্ৰাধিকাৰ প্ৰভু,

মাননীয় কামৰূপ জিলাৰ উপায়ুক্ত শ্ৰীপ্ৰতুল শৰ্মাদেৱ,

মাননীয় অসম চৰকাৰৰ উপ-ৰাজহ সচীব শ্ৰীশিৱনাথ চাংকাকতিদেৱ—

অভ্যৰ্থনা সমিতিৰ মাননীয় সভাপতি মহোদয়, সদৌ অসম দেৱালয় সঙ্ঘৰ শ্ৰদ্ধাস্পদ প্ৰতিনিধি মণ্ডলী আৰু উপস্থিত শ্ৰদ্ধাস্পদ সাধু-সন্তসকল—

অসমৰ দেৱালয়সমূহৰ ভালেকেইখন প্ৰাক্‌ঐতিহাসিক যুগত প্ৰতিস্থিত আৰু কিছুমান ঐতিহাসিক যুগত, বিশেষকৈ আহোম ৰজাৰ দিনত প্ৰতিষ্ঠিত। আহোম ৰজাসকলে দেৱালয়সমূহ চলিবৰ অৰ্থে মাটিবাৰী দান দিছিল আৰু পাইক প্ৰথা প্ৰৱৰ্ত্তন কৰিছিল। বৃটিছ চৰকাৰে আহোম ৰজাই দিয়া মাটি-বৃত্তি মানি লৈছিল আৰু সেইমতে দেৱালয়সমূহ চলি আছিল।

দেশ স্বাধীন হোৱাৰ পাছত চৰকাৰে ৰায়তসকলৰ স্বাৰ্থৰ হকে জমিদাৰী প্ৰথা উঠাই দিয়াৰ ব্যৱস্থা হাতত লয় আৰু সেই মৰ্মে আইন সঞ্চালন কৰে। পাইকসকলে বিনা বানচে নামজাৰি দিয়া প্ৰথা উঠাই তাৰ পৰিবৰ্তে খাজনা দিয়া প্ৰথা বৃটিছৰ দিনতে প্ৰবৰ্ত্তন কৰা হৈছিল। স্বাধীন ভাৰতৰ চৰকাৰে খেতিয়কসকলক জমিদাৰ বা মাটিৰ মালিকৰ তলত ৰায়ত হিচাপে নাৰাখি মাটিৰ মালিকি স্বত্ব দিয়াৰ থিৰ কৰি নতুন আইন সঞ্চালন কৰে। দেৱালয়সমূহৰ প্ৰতিস্থিত দেৱ-দেৱীসকলক প্ৰকাৰন্তৰে জমিদাৰ বা মাটিৰ মালিক আছিল আৰু তেওঁলোকৰ মাটি ভোগ কৰা ৰায়ত-সকলে দেৱালয় পৰিচালনা কৰা দলৈ বা মেনেজাৰক মাটিৰ কৰ হিচাপে আধি ধান বা নগদ টকা দিছিল। দলৈ বা মেনেজাৰে প্ৰতিস্থিত দেৱতাৰ হৈ দেৱালয়ৰ সকলো নাম পৰিচালনা কৰিছিল।

চৰকাৰে 'এই দেৱালয়বোৰৰ পৰিচালনাত যাতে কোনো ব্যাঘাত নহয় তাৰ বাবে ব্যক্তিগত মাটি অধিগ্ৰহণ কৰা আইনৰ পৰিবৰ্তে দেৱালয়ৰ মাটি অধিগ্ৰহণৰ কাৰণে সুকীয়া আইন সঞ্চালন কৰিলে। আৰু এই ন-আইন অনুসৰি মাটি অধিগ্ৰহণ কৰাৰ আগতে দেৱালয়ৰ যি আয় আছিল, সেই আয় চৰকাৰে দেৱালয়ক দিবৰ থিৰ কৰিলে। উদ্দেশ্য হ'ল দেৱালয়ৰ পূজা ভোগ আদি যাতে অব্যাহত থাকে।'

এতিয়া আমাৰ আলোচ্য বিষয় হৈছে চৰকাৰে দেৱালয় সমূহৰ পূজা ভোগ আদি আগোৱে যিদৰে চলি আছিল সেই দৰে চলাই থাকিব পৰা হৈছে নে নাই। এতিয়া বস্তুৰ মূল্য আৰু সেইদৰে শ্ৰমিকৰ বেতন দেৱালয়ৰ মাটি অধিগ্ৰহণ কৰা সকলতকৈ বহুগুণে বেছি হৈছে। বেছিভাগ দেৱালয়ৰে মাটি ১৯৬৭ চনৰ আগতে অধিগ্ৰহণ কৰা হৈছে, আৰু ১৯৬৭ চনৰ পৰা অনুদান দি আহছে। এই অনুদান নিৰ্দ্ধাৰণ কৰোঁতে বহুত আসোঁৱাহ উত্থাপন কৰা হয় আৰু তাৰ কোনো সুবিচাৰ নোহোৱাৰ কাৰণে কেইখনমান দেৱালয়ে আজিকোপতি একো অনুদান গ্ৰহণ কৰা নাই। যিসকল দলৈ বা মেনেজাৰে গ্ৰহণ কৰিছে, সিসকলেও অনুদান লওঁতে অশেষ অসুবিধাৰ সন্মুখীন হ'ব লগা হৈছে। প্ৰথমতে অনুদানৰ টকা নিয়মিত ভাৱে খৰচ হৈছে নে নাই তাৰ বাবে উপ-প্ৰতিসমহৰ্তাই চাৰ্টিফিকেট দিব লাগে। আকৌ অডিটৰ বা হিচাপ পৰীক্ষকে হিচাপ পৰীক্ষা কৰি পাছ কৰিলেহে নতুন অনুদান পায়। আচলতে আইন অনুসৰি দিয়া টকা দেৱালয়ৰ সম্পত্তি গ্ৰহণৰ পৰিপ্ৰেক্ষিতত দিয়া টকা বা ক্ষতিপূৰণ। গ্ৰাণ্ট বা অনুদান নহয়। আৰু সেইকাৰণে ইয়াৰ ইউটিলাইজেছন চাৰ্টিফিকেট বা ব্যৱহাৰ পত্ৰ বা হিচাপ পৰীক্ষাৰ প্ৰথা উঠিব লাগে। কিন্তু এইবোৰ প্ৰতিবন্ধকৰ কাৰণে সময়মতে অনুদানৰ টকা পোৱা নাযায় আৰু দেৱালয়ৰ

পূজা ভোগ আদি খাৰ-খুপাৰ কৰি কোনো ৰকমে চলোৱা হয়। কাৰণ দলৈ যা মেনেজাৰৰ প্ৰতিষ্ঠিত দেৱতাৰ পৰিচালক হিচাপে তেওঁৰ ওপৰত গধুৰ দায়িত্ব আৰু সেই দায়িত্ব তেওঁ পালন কৰিবই লাগিব।

দ্বিতীয়তে বস্তুৰ দাম আৰু শ্ৰমিকৰ বেতন বাঢ়ি যোৱাৰ লগে লগে আগৰ নিৰ্দ্ধাৰিত অনুদানে দেৱালয়ৰ খৰচ নোজোৰে। দেৱালয় চলাৰ কাৰণে অনুদান নিৰ্দ্ধাৰণ কৰা হৈছে। তাৰ ভাবাৰ্থত খৰচ বঢ়াৰ লগে লগে অনুদান বঢ়াৰ কথা নিহিত আছে। যি দৰে চৰকাৰী বেতনভোগী কৰ্মীসকলক খৰচ বঢ়াৰ লগে লগে মৰগীয়া বানচৰ ব্যৱস্থা কৰি সময়ে সময়ে এই মৰগীয়া বানচ বঢ়াই আছে। আজি দেৱালয় সমূহৰ প্ৰতিষ্ঠিত দেৱতা সকলৰো পূজা ভোগৰ কাৰণে বস্তুৰ দামৰ উৰ্দ্ধগতিত অনুদানো বাঢ়িব লাগিছিল। ১৯৬৭ চনত চৰকাৰে বান্ধি দিয়া ধানৰ মূল্য মোনে ২০ টকাতকৈও কম আছিল। আজি চৰকাৰে বান্ধি দিয়া ধানৰ মূল্য মোনে প্ৰায় ৬০ টকা। অৰ্থাত ৩ গুণ। সেই অনুপাতে অইন খৰচো প্ৰায় ৩ গুণ। যিবিলাক দেৱালয়ে বায়তৰ পৰা কৰ হিচাপে টকাৰ পৰিবৰ্তে ধান লৈছিল তেওঁলোকৰ আয় ১৯৬৭ চনৰ আয়তকৈ তিনিগুণ হৈছে। যিসকলে ধানৰ পৰিবৰ্তে টকা লৈছিল তেওঁলোকেও টকা বঢ়াই ললেহে। এইবোৰ অসুবিধা ভোগ কৰিব লগা হোৱাত দেৱালয়সমূহে পাইগুটীয়া ভাৱে আবেদন নিবেদন কৰি ফল নোপোৱাত সঙ্ঘবদ্ধ ভাৱে কাম কৰাৰ কাৰণে ১৮।১০।৮১ তাৰিখে শ্ৰীশ্ৰীকামাখ্যা ধামত এই সঙ্ঘৰ সূচনা কৰে।

আজি আমাৰ ৰাজ্যত এগৰাকী সুদক্ষ উপায়ুক্ত আৰু উপ-ব্যৱস্থাপক সচিব আছে। তেখেতসকল অভিজ্ঞ লোক আৰু দেৱালয় সংক্ৰান্তত সংশ্লিষ্ট বিষয়া। আমি আশাকৰো ওপৰত উল্লেখিত কথাখিনি তেখেতসকলে সহানুভূতিৰ বিবেচনা কৰি দেৱালয় সমূহৰ সংকট দূৰ কৰাৰ ব্যৱস্থা হাতত লয়। ০ ৫

# ৰাসলীলাৰ তাৎপৰ্য্য

শাস্ত্ৰত উত্তম গীতা ভাগৱত
ধৰ্মত উত্তম নাম।
দেৱৰ উত্তম দৈৱকী নন্দন
চৰণে কৰো প্ৰণাম॥

গীতা অকল হিন্দুৰ বা ভাৰতৰেই নহয়, ই সমগ্ৰ জগতৰে এক অমূল্য বস্তু। ভাৰতৰ সকলো ভাষাৰ উপৰিও পৃথিৱীৰ ছয়ত্ৰিশটা ভাষাত ইয়াৰ অনুবাদ কৰা হৈছে আৰু সেইবোৰৰ অসংখ্য সংস্কৰণ হৈছে।

গীতা এখন উপনিষদ। প্ৰত্যেক অধ্যায়ৰ শেষত ব্যাসদেৱ ৰচিত মহাভাৰতৰ ভীষ্ম পৰ্বৰ অন্তৰ্গত শ্ৰীমদ্ভগৱদগীতা ৰূপ উপনিষদ বুলি বৰ্ণোৱা আছে। শ্ৰীকৃষ্ণই তেওঁৰ প্ৰিয়সখি অৰ্জুনক উপদেশ দি সংসাৰত মানুহৰ কি কৰ্ত্তব্য, কিদৰে তেওঁৰ জীৱন যাপন কৰিব লাগে আৰু বিশদ ভাৱে বুজাইছে। বহুতে শ্ৰীকৃষ্ণ আৰু অৰ্জুনৰ ভিতৰত হোৱা এই কথোপকথন ৰূপক বুলি ক'ব খোজে। ডঃ শ্ৰীমতী এনি বেছান্তে কয় গীতা আমি সত্য ঘটনা হিচাপে লৈ অধ্যয়ন কৰিব পাৰো; বা ৰূপক ভাৱেও লৈ অধ্যয়ন কৰিব পাৰো। শ্ৰীকৃষ্ণ পৰমাত্ম চৈতন্য আৰু অৰ্জুন জীৱঃ চৈতন্য ৰূপে ধৰি উপদেশসমূহ মানিবৰ চেষ্টা কৰিব পাৰো। এই উপদেশ সমূহ, অকল ব্যক্তিগত ক্ষেত্ৰত নহয়, জাতীয় বা আন্তৰ্জাতিক ক্ষেত্ৰতো প্ৰযোজ্য। শ্ৰীকৃষ্ণাৰ্জুন সংবাদ সত্যঘটনাই হ'ক বা এটা আখ্যানক আধাৰ কৰি উপদেশ দিয়াই হওক আমি এই উপদেশবোৰ আলোচনা কৰিব পাৰো। কুৰুক্ষেত্ৰ ৰণভূমিত উপনীত হৈ অৰ্জুনে মোহপৰবশ হৈ আত্মীয় স্বজনক

বধ কৰি ৰাজ্যলাভ কৰাতকৈ ভিক্ষা কৰি খোৱাও শ্ৰেয় বুলি কৈ যুদ্ধৰ পৰা নিবৃত্ত হ'ব খোজাত তেওঁক দিয়া তত্বোপদেশ গীতাৰ ওঠৰটা অধ্যায়ত বৰ্ণোৱা আছে। বহুতে ক'ব খোজে যে ইমান তত্ব আলোচনা সময় সাপেক্ষ, আৰু ৰণভূমিত শত্ৰুৰ সমুখত উপস্থিত হোৱাৰ পাছত ইমানপৰ কথোপকথন সম্ভৱপৰ নহয়। আমি ইয়াৰ গূঢ় তত্ব ইয়াত আলোচনা নকৰি ইয়াকে ক'ব পাৰো যে এই তত্বোপদেশ অতি কম সময়তে, আনকি চকুৰ পচাৰতে দিয়াও সম্ভৱপৰ হ'ব পাৰে। উদাহৰণ স্বৰূপে আমি সপোন দেখাৰ কথা ক'ব পাৰো। একোটা সপোন বহুত দীঘলীয়া যেন লাগে। আনকি কেইবা দিন বা বছৰৰ ঘটনাও একোটা সপোনতে দেখা যায়, আচলতে কেই মিনিটমান বা তাতোকৈ কম সময়ৰ ভিতৰতে সেই সপোনটো দেখা যায়। সেই দৰে পৰমাত্মাই জীৱাত্মাৰ এক মুহূৰ্ত্ততে গূঢ় তত্বজ্ঞান উপলব্ধি কৰাব পাৰে, মানুহে ভাবৰ আদান-প্ৰদান অতি কম সময়ৰ ভিতৰতে কৰিব পাৰে, যিটো ভাব ভাষাত প্ৰকাশ কৰিবলৈ বহুত সময়ৰ দৰকাৰ।

গীতাত মূলতঃ কৰ্মযোগ, জ্ঞান যোগ, আৰু ভক্তি যোগৰ কথা কৈছে। জ্ঞানীসকলে অব্যক্ত নিৰাকাৰ ব্ৰহ্মৰ কথা ধ্যান কৰে। কিন্তু সৰ্বসাধাৰণৰ পক্ষে অব্যক্ত ব্ৰহ্মৰ ধ্যান সম্ভৱপৰ নহয়। সেই কাৰণে বেদবিহিত কৰ্ম কৰিব কৈছে। কিন্তু আসক্তি বিহীন কৰ্মহে মুক্তিৰ পথ। ফলাকাংক্ষা কৰি কৰ্ম কৰিলে মানুহ কৰ্মত বান্ধ খাই পৰে। কৰ্ম ত্যাগ নকৰি সকলো কৰ্ম ত্যাগ নকৰি সকলো কৰ্ম ভগৱানৰ নামত তেওঁৰ উদ্দেশ্যে তেওঁতে সমৰ্পণ কৰি কৰিলে কৰ্মকৰ্ত্তা সেই কৰ্মত নিৰ্লিপ্ত থাকিব আৰু তেওঁ কৰ্মৰ বান্ধ এৰাব। নিষ্কাম কৰ্মই হৈছে মুক্তিৰ উপায়। গীতাৰ দ্বাদশ অধ্যায়ৰ একাদশ আৰু দ্বাদশ শ্লোকত কৈছে—

অব্যক্ত ব্ৰহ্মৰ চিন্তা মহা কষ্টকৰ
বেচি কষ্ট তুমি পাৰ্থ ব্ৰহ্মনিষ্ঠ নৰ

প্ৰশান্ত যি জনে মোক হই একমন
সৰ্বকৰ্ম অৰ্পি মোতে কৰে উপাসনা ।১১
অভ্যাস অপেক্ষা জ্ঞানযোগ শ্ৰেষ্ঠ হয়
জ্ঞানাপেক্ষা ধ্যান শ্ৰেষ্ঠ জানিবা নিশ্চয় ।
ধ্যানপেক্ষা কৰ্মফল ত্যাগ শ্ৰেষ্ঠ হয
ত্যাগ হন্তে শান্তিলাভ আনন্দ অক্ষয় ।১২।

অনুবাদ প্ৰশান্তমূৰ্ত্তি,

তাৰ পাছত অষ্টাদশ অধ্যায়ত ফলাকাংখা ত্যাগ কৰি চিত্ত শুদ্ধিৰ কাৰণে যজ্ঞ, দান, তপ আদি কৰ্ম কৰি তেওঁতেই সকলো কৰ্ম অৰ্পণ কৰিবলৈ কৈছে। অৰ্থাৎ তেওঁত সম্পূৰ্ণ ভাবে আত্ম সমৰ্পণ কৰিবলৈ কৈছে ।

মোতে মন দিয়া মোকে কৰা নমস্কাৰ,
মোকে ভক্তি কৰা মোকে ভজা বাৰম্বাৰ,
সৰ্বধৰ্ম ত্যাজি মোতে লোৱাহি শৰণ
সকলো পাপৰ পৰা কৰিম ত্ৰাৰণ ।৬৬।

অনুবাদ প্ৰশান্তমূৰ্ত্তি,

এয়া হ'ল ভক্তি যোগৰ চৰম পৰ্য্যায় । ভাগৱতত আকৌ প্ৰথমৰ পৰাই কেৱলে ভক্তিৰ কথাকেই ব্যাখ্যা কৰা হৈছে। নাৰদে ব্যাসদেৱক ভাগৱত ৰচনা কৰিবলৈ কৈ এইদৰে কৈছে—

আৰে অনাদৰি জ্ঞান স্বধৰ্ম নিঃশেষ ।
কেনমতে দিয়োক ভকতিৰ উপদেশ ॥

১ম স্কন্ধ ।৪২।

তৃতীয় স্কন্ধত ভগবান কপিলে মাতৃক কৈছে—

ছাৰি পল্লে আহা. মহাহৰি এহিমতে মনে মন্ত্ৰ কৰি
প্ৰেম ভকতিয়ে অৰ্পিবে মন সাক্ষাত ।

তথাহন্তে চিত্ত নাসিবেক নিৰন্তৰে চিন্তি থাকিবেক
আৰে শুনামাত্ৰ সমাধি কহোঁ তোমাত ।৩৭১৪।
এহি মতে নিতে চিন্তানত উপজিয়া প্ৰেম ঈশ্বৰত
হৰিষৰ ভৰে হৃদয় আতি দ্ৰৱয় ।
পুলকিত হোৱে সৰ্বকায় চক্ষু ভৰি নীৰ বহি যায়
আনন্দ সাগৰে নিমগ্ন হুয়া বুৰয় ।
পাচে চিত্ত আতি নিৰ্জয় ৰূপ হন্তে তাক গুছাৱয়
প্ৰযত্ন কৰিয়া থাকে ব্ৰহ্মাকাৰে বহি,
নাহি ভেদ বুদ্ধি তাসম্বাৰ দেহাত গুচিল অহঙ্কাৰ
যেন মহাবহ্নি শান্ত ভৈলা কাষ্ঠ দহি ।১৭১৫।
(হৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিত)।

এইদৰে দেহ, মন, চিত্ত সকলো ভগৱানত সমৰ্পণ কৰাৰ পাছত দেহাভিমান আঁতৰিব আৰু সেই ভকত ভগৱানৰলগত একত্ব উপলব্ধি কৰিব।
দ্বাদশ স্কন্ধত কৈছে—

জ্ঞানত কৰ্মত কৰি ভকতিহে মহা শ্ৰেষ্ঠ
ভকতি মধ্যত শ্ৰেষ্ঠ দুই,
শ্ৰৱণ কীৰ্ত্তন ইটো আৰু কৰিলেক যিটো
বিধিৰ কিঙ্কৰ যিটো হুই ॥

দত্তবৰুৱা

এইদৰে গীতাত জ্ঞান, কৰ্ম আৰু ভক্তি আলোচনা কৰি শ্ৰীকৃষ্ণই অৰ্জ্জুনক ভক্তিক আশ্ৰয় কৰি সকলো কৰ্ম ভগবানৰ নামত কৰি ভগবানত আত্মসমৰ্পণ কৰিবলৈ কৈছে ; আৰু ভাগৱতত ভক্তিৰ কথাকেই আলোচনা কৰি আৰু ব্যাখ্যা কৰি নানা আখ্যান উপাখ্যানৰ সহায়েত ভক্তিকে জ্ঞান আৰু কৰ্মতকৈ শ্ৰেষ্ঠ বুলি দেখুৱাইছে। ভক্তি ন বিধ ; শ্ৰৱণ, কীৰ্ত্তন, অৰ্চন বন্দন, দাস্য, সখিত্ব, স্মৰণ

পদসেৱা আৰু আত্মনিবেদন বা দেহাৰ্পণ। ভক্তি আৰু প্ৰেম একে। আমি প্ৰেমৰ নামত সাধাৰণতে নিজৰ স্বাৰ্থৰ কথা হে ভাবোঁ। আমি এজনক ভাল পাওঁ নিজৰ কাৰণেহে, তেওঁৰ কাৰণে নহয়। আমি ভালপোৱা জন আঁতৰত থাকিলে আমি তেওঁৰ সান্নিধ্যৰ সুখৰ পৰা বঞ্চিত হৈ দুখ পাওঁ। তেওঁ দূৰৈত থাকি সুখ পাইছে নে নাই সেই কথা আমি বিচাৰ নকৰো। তেওঁৰ ভালৰ কাৰণে তেওঁৰ সুখৰ কাৰণে তেওঁ আঁতৰত থাকিব লগা হলেও আমি তাক সহ্য কৰিব নোৱাৰো। অৰ্থাৎ তেওঁক ভাল পাওঁ আমাৰ সুখৰ কাৰণে, আমি ভালপোৱাজনৰ কাৰণে। আমি ভালপোৱাজনৰ কাৰণে আমাৰ সুখ বিসৰ্জন দিব নোখোজো। প্ৰকৃত প্ৰেমত আমি ভালপোৱাজনৰ সুখৰ কাৰণে আমাৰ নিজৰ সুখ দুখৰ কথা অনত আহিবই নোৱাৰে। এনেকুৱা প্ৰেম কাচিৎহে দেখা পোৱা যায়। যেনে মাকৰ সন্তানৰ প্ৰতি ভালপোৱা ভাব। তেনেকৈ আমি ভগৱানক ভালপাবলৈ শিকিব লাগিব নিজৰ সুখৰ কাৰণে নহয়। তেওঁৰ কাৰণহে। এই বিষয়ে এটি সৰু উপাখ্যান আছে।

এদিন নাৰদ দ্বাৰকালৈ গৈ শ্ৰীকৃষ্ণক সুধিলে তেওঁৰ আটাইতকৈ ডাঙৰ ভক্ত কোন? শ্ৰীকৃষ্ণই অলপ ভাবি চিন্তি কলে 'কালিলৈ আহিবা। তেতিয়া কম।' পিছদিনা নাৰদ আহি দেখে শ্ৰীকৃষ্ণ ভয়ানক মূৰৰ বিষত বিছনাত পৰি আছে, নাৰদে কিবা চিকিৎসা কৰিছে নে নাই সোধাত কলে যে একান্ত ভক্তৰ ভৰিৰ ধূলা তেওঁৰ মূৰত দিলেহে তেওঁ ভাল হব। অইন দৰৱত নহয়, আৰু তেওঁ নাৰদক, ভক্তৰ ভৰিৰ ধূলা লৈ আহিবলৈ কলে। নাৰদ গোটেই দিন দ্বাৰকাৰ ঘৰে ঘৰে গৈ ভক্তৰ ভৰিৰ ধূলা বিচাৰিলে। কিন্তু শ্ৰীকৃষ্ণৰ মূৰত নিজৰ ভৰিৰ ধূলা দিবলৈ কোনো ভক্তই সাহ কৰি আগবাঢ়ি নাহিল, যাকে সোধে তেঁৱেই কয়—'বাপৰে, শ্ৰীকৃষ্ণৰ মূৰত দিবৰ কাৰণে আমাৰ ভৰিৰ ধূলা দিব নোৱাৰো।' নাৰদে অৱশেষত শ্ৰীকৃষ্ণক কলেহি, প্ৰভু তোমাৰ মূৰত দিবৰ কাৰণে কোনো ভক্তই

তেওঁৰ ভৰিৰ ধূলা দিবলৈ সাহ নকৰে । শ্ৰীকৃষ্ণই তেতিয়া নাৰদক বৃন্দাবনলৈ গৈ গোপীসকলক সুধিব কলে । নাৰদ বৃন্দাবনলৈ গ'ল । গোপীসকলে নাৰদ দ্বাৰকাৰ পৰা অহা শুনি শ্ৰীকৃষ্ণৰ কুশল বাতৰি সুধিব ধৰিলে । নাৰদে শ্ৰীকৃষ্ণৰ মূৰৰ বিষৰ কথা কলে আৰু ভক্তৰ ভৰিৰ ধূলা মূৰত দিলেহে যে তেওঁ ভাল হ'ব তাকে কৈ তেওঁ ভক্তৰ ভৰিৰ ধূলা বিচাৰি অহাৰ কথা কলে । গোপীসকলে আচৰিত হৈ সুধিলে যে দ্বাৰকাত কোনো ভক্ত নাপালে নেকি ? নাৰদে কলে ভক্ত বহুত আছে । কিন্তু শ্ৰীকৃষ্ণৰ মূৰত ভৰিৰ ধূলা দিবলৈ কাৰো সাহ নহল । গোপীসকলে কলে—কিমান লাগে আমাৰ ভৰিৰ ধূলা নিয়া । নাৰদে আচৰিত হৈ কলে—তোমালোকে নজানানে তোমালোকৰ ভৰিৰ ধূলা তেওঁৰ মূৰত দিলে তোমালোকে অনন্ত নৰকত পৰিবা ? গোপীসকলে উত্তৰ দিলে 'আমাৰ অনন্ত নৰক কিয় যি শাস্তিয়েই নহ'ক তাতে কি ? আমাৰ প্ৰিয়তম কৃষ্ণ ভাল হ'ব লাগে । আমাৰ নিজৰ কথা বাদ দিয়া ।"

এয়া হ'ল প্ৰকৃত প্ৰেম বা ভগৱত ভক্তিৰ চৰম নিদৰ্শন । গোপীসকলে এইদৰে শ্ৰীকৃষ্ণৰ চৰণত দেহ মন চিত্ত বৃত্তি সকলো তেওঁতে সপি আত্ম নিবেদন কৰিব পাৰিছিল । ৰাসলীলা আৰু তাৰ পূৰ্ব্বাভাষ বস্ত্ৰহৰণত এই কথাকে সৰ্ব্বসাধাৰণে বুজিব পৰাকৈ দেখুৱাইছিল । বস্ত্ৰহৰণত দেখুৱাইছিল যে শ্ৰীকৃষ্ণক পাবলৈ হলে সকলো দ্বিধা সঙ্কোচ পৰিহাৰ কৰি দেহমন সকলো তেওঁতে অৰ্পিব লাগিব । গোপীসকল বিবস্ত্ৰ অৱস্থাত ঊৰ্দ্ধবাহু হৈ শ্ৰীকৃষ্ণক প্ৰণাম কৰি সেই পৰীক্ষাত উত্তীৰ্ণ হল । তাৰ পাছত শৰৎ কালৰ পূৰ্ণিমা আছিল ; অৰ্থাৎ তেওঁলোকৰ আধ্যাত্মিক পৰিবেশ নিৰ্ম্মল হ'ল । পতি পুত্ৰ সকলো ত্যাগ কৰিলে ; অৰ্থাৎ পাৰ্থিব ভোগ ঐশ্বৰ্য্য সকলো এৰিলে । লোক নিন্দা মান অপমান সকলোৰে ঊৰ্দ্ধত উঠিল, গোপীসকলৰ শ্ৰীকৃষ্ণৰ লগত পূৰ্ণ মিলন হ'ল। স্বামী-স্ত্ৰীৰ ক্ষেত্ৰত যিদৰে শৰীৰে পতিৰ ওচৰত সম্পূৰ্ণ ভাবে দেহ

মন অৰ্পন কৰে. সেইদৰে ভগৱানক পাবলৈ হলে দেহাভিমান সম্পূৰ্ণভাবে ত্যাগ কৰিব লাগিব। এয়ে হ'ল ভক্তি, প্ৰেমৰ চূড়ান্ত পৰ্যায়, য'ত পৰমাত্মাৰ লগত জীৱাত্মাৰ পূৰ্ণ মিলন, আত্ম-চৈতন্যৰ পৰমাত্মা চৈতন্যৰ লগত লীন হোৱা। স্থূল জগতৰ পাৰ্থিৱ দেহৰ মিলনৰ উপমা দি গভীৰ আধ্যাত্মিক তত্ত্ব নিদৰ্শন কৰিছে।

---

# ৰামায়ণত শম্বুকৰ উপাখ্যান

আদি কবি বাল্মীকিয়ে মহাকাব্য ৰামায়ণ ৰচনা কৰিছিল। কিন্তু তেওঁ নিজ হাতে এই পুথি লিখি থৈ গৈছিল নে নাই জনা নাযায়। যদি লিখিছিলো তাক উদ্ধাৰ কৰা হোৱা নাই। শ শ বা হাজাৰ হাজাৰ বছৰ ধৰি ৰামায়ণৰ পদবোৰ মুখে মুখে চলি আহিছিল। তেনে অৱস্থাত মূল ৰচনাৰ লগত যোগ বিয়োগ হোৱা অত্যন্ত স্বাভাৱিক। আনকি লিখি থৈ যোৱা পুথিবোৰ নকল কৰোঁতেয়ো মূলৰ পৰা বহুত আঁতৰি যায়। পদ গায়ক সকলৰ খেছি ভাগৰে পদ ৰচনা কৰা শক্তিয়ো আছিল। তেওঁলোকে নিজ ৰুচি অনুযায়ী আৰু শ্ৰোতাসকলৰ ৰুচি অনুযায়ী বহুত কথা যোগ দি গাইছিল, আৰু তাকে কৰোঁতে মূলৰ কথাবো লৰচৰ হৈছিল বা বাদ পৰিছিল। সেই কাৰণেই আজি প্ৰচলিত ৰামায়ণবোৰত বহুতো অমিল পাওঁ। উত্তৰ ভাৰতত প্ৰচলিত তুলসীদাসৰ ৰামায়ণৰ লগত দাক্ষিণাত্যত প্ৰচলিত ৰামায়ণৰ, বঙ্গদেশত চলা কৃত্তিবাসী ৰামায়ণ আৰু অসমত চলা মাধৱ কন্দলি, শঙ্কৰদেৱ মাধৱদেৱ আৰু অনন্ত কন্দলিয়ে লিখা ৰামায়ণত বহুত প্ৰভেদ পাওঁ। জাৰ্মান পণ্ডিত ডঃ এম উইন্টাৰনিট্জ্ আৰু বহু পণ্ডিতৰে এই মত।

বঙ্গদেশত আৰু অসমতো কৃত্তিবাসী ৰামায়ণ বহুল ভাৱে প্ৰচলিত। কিন্তু বাল্মীকিৰ ৰামায়ণত নথকা বহু কথাই তাত ঠাই পাইছে। আনকি বহুত আখ্যান-উপাখ্যানো কৃত্তিবাসী ৰামায়ণত ঠাই পাইছে। কৃত্তিবাসে নিজে লিখি থৈ গৈছে—

কৃত্তিবাস পণ্ডিত বিদিত সৰ্ব্বলোকে।
পুৰাণ শুনিয়া গীত ৰচিলা কৌতুকে॥
নাহিকে এসব কথা বাল্মীকি বচনে।
বিস্তাৰিত লিখিল অদ্ভুত ৰামায়ণে॥

ইয়াৰ দ্বাৰাই প্ৰমাণ হয় যে বাল্মীকি ৰামায়ণকে আশ্ৰয় কৰি পিছৰ কবিসকলে বা গীত গায়কসকলে নিজে নিজে বহুত কথা ৰচনা কৰিছিল। প্ৰচলিত ৰামায়ণৰ সমগ্ৰ উত্তৰকাণ্ডটোকেই পিছত দিয়া বুলি বহুত গৱেষকে কয়। পণ্ডিত কনকচন্দ্ৰ শৰ্মাৰ সম্পাদিত মাধৱ কন্দলি ৰামায়ণত প্ৰফেচাৰ উমাকান্ত গোস্বামীয়ে লিখা ভূমিকাত এইদৰে কৈছে—'মূল ৰামায়ণৰ আদি বা বাল-কাণ্ডত লিখা আছে যে বাল্মীকিয়ে প্ৰথমতে আদিকাণ্ডৰ পৰা লঙ্কাৰ যুদ্ধকাণ্ডলৈকে ছয়কাণ্ড ৰামায়ণ ৰচনা কৰে। এই ছয়কাণ্ড ২৪০০০ শ্লোকত লিখা হয়। এই ছয়কাণ্ডৰ পাছতহে উত্তৰাকাণ্ড ৰচিত হয়। ৰামায়ণ সম্পৰ্কে আজিকালি প্ৰাচ্য আৰু পাশ্চাত্যৰ যিসকলে আলোচনা কৰিছে তেওঁলোকৰ কাৰো কাৰো মতে আদিতে ৰামায়ণ পাঁচ কাণ্ডতহে আছিল। প্ৰথম আৰু শেষৰ খণ্ড দুটা পাছত যোগ দিয়া হৈছে। এইসকল পণ্ডিতে কয় যে বালকাণ্ড বা আদিকাণ্ড আৰু উত্তৰাকাণ্ড লিখাৰ ধৰণ, বিষয়, বৰ্ণনা আদি বাকী পাঁচ খণ্ডতকৈ তল খাপৰ।' ৰামায়ণৰ মূল কথা হ'ল ৰাম আৰু সীতাৰ কাহিনী; আৰু অযোধ্যা কাণ্ডৰ পৰা লঙ্কাকাণ্ডলৈ আমি সেই কাহিনীকে পাওঁ। কিন্তু উত্তৰাকাণ্ডত আমি ৰাম সীতাৰ কাহিনীতকৈ পৌৰাণিক কাহিনীহে বেছি পাওঁ। তাত মুঠ ১১১ টা সৰ্গ বা অধ্যায় আছে। তাৰে ভিতৰত ৫৫ টাই পৌৰাণিক উপাখ্যান।

বাকী কেইটাৰ ভিতৰতো বহুত সামঞ্জস্য বিহীন কথা আছে ।

আমি এতিয়া এই প্ৰবন্ধৰ আলোচ্য বিষয়ে শম্বুকৰ উপাখ্যানলৈ আহো। এই উপাখ্যানটো বাল্মীকি ৰামায়ণৰ উত্তৰাকাণ্ডত ৭৩ৰ পৰা ৭৬ সৰ্গৰ ভিতৰত সন্নিবিষ্ট আছে । উপাখ্যানটো সংক্ষেপে এই—

ৰাৱণক বধ কৰি সীতাৰ অগ্নি পৰীক্ষা কৰি ৰাম, সীতা আৰু লক্ষ্মণক লৈ অযোধ্যালৈ ঘূৰি আহি ৰাজ্যভাৰ গ্ৰহণ কৰিলে। তেতিয়া ৰামক অভিনন্দন জনাবলৈ ঋষি-মুনিসকল আহিছিল আৰু তেওঁলোকে ৰামৰ আগত নানা পৌৰাণিক কাহিনী বৰ্ণনা কৰিছিল। তাৰ পাছত কোনো কোনো লোকে ৰাৱণে হৰি নিয়া সীতাক ৰামে পুনৰ গ্ৰহণ কৰাৰ কাৰণে ৰামৰ বদনাম কৰা কথা ৰামৰ কাণত পৰিল । ৰামে তেতিয়া সীতাক বনবাস দিলে । তাৰ পাছত এদিন ৰাম ৰাজসভাত বহি থাকোতে এজন বামুণ তেওঁৰ ১৪ বছৰ বয়সীয়া মৃত পুত্ৰক লৈ উপস্থিত হয় । বামুণে ৰামক ক'লে যে তেওঁ কোনো দিনে কোনো পাপ কৰা নাই । তথাপিতো যে তেওঁৰ পুত্ৰৰ অকাল মৃত্যু হ'ল সি কেৱল ৰামৰ ৰাজ্যতহে হ'ব পাৰিছে ; আৰু ই নিশ্চয় ৰামৰ কিবা দুষ্কৃতিৰ ফল । ৰামে তেতিয়া বামুণৰ ল'ৰাৰ অকাল মৃত্যুৰ কাৰণ অনুসন্ধান কৰিবলৈ ধৰিলে । নাৰদ আদি ঋষিসকল উপস্থিত হ'ল । নাৰদে ক'লে যে ৰামৰ ৰাজ্যত কোনোবা শূদ্ৰই তপস্যা কৰিব ধৰিছে আৰু এই কুকৰ্মৰ ফলত ৰাজ্যত অমঙ্গল ঘটিছে । তেওঁ ক'লে যে সত্য যুগত তপস্যা কৰাৰ অধিকাৰ একমাত্ৰ বামুণৰ আছিল । ত্ৰেতা যুগত তপস্যাৰ অধিকাৰ ক্ষত্ৰিয়য়ো পায়। দ্বাপৰ যুগত বৈশ্যয়ো তপস্যা কৰিব পাৰিব আৰু কলিত শূদ্ৰয়ো সেই অধিকাৰ পাব । কিন্তু বৰ্তমান ত্ৰেতা যুগত ৰামৰ ৰাজ্যত কোনোবা শূদ্ৰই এই নিয়ম ভঙ্গ কৰি তপস্যাত ৰত হৈ অনাচাৰ কৰিছে আৰু তাৰে ফলত বামুণৰ ল'ৰাৰ অকাল মৃত্যু হৈছে । গতিকে ৰামে নিজ ৰাজ্য পৰিদৰ্শন কৰি তাৰ প্ৰতিবিধান কৰক ।

এই কথা শুনি ৰামে লক্ষণক বামুণৰ মৃত ল'ৰাক তেলত ডুবাই ৰাখি দেহটো যাতে নষ্ট নোহোৱাকৈ থাকে তাৰ বাবে আদেশ দিলে। 'কুকৰ্মৰত' শূদ্ৰজনক বিচাৰি ওলাল। বিচাৰি বিচাৰি ৰামে বিন্ধ্য পৰ্বতৰ ওপৰত এটা বিৰাট সৰোবৰৰ পাৰত এডাল গছৰ ডালত তললৈ মূৰ কৰি ওলমি এজন মানুহে তপস্যা কৰি থকা দেখা পালে। ৰামে তেওঁক তেওঁ কোন, কি জাতি আৰু কিয় তপস্যা কৰিছে ইত্যাদি কথা সুধিলে। তপস্বীয়ে ক'লে তেওঁ সশৰীৰে দেৱত্ব লাভ কৰাৰ কাৰণে তপস্যা কৰিছে। তেওঁৰ শূদ্ৰ জাতিত জন্ম আৰু নাম শম্বুক। ৰামে দেখিলে যে এই শূদ্ৰৰ 'কুকৰ্মৰ' কাৰণেই বামুণৰ ল'ৰাৰ অকাল মৃত্যু। তেওঁ তৰোৱাল লৈ তৎক্ষণাত শম্বুকৰ মূৰটো কাটি পেলালে। তাকে দেখি ইন্দ্ৰ আদি দেৱতাসকলে পুষ্পবৃষ্টি কৰিলে আৰু ৰামক অভিনন্দন জনাই কি বৰ লাগে প্ৰাৰ্থনা কৰিব ক'লে ৰামে বামুণৰ ল'ৰা পুৰ্ণ-জীৱিত হোৱাৰ প্ৰাৰ্থনা কৰিলে। দেৱতাসকলে তথাস্তু বুলি স্বস্থানলৈ গ'ল। বামুণৰ ল'ৰা জী উঠিল।

এই সন্দৰ্ভত কালিৰাম মেধিৰ 'শূদ্ৰ' প্ৰবন্ধৰ পৰা অলপ উদ্ধৃত কৰিলো।

'বেদ প্ৰণয়ন কৰ্ত্তা মহামুনি বেদব্যাস কৈৱৰ্ত্ত ৰমনীৰ গৰ্ভজাত সন্তান আছিল। এনে মিশ্ৰ সন্তান যাই-যজমান, যোদ্ধা, ৰাজা, বা যিকোনো ব্যৱসায়ৰ মানুহ হ'ব পাৰে। ৰাজস্থানৰ ইতিহাস লেখোতা টডে (Todd) কয় যে আদিতে চন্দ্ৰ আৰু সূৰ্য্য বংশৰ আদি পুৰুষসকলৰ মাজত যজমানৰ কাম কোনো পৰিয়ালৰ স্বকীয় কাম নাছিল আৰু ই কেতিয়াও বংশ পৰম্পৰা নাছিল। যজমানৰ কাম এটা ব্যৱসায় মাত্ৰ আছিল। তেওঁলোকৰ বংশধৰসকলেও কেতিয়াবা যজমানৰ কাম কৰিছিল আৰু কেতিয়াবা উলটি আহি ক্ষত্ৰিয়ৰ কামত ধৰিছিল। শূদ্ৰসকল আদিৰেপৰা আৰ্য্য সন্তান আৰু সৰ্বসাধাৰণ 'প্ৰজা' আছিল।'

ৰামৰ চৰিত্ৰত শম্বুকক কটাৰ দৰে এটা হত্যাকাণ্ড কোনো-ৰকমে খাপ খুৱাব নোৱাৰি। ৰামুণৰ লʼৰা জীয়াবলৈ তপস্বী শূদ্ৰক হত্যা কৰা কথা কেতিয়াও বিশ্বাস কৰিব নোৱাৰি। ই নিশ্চয় সম্পূৰ্ণ প্ৰক্ষিপ্ত আৰু কোনোবা জাত্যাভিমানী লেখকে এইবোৰ অযুক্তিপূৰ্ণ কথাৰ মূল্য বঢ়াবলৈ ৰামৰ চৰিত্ৰত সুমুৱাই দিছে। সমগ্ৰ উত্তৰাকাণ্ডই প্ৰক্ষিপ্ত যেন লাগে। এই কাণ্ড আগেয়ে উল্লেখ কৰাৰ দৰে ৰাম-সীতাৰ কাহিনীক প্ৰাধান্য নিদি নানা পৌৰাণিক আখ্যানেৰে উত্তৰাকাণ্ড ভৰপূৰ কৰিছে। আৰু এটা মন কৰিব লগা কথা—উত্তৰাকাণ্ডৰ মূল কথা হʼল সীতাৰ বনবাস। ৰামে সীতাক নিৰ্দোষ আৰু পৱিত্ৰ বুলি জানিও লোকাপবাদক ভয় কৰি তেওঁৰ প্ৰজাৰঞ্জক নাম ৰক্ষা কৰাৰ কাৰণে গৰ্ভৱতী সীতাক বনবাস দিলে। আৰু পিচত লৱ-কুশৰ গীত শুনি সীতা জীৱিত থকা গম পাই তেওঁক পুনৰ গ্ৰহণ কৰিবলৈ ৰাজসভালৈ মাতি আনে। কিন্তু তেওঁক আকৌ তেওঁৰ সতীত্ব প্ৰমাণ কৰিবলৈ কʼলে। সীতাই লাজ, অপমান সহিব নোৱাৰি মাতৃ বসুমতীক চিন্তা কৰি পাতালত প্ৰৱেশ কৰিলে। উত্তৰা কাণ্ডত ৰাম-সীতাৰ কথা ইমানেই। বাকী সৰ্গবোৰ ৰাম-সীতাৰ লগত কোনো সম্পৰ্ক নথকা নানা পৌৰাণিক আখ্যানেৰে ভৰা। সীতাক ইয়াৰ আগতে অগ্নি পৰীক্ষা কৰি তেওঁৰ সতীত্বৰ প্ৰমাণ লৈছিল। ৰাৱণৰ লগত যুদ্ধত জয়লাভ কৰাৰ পাছত সীতাক তেওঁৰ ওচৰলৈ অনা হʼল। ৰামে তেতিয়া কৈছিল যে যুদ্ধত জয়লাভ কৰি তেওঁৰ চৰিত্ৰ অক্ষুণ্ণ ৰাখিলে। আৰু স্ত্ৰী হৰণজনিত কলঙ্ক দূৰ কৰি তেওঁৰ বংশ মৰ্য্যাদা ৰক্ষা কৰিলে। কিন্তু সীতাৰ চৰিত্ৰৰ ওপৰত তেওঁৰ সন্দেহ উপস্থিত হৈছে, তেওঁ (সীতা) যলৈকে ইচ্ছা যাব পাৰে আৰু যাকে ইচ্ছা ভজিব পাৰে। এনেবোৰ জঘণ্য কথা ৰামৰ মুখত খাপ নাখায় আৰু ই নিশ্চয় প্ৰক্ষিপ্ত। বিহʼক, সীতাই এই অতি নিষ্ঠুৰ অশালীন বাক্য শুনি মৰ্মাহত হৈ কʼলে ৰামে দিয়া এই

মিছা অপবাদ লৈ তেওঁ আৰু জীয়াই থকাটো অসম্ভৱ আৰু অগ্নিত প্ৰৱেশ কৰাহে তেওঁৰ একমাত্ৰ গতি। তেওঁ লক্ষ্মণক চিতা প্ৰস্তুত কৰিবলৈ ক'লে। লক্ষ্মণে ৰামৰ অনুমতি লৈ চিতা তৈয়াৰ কৰিলে আৰু সীতাৰ জ্বলন্ত অগ্নিত প্ৰৱেশ কৰিলে। অগ্নি দেৱতাই তেতিয়া সীতাক সম্পূৰ্ণ সুস্থ শৰীৰেৰে কোলাত লৈ ওলাই আহি সীতা নিষ্পাপ আৰু কায়মনো বাক্য ৰামৰ বাহিৰে আন কোনোকালে তেওঁৰ মন ঢাল খোৱা নাই বুলি কৈ ৰামৰ হাতত সমৰ্পন কৰিলে। ৰামে তেতিয়া কৈছিল যে তেওঁ জানে যে জনক দুহিতা সীতাৰ মন আৰু হৃদয় অকল তেওঁতে সন্নিবিষ্ট। তথাপি অগ্নি পৰীক্ষা কৰি লোকসমাজত তেওঁৰ পবিত্ৰতাৰ নিদৰ্শন দিয়াটো যুক্তি যুক্ত হৈছে। যদি ৰামে সীতা নিষ্কলঙ্ক বুলি জানিছিলেই তেতিয়া তেওঁৰ প্ৰতি অশালীন বাক্যবোৰ প্ৰয়োগ নকৰাকৈয়ে তেওঁৰ অগ্নি পৰীক্ষা লব পাৰিলেহে। যিহ'ক, এই হৃদয় বিদাৰক ঘটনাৰ পাছতো, সীতাক আকৌ লোকাপবাদৰ ভয়ত 'প্ৰজাৰঞ্জক' ৰামে গৰ্ভৱতী সীতাক বনবাস দিলে। তাৰ পাছত সীতাক ৰাজসভালৈ মাতি আনিলে। বাল্মীকিয়ে সীতাক লৈ আহি যেতিয়া ৰামক ক'লে যে সীতা সৰ্ব্বতোভাৱে নিষ্পাপ, তেতিয়া ৰামে কৈছিল যে তেওঁ সীতা পাপহীন বুলি জানে। কিন্তু লোকাপবাদৰ ভয়ত তেওঁ তেওঁক পৰিত্যাগ কৰিছিল। কিন্তু এনেকৈ কৈয়ো ৰামে আকৌ ৰাজসভাত সীতা শুদ্ধা বুলি প্ৰতিপন্ন কৰিবলৈ সীতাক ক'লে। এইবোৰ বৰ বিসঙ্গতিপূৰ্ণ কথা; আৰু 'আদৰ্শ ৰজা' বা 'ভগৱান ৰামচন্দ্ৰৰ' চৰিত্ৰত এইবোৰ কথা কোনো ৰকমে খাপ খুৱাব নোৱাৰি। সীতাক নিৰ্দোষ বুলি জানিও এবাৰ অগ্নি পৰীক্ষা কৰি তেওঁক গ্ৰহণ কৰিলে; আৰু অযোধ্যালৈ আহি ৰাজ সিংহাসনত বহিল। বহু পণ্ডিতৰ মতে ৰামায়ণৰ তাতে অন্ত। তেওঁলোকৰ মতে সমগ্ৰ উত্তৰাকাণ্ডৰ কথা আৰু ৰচনা আদি চাই এই কাণ্ড পাছত যোগ দিয়া হৈছে। চক্ৰৱৰ্তী ৰাজা গোপালাচাৰীয়ে ল'ৰা-ছোৱালীৰ কাৰণে লিখি উলিওৱা

ৰামায়ণৰ উপসংহাৰত লিখিছে—'উত্তৰাকাণ্ডত যদিও সৌন্দৰ্য্য আছে তথাপি মোৰ প্ৰাণে ইয়াৰ বিৰোধিতা কৰে। বাল্মীকিয়ে ৰণক্ষেত্ৰত অগ্নি পৰীক্ষাৰেই সমাপ্ত কৰিছিল। আনকি সেই অগ্নি পৰীক্ষাও ৰামৰ চৰিত্ৰৰ লগত খাপ নাখায়। ইয়াক পঢ়োঁতেও মনত দুখ লাগে।'

পণ্ডিত কনকচন্দ্ৰ শৰ্মাই সম্পাদনা কৰা মাধৱ কন্দলি ৰামায়ণৰ উত্তৰাকাণ্ডতো শম্বুকৰ কাহিনী নাই।

. ৰাজাগোপালাচাৰীয়ে উত্তৰাকাণ্ড সম্পৰ্কে আকৌ লিখিছে—'এই মৰ্মভেদ কাহিনী ছোৱা আমাৰ দেশৰ শোকাক্লিষ্টা তিৰোতা-সকলৰ কল্পনাৰ পৰা নিশ্চয় উদ্ভৱ হৈছিল।' সেইদৰেই বোধকৰো বাল্মীকি ৰামায়ণত নথকা পাতালিকাণ্ড ৰামায়ণো সৃষ্টি হৈছিল। কাৰণ বনবাসী সীতাক ৰাজসভালৈ আনি আকৌ তেওঁৰ শুদ্ধ চৰিত্ৰ প্ৰমাণ কৰিবলৈ কোৱাত সীতাই এই অপমান সহ্য কৰিব নোৱাৰি পাতালত প্ৰবেশ কৰিলে। এই হৃদয় বিদাৰক ঘটনা কোনোৰা কবিয়ে হয়তো সহ্য কৰিব নোৱাৰি পাতালিকাণ্ড ৰামায়ণ লিখিলে। তাৰ মূল কথা হ'ল সীতাই মাতৃ বসুমতীক কৈ নানা মায়া জনা এজন নাগক পঠিয়াই লৱ-কুশক হৰি নিলে। হনুমানে পুনৰ বিচাৰি বিচাৰি লৱ-কুশৰ লগত সীতাকো ৰামৰ ওচৰলৈ লৈ আহিল। সীতাই ৰামক নানা প্ৰবোধ বাক্যৰে বুজাই-বঢ়াই এই জগতত তেওঁলোকৰ পুনৰ মিলন হ'ব নোৱাৰে বুলি লৱ-কুশক ৰামক গতাই দি তেওঁ আকৌ পাতাললৈ গ'ল।

ওপৰৰ আলোচনাৰ পৰা সমগ্ৰ উত্তৰাকাণ্ডই পিচত যোগ দিয়া যেন অনুমান হয়। আক সেয়ে হ'লে শম্বুক শূদ্ৰৰ তপস্যাৰ কথাই নুঠে। ভগৱান ৰামচন্দ্ৰই বা প্ৰজাবৎসল ৰজা ৰামচন্দ্ৰই শম্বুকক হত্যা কৰা কথা সমৰ্থন কৰিব নোৱাৰি। ই যে প্ৰক্ষিপ্ত সি সুনিশ্চিত।

# শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্মোৎসৱ উপলক্ষে

জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকাৰ
যাকেৰি নাহি উপাম।
তোহাৰি চৰণকু ৰেণু শত কোটি
বাৰেক কৰোহো প্ৰণাম॥

আজি ৫২৮ বছৰ পূৰ্ব্বে ১৩৭১ শকত (ইং ১৪৪৯ খৃঃ) আহিন মাহৰ শুক্লা দশমীত বৰদোৱাত মহাপুৰুষৰ জন্ম হয়। শ্ৰীশঙ্কৰৰ জন্মই যি নতুন যুগৰ সূচনা কৰিলে তাক আমি সজাগ কৰি ৰাখিবৰ কাৰণে বছৰে বছৰে মহাপুৰুষক স্মৰণ কৰি তেওঁৰ ধৰ্ম্ম, সমাজ, কৃষ্টি আদিত কি পৰিবৰ্ত্তন সাধিলে তাক আলোচনা কৰিবলৈ আমি জন্মোৎসৱ পালন কৰিছো। তেওঁৰ কৰ্ম্মবহুল জীৱনত অসম তথা জগতত নানা দান দি ১২০ বছৰ পাছত ভগৱানৰ উদ্দেশ্য পূৰণ কৰি নশ্বৰ দেহা পৰিত্যাগ কৰি তেওঁ স্বধামলৈ উভতি গ'ল। তেওঁৰ এই তিৰোধানৰ তিথিও আমি পালন কৰো। তেওঁক হেৰুৱাৰ কাৰণে, দুখ কৰিবৰ কাৰণে নহয়। তেওঁ আমাক কি কি দি গ'ল আৰু সেইবোৰ আমি কিমান দূৰ গ্ৰহণ কৰিব পাৰিছো তাক আলোচনা কৰিবৰ কাৰণে। এইদৰে মহাপুৰুষৰ জন্মতিথি আৰু তিৰোধান তিথি দুয়োতাৰে বিশেষ বিশেষ তাৎপৰ্য্য আছে। আজি জন্মোৎসৱৰ সময়ত আমি শ্ৰীশঙ্কৰৰ আবিৰ্ভাৱৰ সময়ত দেশত কি অৱস্থাৰ সৃষ্টি হৈছিল আৰু জনগণে কি বিচাৰিছিল তাৰে এটি আভাষ ল'বৰ চেষ্টা কৰিম।

শ্ৰীকৃষ্ণই অৰ্জুনক কৈছিল—

যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানম ধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম॥
পৰিত্ৰানায় সাধুনাং বিনাশায় চ দুস্কৃতাম।
ধৰ্ম্মসংস্থা পনাৰ্থায় সম্ভবামি যুগে যুগে॥

আমি অৱতাৰক বিশ্বাস কৰো। যেতিয়াই ধৰ্ম্মৰ নামত নানা ব্যভিচাৰ আৰম্ভ হয় তেতিয়া সাধুসদনৰ পৰিত্ৰাণ কৰিবলৈ আৰু দুষ্টক সংহাৰ কৰিবলৈ শ্ৰীভগৱান অৱতাৰ ৰূপে পৃথিৱীত আবিৰ্ভাৱ হয়। দেশ-কাল-পাত্ৰ অনুসৰি আচাৰ নীতি পৰিবৰ্ত্তন কৰি নতুন ধৰ্ম্মৰ প্ৰবৰ্ত্তন কৰে। যদিও মূলতঃ সকলো ধৰ্ম্মৰে ভিত্তি একে; মানুহটোৰ প্ৰতি মনটো। অৰ্থাৎ প্ৰত্যেক মানুহৰে ভিন্ন ভিন্ন নিজস্ব গুণ আছে। কোনো হয়তো ভক্তি-প্ৰধান, কোনো কৰ্ম্ম-প্ৰধান, কোনো জ্ঞান-প্ৰধান ইত্যাদি। তেনেকৈ প্ৰত্যেক সমাজৰো একোটা নিজস্ব ভাৱধাৰা আছে। আৰু এইবোৰ কাৰণেই প্ৰায় একে সময়তে একে অসমতে শ্ৰীশঙ্কৰদেৱ, শ্ৰীদামোদৰ, হৰিদেৱে একে বৈষ্ণৱ ধৰ্ম্মকে অলপ অলপ বেলেগ ৰূপ দি অসমীয়া সমাজত প্ৰচাৰ কৰিলে। আৰু ভাৱপ্ৰৱণ আবেগিক বঙালী সমাজত শ্ৰীচৈতন্যদেৱে আপোন পাহৰা কীৰ্ত্তনৰ মাজেদি একে বৈষ্ণৱ ধৰ্ম্মকে প্ৰচাৰ কৰিলে। আকৌ নতুনকৈ প্ৰচাৰ কৰা ধৰ্ম্মৰ মাজতো লাহে লাহে দুৰ্নীতি সোমাব আৰম্ভ কৰে আৰু ধৰ্ম্মৰ গুৰি ধৰোঁতাসকলে দেশৰ আৰু ৰাইজৰ স্বাৰ্থতকৈ নিজৰ স্বাৰ্থক উচ্চস্থান দি সৰ্ব্বসাধাৰণক অন্ধ বিশ্বাসৰ বশীভূত কৰি ধৰ্ম্মৰ নামত ব্যভিচাৰ কাৰ্য্যত লিপ্ত হৈ থাকে। আকৌ শ্ৰীভগৱানে দুৰ্নীতি গুচাই এখন শান্তিময় সমাজ গঢ়িবৰ কাৰণে পুনৰ আবিৰ্ভাৱ হয়। যুগযুগান্তৰ ধৰি এনেভাৱে ধৰ্ম্ম আৰু সমাজ সংস্কাৰ চলি আহিছে। আৰু সেয়েহে মহাপুৰুষে কৈ গৈছে 'যুগে যুগে অৱতাৰ হয় অসংখ্যাত।'

বুদ্ধৰ পাছৰ শক্তিকান্ত অসমত ধৰ্ম্মৰ নামত চূড়ান্ত সীমা পাইছিল, নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণে মানুহক পশু বুলিয়েই নহয়, মানুহে নৰবলি পৰ্য্যন্ত দিছিল। অৰ্থাৎ এজনে ধন, যোগ, বা মান লাভৰ আশাত আন এজনৰ বা কেইবাজনকৈ [illegible] দেশৰ [illegible]

উৎসর্গা কৰাৰ দৰে থাকক, নিজৰ কিবা পাৰ্থিব সুখৰ কাৰণে আন লোকক জবৰদস্তি কৰি হলেও ধৰি তানি দেৱী পূজাৰ নামত বলি দিছিল। তান্ত্রিক পূজাৰ মূল তত্বৰ ভুল বা অপব্যাখ্যা কৰি এইদৰে নৰবলি দিছিল আৰু মদ-মাংস আৰু স্ত্রীসম্ভোগ পূজাৰ অঙ্গ বুলি ধৰিছিল। কামাখ্যাত ভোগী বুলি এক শ্রেণীৰ মানুহ আছিল, যিসকলে দেৱীপূজাত নিজ ইচ্ছাতে বলি হ'বৰ কাৰণে সাজু আছিল। আৰু বলি নোহোৱা দিনলৈকে তেওঁলোকে যি হকে মন যায় তাকে কৰিব পাৰিছিল আৰু তাত কোনেও বাধা দিবলৈ সাহস নকৰিছিল। আনকি যি কোনো তিৰোতাক তেওঁলোকে সম্ভোগ কৰাৰ অধিকাৰ পাইছিল। সদিয়াত চুটীয়াজিলাকে কেঁচাখাইটী গোসানীৰ আগত অসংখ্য নৰবলি দিছিল। এইদৰে দেশত অনাচাৰ অত্যাচাৰ বিয়পি পৰিছিল। সমাজৰ বান্ধ সুলকি পৰিছিল আৰু ধৰ্ম্মৰ নামত সকলো অপকৰ্ম্ম চলিছিল। ইফালে ৰাজ্য শাসনতো সকলোৰকম কুকৰ্ম চলিছিল। পাত্ৰ-মন্ত্ৰীসকলে বেলেগ বেলেগ দল গঠন কৰি নিজ নিজ দলৰ সুবিধা পাবলৈ ৰজা ভঙা-পতা কৰিছিল। আৰু সিংহাসনত অধিষ্ঠিতজনে অইন ৰাজকুমাৰসকলক ৰাজসিংহাসনত যাতে বহিব নোৱাৰে তাৰ কাৰণে তেওঁলোকক ঘুণীয়া কৰাৰ চেষ্টা কৰিছিল। মুঠৰ ওপৰত কবলৈ গলে সমাজত আৰু দেশত এনে এটা পৰিস্থিতি সৃষ্ট হৈছিল যে তাক সংশোধন কৰি নতুন গঢ় দিবলৈ অসাধাৰণ শক্তিসম্পন্ন লোকৰ প্ৰয়োজন হৈছিল। এনেকুৱা সময়তে শঙ্কৰৰূপে শ্ৰীভগৱানে জন্মগ্ৰহণ কৰে।

এই অভিমানৱসকলে জন্ম লৈ অলৌকিক শক্তি প্ৰয়োগ কৰি একেদিনাই সমাজ বা ধৰ্ম্ম সংস্কাৰ নকৰে। শ্ৰীকৃষ্ণৰো জন্ম লৈ সাধাৰণ মানুহ হিচাপে কাম কৰি গৈছিল। কংস চাণুৰ আদি দৈত্যসকলক বধ কৰাত কিছু অলৌকিক শক্তি প্ৰয়োগৰ কথা উল্লেখ আছে। কিন্তু যোগবলত যোগসিদ্ধ পুৰুষসকলে আজিও

তেনেকুৱা বহুত অলৌকিক ক্রিয়া দেখুৱাব পাৰে। অর্থাৎ মানুহে নিজ চেষ্টাত তেনেকুৱা শক্তি আহৰণ কৰিব পাৰে আৰু প্রত্যেকে অর্জ্জুন, ভীম আদিৰ নিচিনা বিশ্ববিজয়ী বীৰ বা যুধিষ্ঠিৰৰ নিচিনা সত্যত পৰম নিষ্ঠা ৰাখি সকলো আপদ-বিপদত স্থিৰ থাকি গীতাত উল্লেখ কৰা 'স্থিৰ প্রজ্ঞ' হ'ব পাৰে। শ্রীশঙ্কৰেও তেনেদৰে ৰজাৰ উৎপীড়ণ গ্রহণ কৰিছিল আৰু এখন ঠাই এৰি আইন ঠাইলৈ গৈছিল; আনকি এখন ৰাজ্য এৰি আইন ৰাজ্যলৈও গৈছিল। এইবিলাক কৰাৰ উদ্দেশ্য আছিল যে সকলো মানুহ এনেকুৱা বিপদত পৰিও কিদৰে হৰিনাম লৈ থাকি সত্যৰপৰা আঁতৰি নোযোৱাকৈ থাকিব পাৰে তাক দেখুৱা।

শঙ্কৰদেৱে ভাগৱত শাস্ত্র মথি তাৰ ভিত্তিত নতুন বৈষ্ণৱ ধৰ্ম্ম প্রচাৰ কৰিলে। 'শাস্ত্রতে উত্তম গীতা ভাগৱত ধৰ্ম্মতে উত্তম নাম। দেৱতে উত্তম দৈৱকী নন্দন চৰণে কৰো প্রণাম।' এই কথাফাকিয়েই হ'ল তেওঁৰ মূলমন্ত্র। ধৰ্ম্মৰ যোগেদি তেওঁ সমাজ সংস্কাৰৰ কাৰণে জাতি ভেদ প্রথা উঠাই দিছিল। হৰিনাম লোৱাত কাৰো বাধা নাছিল আৰু যাগ-যজ্ঞ পূজা পদ্ধতিৰ বিস্তৃত আয়োজন নকৰি যিয়ে যতে থাকক তাতে শুদ্ধভাৱে, ভক্তিভাৱে হৰিনাম লবলৈ উপদেশ দিছিল। একাদশ স্কন্ধ ভাগৱতত কৈছে—

"ব্রাহ্মণ চণ্ডাল নিবিচাৰি জাতি কুল।
মিত্রত বৈৰত যাৰ দৃষ্টি এক তুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বোলয় সিসে সৰ্ব্বজান॥
কুকুৰ শৃগাল গর্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পৰি কৰিবা প্রণাম॥"

এনেদৰে নিৰ্ম্মল ভাগৱত ধৰ্ম্ম প্রচাৰ কৰি শঙ্কৰদেৱে অসমত এখন নতুন সমাজ সৃষ্টি কৰিলে। নৰবলি প্রথা উঠি গ'ল আৰু বহুলোকে বলি-বিধানৰ পূজা এৰি নিৰ্ম্মল বৈষ্ণৱ

ধৰ্ম্মত শৰণ ললে। কিন্তু কালৰ কুটিল গতিত আকৌ ধৰ্মৰ নামত ব্যভিচাৰ সোমাব ধৰিছে। আকৌ দুৰ্নীতিয়ে সমাজ খুলি খুলি খাব ধৰিছে। আকৌ হয়তো শ্ৰীভগৱানে অৱতাৰ ৰূপে প্ৰকাশ হৈ পুনৰ ধৰ্ম সংস্থাপন কৰিব। ভাগৱতত আছে কলিৰ শেষত কল্কিৰ অৱতাৰ হ'ব। দ্বাদশ স্কন্ধত কলিৰ শেষৰ লক্ষণবোৰ বৰ্ণনা কৰিছে। যেনে—কলিকালত মানুহৰ জন্ম, আচাৰ, গুণ আদি সকলো ধনৰ ওপৰত নিৰ্ভৰ কৰিব। ধৰ্ম আৰু ন্যায়ব্যৱস্থা সম্পতি জোৰ যাৰ মুলুক তাৰ হ'ব। লগুণ ডালেই হ'ব বামুনৰ ব্ৰাহ্মণত্বৰ চিনাকী। তপস্যা, ব্ৰত, বেদধ্যয়ন আদি নহয়। সত্যৰ নামত ধৃষ্টতা প্ৰচলিত হ'ব। বেচা-কিনাৰ কেৱল প্ৰবঞ্চনাই হ'ব মুলমন্ত্ৰ, দুৰ্ভিক্ষ পীড়িত আৰু ৰাজকৰ পীড়িত প্ৰজাসকল অনাবৃষ্টিত প্ৰাণত্যাগ কৰিব। এইদৰে ৰজাসকল দস্যুৰ দৰে হ'লে, মানুহ চোৰ, মিছলীয়া আৰু হিংসা পৰায়ণ হ'লে, গৰুবোৰ সৰু হৈ হৈ ছাগলীৰ সমান ডাঙৰ হ'লে, গছৰ ভিতৰত শিমলু গছৰ সংখ্যাই বেছি হ'লে আৰু ঘৰবোৰ প্ৰায় শূন্য হৈ পৰিলে, কলিযুগৰ শেষ বুলি জানিব লাগিব। ভগৱানে তেতিয়া ধৰ্মৰক্ষাৰ কাৰণে অৱতীৰ্ণ হ'ব।

এই লক্ষণবোৰ দেখা দিয়া যেন আমি পাইছো। সমগ্ৰ পৃথিৱী জুৰি যি অশান্তিৰ বতাহ বলিছে, কোনে জানে অচিৰতে আকৌ এখন মহাযুদ্ধ হৈ কুৰুক্ষেত্ৰৰ যুদ্ধৰ নিচিনা লোক সংহাৰ কৰি কলি অৱতাৰ নাহি নাহিব? আকৌ এজন শঙ্কৰদেৱ বা কেবাজনো শঙ্কৰদেৱ কেইজনা ঠাইতো আবিৰ্ভাৱ হৈ জগতত ধৰ্ম পুনৰ প্ৰতিষ্ঠা কৰক। জগতত শান্তি আহক।

ওঁ শান্তি শান্তি শান্তি

# জীৱনৰ সৰু-সুৰা কিছুমান ঘটনা

১৯৭০ চন মানৰ ঘটনা। এবাৰ মই দিল্লীলৈ যাবলৈ ওলাইছো। তেতিয়া ব্ৰডগজ লাইন বঙাইগাঁৱৰপৰা গুৱাহাটীলৈ সম্প্ৰসাৰণ হোৱা নাই। মই বঙাইগাঁৱত প্ৰথম শ্ৰেণীৰ কম্পাৰ্টমেণ্টত এটাত উঠিলো। অলপ পাছত বঙাইগাঁৱত এজন ডেকা ল'ৰা তাতে উঠিল। তেওঁ অসমীয়া বুলি চিনাকী দিলে। তেওঁৰ লগত কথা পাতি থাকোতে আৰু এজন তাতে উঠিল। তেওঁ দিল্লীৰ ফালৰ মানুহ। মই বঙাইগাঁৱৰ ডেকাজনৰ লগত কথা পাতি আছিলো। বিশেষকৈ মেঘালয়ৰ কাৰণে আন্দোলন কৰা এ-পি-এইচ-এল-চিৰ দাবীবিলাক যে অযুক্তি সেই সম্পৰ্কে আমি আলোচনা কৰি আছিলো; তেওঁলোকে তেওঁলোকৰ আৰ্টিকুল ২৭৫ৰ কেন্দ্ৰীয় চৰকাৰে দিয়া টকা অসম চৰকাৰে আনফালে খৰচ কৰা ইত্যাদি অভিযোগবোৰৰ কোনো ভিত্তি নাই। আমাৰ কথাৰ মাজতে দিল্লীৰ ফালৰ মানুহগৰাকীয়ে মাত দি উঠিল। আমাৰ আলোচনা অসমীয়া আৰু ইংৰাজী ভাষাত মিহলি আছিল। ইংৰাজী কথাখিনি তেওঁ বুজি পোৱাত তেওঁ আপত্তি কৰি কৈছিল যে আমি হেনো কেন্দ্ৰীয় চৰকাৰৰ অনুদানৰ টকা পাৰ্ব্বত্য জিলাত খৰচ নকৰি অন্যফালে সেই টকা খৰচ কৰাৰ কাৰণে তেওঁলোকে হিলষ্টেটৰ দাবী কৰিছে। মই ক'লো, আমাৰ কথা আপুনি কেনেকৈ জানে? তেওঁ কলে যে তেওঁ হ'ম মিনিষ্ট্ৰিত কাম কৰে। সেই কাৰণে তেওঁ জানে। মই সুধিলো আপুনি পাটাছকাৰ কমিছনৰ ৰিপ'ৰ্ট পঢ়িছেনে? তেওঁ কলে নাই পঢ়া। তেওঁলোকে কৰা অভিযোগ অৰ্থাৎ আমি অন্যায় কৰি তেওঁলোকৰ টকা খৰচ কৰিছো, সেই কথা তদন্ত কৰাৰ কাৰণে যে পাটাছকাৰ কমিছন বহুওৱা হৈছিল তাক জানেনে? তেওঁ কলে নাজানো। আকৌ সুধিলো

পাটাছকাৰ বুলি এজন মানুহ আছিল আৰু তেওঁ মধ্য প্ৰদেশৰ ৰাজ্যপাল আছিল তাক জানেনে? তেওঁ কলে নাজানো। তেতিয়া মই কলো—তেনেহলে পাটাছকাৰ কোন আৰু তেওঁ এই সম্পৰ্কে তদন্ত কৰি ৰিপ'ৰ্ট দিছিল এইবিলাক কথা একো নাজানে। অথচ হ'ম মিনিষ্ট্ৰিত থাকি কাম কৰি অসম্ভৱ সকলোবিলাক কথা জনা বুলি কিয় বাজে কথা কৈছে। এই বুলি মই মোৰ নাম-ঠিকনা থকা কাৰ্ড এখন আগবঢ়াই দিলো। তেওঁ থতমত খাই সুধিলে—এইয়া কি? তেতিয়া মই কলো—আপোনাৰো নাম-ঠিকনা দিয়ক। কাৰণ মই আপোনাৰ ওপৰত মানহানি মোকৰ্দমা কৰিম। মোৰ লগত কথা পতা ডেকাজনে মোৰ সাক্ষী হম বুলি প্ৰতিশ্ৰুতি দিলে। মানুহজন হতবম্ব হ'ল আৰু মুখৰ মাত একেবাৰে হৰিল। ইয়াৰ পিচত এটা শব্দ কৰা নাই। আৰু আমি দুজনে হিলষ্টেট বিচৰাৰ দাবীবোৰৰ কথা আলোচনা কৰি থাকিলো।

সেই মানুহজন একেবাৰে নিমাত হৈ থাকিল। আমি যেতিয়া মোগল চৰাই-ষ্টেচন পালো তেতিয়া ৰাতি ১০ টা মান বাজিছে। ৰাতিৰ কাৰণে তেওঁলোকে অৰ্ডাৰ দিয়া ডিনাৰ সময়মতে নিদিয়াত খং উঠি গাৰ্ডৰ পৰা কমপ্লেইণ্ট বুক আনিলে। আৰু মইখন দিল্লীৰ মানুহজনে মোক আগবঢ়াই দি প্ৰথমে মোক চহী দিবলৈ অনুৰোধ কৰিলে। পিচদিনা ৰাতিপুৱা দিল্লী পোৱাত তেওঁ নামি গৈ মোৰ কাৰণে টেক্সী এখন বন্দৱস্ত কৰি আনি দিলে।

ঘটনাটো সৰু যদিও অসমীয়া মানুহৰ আৰু অসম চৰকাৰৰ বিৰুদ্ধে একো নজনাকৈ কথা কোৱাৰ বিৰুদ্ধে মাত মতাটো মই উচিত বুলি ভাবো। ইয়ে এইটো প্ৰমাণ কৰিলে যে আমাৰ বিৰুদ্ধে মিছাই মিছাই বদনাম কৰা শুনিলে তাৰ প্ৰতিবাদ কৰিলে কাম দিয়ে।

## আৰু এবাৰ ট্ৰেইনত হোৱা ঘটনা—

২। সেইবেলি আমি থিয়েচফিকেল চচাইটিৰ গুৱাহাটী লজৰ মেম্বাৰ কেইগৰাকীমান বানাৰসী হোৱা কনফাৰেন্সলৈ গৈছিলো। আমাৰ দ্বিতীয় শ্ৰেণীৰ স্লিপাৰৰ টিকত আছিল। আমাৰ ভিতৰত অসম চৰকাৰ আৰু অসমীয়াৰ বিৰুদ্ধে ছিল ষ্টেট মিচৰা সকলে অনা মিছা অভিযোগবোৰৰ আলোচনা চলি আছিল। আৰু কেন্দ্ৰীয় চৰকাৰে অসমৰ প্ৰতি কৰা অন্যায়-অবিচাৰৰ কথা হৈছিল। এনেতে আমাৰ কাষতে থকা কম্পার্টমেন্টৰ পৰা কোনোবা এজনে মাত লগালে যে আমাৰ বিৰুদ্ধে যিবিলাক অভিযোগ উঠিছে সেইবিলাক সঁচা। মানুহজন কোন বুলি সোধাত তেওঁ ক'লে তেওঁ মিজোৰামৰ এজন উচ্চ পদস্থ বিষয়া। মই তেতিয়া ক'লো যে-তেওঁ বাহিৰৰ পৰা আহি মিজোৰামত দুদিন থাকিয়েই অসমৰ চব কথা জনা হ'লনে? মই স্থানীয় মানুহ আৰু মই ইয়াত কমিচনাৰ হিচাপে কাম কৰিছিলো কাৰণে মই তেওঁলোকতকৈ বেচি জানো। আৰু তেওঁৰ ধাৰণা সম্পূৰ্ণ ভুল বুলি কলো। তেওঁ তেতিয়া মোৰ লগত তৰ্ক আৰম্ভ কৰিলে। কিন্তু তেওঁৰ বিৰুদ্ধে গাড়ীৰ বাকী কেইবাজনো মানুহে মোক সমৰ্থন জনাই তেওঁৰ কথাবোৰ ভুল বুলি ক'ব ধৰিলে। তেওঁক আৰু মই সুধিলো যে উচ্চ পদস্থ অফিচাৰ হিচাপে আপুনি দ্বিতীয় শ্ৰেণীত কিয় আহিছে। আপুনি যদি ডিউটিত আহিছে তেনেহলে নিশ্চয় প্ৰথম শ্ৰেণীৰ ভাড়াৰ বিল কৰিব। মই আপোনাৰ বিৰুদ্ধে ৰিপোৰ্ট কৰিম। তেওঁ সেইকথাত ভয় খাই মনে মনে থাকিল আৰু ক'লে প্ৰথম শ্ৰেণীৰ টিকত নোপোৱাৰ কাৰণে বাধ্য হৈ তেওঁ দ্বিতীয় শ্ৰেণীত আহিছে। পিচৰ ষ্টেচনত মানুহজন নামি গৈ বেলেগ গাড়ীত উঠিল। মানুহজনে ইমান ভয় পালে যে আমি থকা গাড়ীখনলৈ আৰু আহিবলৈ সাহস নকৰিলে।

৩। মই চাকৰিত থকা কালৰ দুই-এটা ঘটনাৰ কথা,

উল্লেখ কৰিম । ১৯৪৪-৪৫ চনৰ মানৰ কথা । মই তেতিয়া ডিব্ৰুগড়ত চিনিয়ৰ ই-এ-চি । এদিন ৰাতিপুৱা ৯টা মান বজাত কিবা কামত বাহিৰলৈ ওলাই যোৱাত ৰাস্তাৰ কাষৰ নৰ্দমাত এটা মানুহ পৰি থকা দেখা পাই গাড়ী ৰাখি নামি গৈ চালো । দেখিলো মানুহটো জীৱিত । ওচৰৰ চিভিল চাৰ্জন লেফ্‌টেনেণ্ট কৰ্ণেল ডঃ ডনেলীৰ ঘৰ । তেওঁৰ ঘৰৰ দৰজাত টুকুৰিয়ালো । ডঃ চাহাব ওলাই আহিল । তেওঁ অলপ আমনি পোৱা যেন মই দেখিলো । কাৰণ তেওঁ ব্ৰেকফাষ্ট খাই আছিল । তেওঁ অলপ খং ভাবেৰে সুধিলে, কি হ'ল । মই তেতিয়া ক'লো যে ৰাস্তাত এটা মানুহ পৰি আছে । তেওঁ আকৌ ক'লে মই কি কৰিব লাগে ? মই ক'লো তেওঁ জিলাৰ চিভিল চাৰ্জন হিচাপে তেওঁৰ দায়িত্ব আছে । সেই কাৰণে মই তেওঁক খবৰ দিলো । তেওঁ মোক ক'লে যে তুমিয়েইতো হস্পিতাললৈ লৈ যাব পাৰিলাহেঁতেন । যি নহওঁক তেওঁ ভোৰ ভোৰাই নামি আহি মানুহজন দেখি কৈ উঠিল এওঁ দেখোন আমাৰ হস্পিতালৰে ৰোগী । মই ক'লো তেওঁৰ দায়িত্ব সেই কাৰণে আৰু বেছি । এনেকৈ কথা হৈ থকা অৱস্থাত এচ-পি ৰাউত লেজ চাহাব তেওঁৰ গাড়ী লৈ উপস্থিত হ'ল । তেওঁ গাড়ীৰ পৰা নামি সুধিলে কি হ'ল । ডনেলী চাহাবে তেওঁক সকলো কথা ক'লে । ৰাউত লেজ চাহাবে মানুহ জন হস্পিতাললৈ লৈ যাব বুলি ক'লে । তেওঁক বহুত ধন্যবাদ দি তেতিয়া ডনেলীয়ে ৰোগীজনক উঠাই দিলে । প্ৰথমে মইহে যে ৰোগীজনৰ কথা তেওঁক কলো সেই বাবে মোক একো ধন্যবাদ নিদিলে কিন্তু মই মোৰ কৰ্তব্য কৰিলো । আৰু এই কামৰ বাবে যদি মানুহজনৰ প্ৰাণ বাচে তেনেহলে মই নিজকে ধন্য মানিম ।

ঘটনাটো সৰু হ'লেও স্বাধীনতা লাভ কৰাৰ আগতে এই চাহাব সকলে আমাক কি দৰে ব্যৱহাৰ কৰিছিল তাৰে এটা নমুনা দিলো ।

৪। কৰ্ণেল ডনেলী চাহাবৰ লগত হোৱা আৰু এটা ঘটনাৰ কথা কওঁ। ডিব্ৰুগড়ত তেতিয়া মেডিকেল কলেজ স্থাপন হোৱা নাছিল। বেৰী হোৱাইট মেডিকেল স্কুল আছিল। কৰ্ণেল ডনেলী চাহাব তাৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল। মই এদিন এটা ৰোগীৰ খবৰ কৰিবলৈ গৈ বাৰান্দাত থিয় হৈ আছিলোঁ। ৰোগীৰ খবৰ কৰা মানুহৰ কাৰণে বাহিৰত বেলেগ ব্যৱস্থা নাছিল। ডনেলী চাহাব আহি মোক দেখা পাই তেওঁৰ মাথি ক'লে এইখন ঠিয় হোৱা ঠাই নহয়। মই ইয়াত ওৱেটিং ৰুমৰ ব্যৱস্থা নাই দেখি ইয়াতে থিয় হৈ আছো বুলি কলো। তেওঁ অসন্তোষ ভাব দেখুৱাই গুচি গ'ল।

তাৰ কিছু দিনৰ পিচত তেওঁ মোৰ আদালতত সাক্ষী দিবলৈ আহিছিল। সেই সময়ত চাহাব বা উচ্চ পদস্থ বিষয়াই সাক্ষী হিচাপে আদালতলৈ গ'লে সাধাৰণতে মেজিষ্ট্ৰেটৰ কাষতে চকী দি তাতে তেওঁৰ জবানবন্দী লোৱা হৈছিল। ডনেলী চাহাব মোৰাত পেচকাৰে দৌৰা-দৌৰী কৰি এখন চকী আনি মোৰ কাষত দিলে আৰু তেওঁ তাতে বহিল। মই সেই সময়ত আইন সাক্ষীৰ জবানবন্দী লৈ আছিলো। ডনেলীৰ জবানবন্দীৰ সময় হ'ল। মই তেওঁক সাক্ষীৰ কাটৰালৈ (উইটনেচ বক্সলৈ) যাব কলো। আদালতৰ উকিল আদিয়ে এনে কৰা দেখি হতবাক হ'ল। ডনেলী চাহাব বগা-চিঙা পৰি উইটনেচ বক্সত সোমাল। তাত বহিবলৈ বুলি চকী এখন দিয়ালো। তাতে তেওঁ বহিলে। অলপ পিচতে থিয় হৈ জবানবন্দী দিলে। ডনেলী চাহাবৰ তলত কাম কৰা এজন এচিচ-ষ্টেণ্ট চাৰ্জনে সিদিনা গধূলি মোক ক'লে যে ডনেলী চাহাবে খুব দুখ পালে। মই কিয় এনেকুৱা কৰিলো তেওঁ বুজি পোৱা নাই।

৫। মই ডিব্ৰুগড়ত চিনিয়ৰ ই-এ চি থকা কালত আৰু এটা ঘটনাৰ কথা কওঁ। মই সদায় যি উচিত বুলি বুজিছিলো তাকে কৰিছিলো। বিশেষকৈ মেজিষ্ট্ৰেট হিচাপে সাক্ষীৰ ওপৰত নিৰ্ভৰ কৰিয়ে ৰায়

দিছিলো ; আৰু কোনো উচ্চ পদস্থ বিষয়াৰ মোৰ বিচাৰত হস্তক্ষেপ কৰিব দিয়া নাছিলো। সেই সময়ত অধিক শস্য উৎপাদনৰ নামত চৰকাৰে চৰণীয়া বিজাৰ্ভৰ মাটি খেতি কৰিবৰ কাৰণে বংগৰপৰা অহা মানুহবোৰক খেতি কৰিবলৈ দিছিল। তেতিয়া আই-মাজিদ চাহাব ডিব্রুগড় ডেপুটি কমিচদাৰ আছিল। তেওঁ ডিব্রুগড়ৰ ওচৰৰ এখন চৰণীয়া ৰিজাৰ্ভৰ এক খণ্ড মাটি খেতি কৰিবলৈ ৰিজাৰ্ভ মুকলি কৰি দিলে। কিন্তু বিজাৰ্ভত কৰা খেতিৰ শস্যখিনি গাঁৱৰ মানুহে গৰু চৰাই খুৱাই দিলে। পুলিচে এই মানুহবিলাকক চালান দিলে। মোৰ আদালতত গোচৰ হ'ল। মই দেখিলো চৰণীয়া ৰিজাৰ্ভ বুলি দিয়া কাৰণে যিবোৰ নিয়ম পালন কৰিব লাগে তাক পালন কৰা হোৱা নাই। তোনো নটিচ জাৰি কৰা নাই। স্থানীয় ৰাইজৰ ওজৰ-আপত্তি আদিও শুনা হোৱা নাই। গতিকে বাহিৰৰ মানুহক চৰণীয়া ৰিজাৰ্ভত খেতি কৰিব দিয়াটো বে-আইনী হৈছে। আৰু স্থানীয় ৰাইজে তাত গৰু মেলি শস্য নষ্ট কৰাত একো দোষণীয় কাম কৰা নাই। সেই কাৰণে আচামী বিলাকক খালাচ কৰি দিলো। মোৰ এই কামত ডেপুটি কমিচনাৰে বৰ অসন্তুষ্ট হৈছিল।

# সহধৰ্মিনীৰ বিয়োগত

১৯৫২ চনৰ ৮ ডিচেম্বৰ। ৰাতিপুৱা ছিলঙৰ গনেশ দাস হাচপাতালৰ ১ নং কোঠাত সহধৰ্মিনী অৰুণমাই পৰি আছে। ওৰে ৰাতি পিয়াহত ছটফটাই আছিল। ৬ তাৰিখ শনিবাৰে অপাৰেচন হৈ যোৱাৰ পাছত পানী এটোপা খোৱাও সঙ্কটজনক হ'ব পাৰে বুলি একো খাব দিয়া নাই। কেৱল আধা চামুচ মান পানী বা বৰফৰ সৰু টুকুৰা এটা জিভাখন ভিজাই ৰখাৰ কাৰণে মাজে মাজে দিয়ে। এই পানী বা বৰফ ডিঙিৰ তললৈ গৈ নাপায়। শনিবাৰে ৰাতিপুৱাই অপাৰেচন হৈ গ'ল। সিদিনা দিনৰ দিনটো আৰু ৰাতিয়ে পিয়াহত অস্থিৰ হৈ আছিল। এবাৰ ওচৰত থকা fuding কাপটো টুকি পাই দুয়ো হাতেৰে হেঁচামাৰি কাপটো দাঙি লৈ যোৰ কৰি এটোপ কি দুটোপ খাই দিলে। তাৰপৰা বিশেষ অপকাৰ বোধকৰো নহ'ল। কাৰণ পিছদিনা ৰবিবাৰ ৭ তাৰিখলৈ অৱস্থা ভালৰ ফালেই আহি আছিল। ডাঃ জ্যোতিষ দাস ৰবিবাৰে ৰাতিপুৱা গুৱাহাটীলৈ যাবলৈ ওলাই আহি অৰুণমাইক ভালকৈ পৰীক্ষা কৰি চাই অৱস্থাৰ উন্নতি দেখি অতি সন্তোষ মনেৰে গ'ল। অৰুণমাই চাহ খাবলৈ বৰকৈ ইচ্ছা কৰাত আধা পিয়লামান চাহ দিব-লৈয়ো অনুমতি দিলে। আৰু কেইদিনমান পাছতে চপ কাঠলেট খাব পাৰিব; এনেকুৱা ধেমেলীয়া কথা কৈ আৰু গনেশ দাস হাচপাতালৰ চুপাৰিণ্টেণ্ডেণ্ট মিচ মোকাদেমৰ লগতো বহুত ধেমে-লীয়া কথা কৈ তেওঁ বিদায় ললে। গুৱাহাটীৰ পৰা তাৰ আৰু [illegible] পঠিয়াই দিব বুলিয়ো কৈ গ'ল। তেওঁৰ বাহুবুৰ চাহ বাগিছাৰ এটা জৰুৰী মিটিং থকাৰ কাৰণে গ'ল। আকৌ ৮

ভাবিথ সোমবাৰে বাতিপুৱা আহিব। কিবা ভয়ৰ আশঙ্কা থাকিলে তেওঁ নগ'লহেঁ বুলি কলে। আটাইকেইজন ডাক্তৰে সন্তোষ প্ৰকাশ কৰাত আমিয়ো বহুত শান্বনা পালো। কিন্তু হায়। আৰু ২৪ ঘণ্টাৰ ভিতৰতে যে আমাৰ মূৰত বজ্ৰাঘাত কৰি সতী দেহ-ত্যাগ কৰি গুচি যাব তাক এক মুহূৰ্ত্তৰ কাৰণেও সপোনতো ভৱা নাছিলো।

জন্ম আৰু মৃত্যু স্বাভাবিক আৰু তাক কোনেও বাধা দিব নোৱাৰে। কিন্তু আমি মোহাচ্ছন্ন বাবে এই নশ্বৰ দেহা নষ্ট হলে শোকত অধীৰ হওঁ। আমাৰ ব্যাকুলতা যেতিয়া বাঢ়ে তেতিয়া আমাৰ প্ৰিয়জন হঠাতে এই দেহা এৰি গুচি যায়। বাৰ্দ্ধক্যত বা ৰোগাক্ৰান্ত হৈ পাৰ্থিব দেহা যেতিয়া জীৰ্ণ শীৰ্ণ হৈ পৰে, তেতিয়া আত্মীয় স্বজন বন্ধু-বান্ধৱসকলে আগৰ পৰা নিজৰ মনক প্ৰবোধ দি প্ৰিয়জনৰ দেহৰ পৰা মোহ কটাব চেষ্টা কৰি শেষ মুহূৰ্ত্তলৈ সাজু হ'ব পাৰে। কিন্তু যেতিয়া অতৰ্কিতভাৱে মৃত্যু আহি জীৱাত্মাক দেহৰ পৰা মুক্ত কৰি লৈ যায় তেতিয়া আমি সেই দুখ সহ্য কৰা টান পাই অধৈৰ্য্য হৈ পৰো। স্থূল জগতৰ সকলো আশা-ভৰসাৰ সপোনৰ ৰাজ্য গঢ়ি আমি মায়াৰ সংসাৰ পাতি থাকোতে সকলো কাম অসম্পূৰ্ণ অৱস্থাতে মৃত্যু আহি সকলো আশা ভৰষা চূড়মাৰ কৰি প্ৰিয়জনক লৈ যায়। ইয়াৰ কাৰণ বা উদ্দেশ্য আমাৰ বোধৰ অতীত। আৰু আমি শোকত মুহ্যমান হওঁ।

চাৰি বছৰ কাল ধুবুৰীত (উপাযুক্ত হিচাপে) নানা অঞ্চলৰ মাজেদি কটাই আহিলো। চিদলিৰ ৰাণী মঞ্জুলা দেবীৰ লগত সহযোগ কৰি মহিলা সমিতিৰ সংগঠন কাৰ্য্যত অশেষ মান অপমান ভোগ কৰি স্থানীয় মহিলাসকলৰ সহায়ত সমাজ সেৱাত বহু কৃত-কাৰ্য্য হৈ ধুবুৰী মহিলা সমিতিৰ এটা ঘৰ বান্ধি উলিয়াই ১৯৫২ চনৰ এপ্ৰিলত মই ছিলঙলৈ বদলি হৈ অহাৰ লগে [illegible]।

ছিলঙলৈ আহি কিছুদিন জিৰণি লব বুলি ভাবিছিল। পিছে এই কিছুদিন চিৰদিনত পৰিণত হ'ল।

থাকিবলৈ কমাৰকুছিৰ পৈতৃক ভিঠাৰ বাহিৰে গুৱাহাটীত বা ছিলঙত আমাৰ কোনো ঘৰ নাছিল। চৰকাৰৰ অনুগ্ৰহত লা-চাঁ-মিয়াৰত এডোখৰ মাটি পাই তাতে এটা ঘৰ সোনকালে বান্ধাৰ দিহা কৰিছিলো। অকণমাইৰ ইচ্ছা আছিল যে ঘৰটো এনেদৰে বান্ধিব লাগিব যাতে ভবিষ্যতে কোনো চাকৰ বা কামকৰা মানুহ নোহোৱাকৈ নিজেই সকলোখিনি কাম কৰি চলিব পাৰে। সেই হিচাপে ঘৰৰ নক্সা আদি তৈয়াৰ কৰি ঠিকা-দাৰক ঠিকা দিয়া হ'ল। মাজে মাজে আহি ঠিকাদাৰৰ কামত তদাৰক কৰি তাগাদা কৰিছিল যাতে তিনিছয়মাহৰ ভিতৰতে ঘৰ সৰ পৰা হয়। কাৰণ নিজাঘৰত থকা আনন্দ উপভোগ কৰাৰ উপৰিও ঘৰ ভাৰাৰ টকা বচাব লগা হৈছিল। কাৰণ ঘৰ বান্ধাৰ কাৰণে বিল্ডিং এডভাঞ্চ লোৱাত মাহে মাহে দৰমহাৰ পৰা এভাঞ্চৰ টকা কাটি বখাত ঘৰৰ খৰচ চলোৱাত তেওঁ বৰ টান পাইছিল। বস্তুৰ দাম যেনেকৈ বাঢ়িব ধৰিছে দৰমহাৰ টকাৰে কোনোৰকম পেটেভাতে খাই থকাহে সম্ভৱপৰ। ইয়াৰ আগতে ১৯৪৭ চনত ছিলঙৰ লেবাৰ কমিছনাৰ হিচাপে ৭/৮ মাহ মান আছিলো। তেতিয়া মোৰ দৰমহা বহুত কম আছিল; আৰু খোৱা বস্তু বিলাকৰ ওপৰত কণ্ট্ৰোলৰ কাৰণে ইমান অভাৱ অনাটনত চলিব লগা হৈছিল যে সোনকালে ধুবুৰীলৈ বদলি হোৱাত ৰক্ষা পৰিছিলো। এইবাৰ যদিও ধনকষ্ট দূৰ হোৱা নাছিল, তথাপি আগৰ বাৰতকৈ দৰমহা ভাৰ্লখিনি বেছি হোৱাত আৰু বেছি ভাগ খোৱা বস্তুৰ ওপৰত কণ্ট্ৰোল উঠি যোৱাত আৰু ছিলঙত থাকিবলৈ অকণমাই বেয়া পোৱা নাছিল। বিশেষকৈ লম্বা-ছোৱালী বিলাকৰ ব্যাঘাত নোহোৱাকৈ শিক্ষা দিয়াৰ কাৰণে ছিলঙত ঘৰ কৰি তাতে স্থায়ীভাৱে থাকি নিইতৰ শিক্ষাৰ ব্যৱস্থাৰ

কথা মনে মনে ঠিক কৰিছিল যাতে মই অইন ঠাইলৈ বদলি হলেও তেওঁ ল'ৰা-ছোৱালী কেইটা লৈ ছিলঙতে থাকিব পাৰে।

আশা কৰিছিল পেঞ্চন লোৱাৰ পাছত মোৰ লগত গাওঁৰ ঘৰত কমাৰকুছিত নিগাজিকৈ থাকিব আৰু মহিলা সমিতি আদি পাতি সমাজ সেৱাত দিন কটাব। ইয়াৰ আগতে কমাৰকুছিলৈ গৈ গৈ গোসাঁই ঘৰটো নতুনকৈ টিনৰ চালদি বান্ধা হ'ল আৰু থকা ঘৰটোও একৰকম নতুন কৰা হ'ল। ভৱিষ্যতে আৰু এটা ভালকৈ থকাঘৰ বান্ধাৰ কথা ভাবিছিলো যাতে কমাৰকুছিত অন্ততঃ ৺দুৰ্গাপূজাৰ পৰা ৺দৌলোৎসৱৰ পাছলৈ থাকিব পাৰো। বাৰিষা বানপানীৰ কাৰণে হয়তো গুৱাহাটীলৈ আহিব লগা হ'ব পাৰে। গাওঁৰ মানুহ বিলাকক বিশেষকৈ মহিলাসকলক সংঘবদ্ধ কৰি উন্নত কৰিবলৈ তেওঁ মনত বৰ হাবিলাষ কৰিছিল। চহৰৰ হৈ চৈ জীৱনৰ পৰা আঁতৰি গৈ যাতে নিৰিবিলি ভাৱে কাম কৰি ৺দুৰ্গাপূজা ৺দৌল আদি পূজা পাৰ্বণত আৰু সমাজ সেৱাত জীৱনৰ বাকী কেইটা দিন কটাম বুলি দুয়োজনে বহুত আশা কৰি আকাশত চাঙ পাতিছিলো। কিন্তু ভগৱানৰ সেই ইচ্ছা নাছিল। আমাৰ সকলো সুখৰ সপোন ভাঙিলে; সুখৰ সংসাৰ হঠাতে ছাৰখাৰ কৰিলে।

ছিলঙত হিন্দু দেৱদেৱীৰ প্ৰাচীন মঠ মন্দিৰ নাই বুলিলেই হয়। আপাৰ ছিলঙলৈ যোৱা ৰাস্তাত চহৰৰ পৰা ৩ মাইল-মান দূৰৈত এখন মহাদেৱৰ থান আছে। শ্ৰীমান দণ্ডিদত্ত লস্কৰৰ (সেই সময়ত Asistant Director S/B) পৰিবাৰ শ্ৰীমতী হৈমৱতীৰ (মোৰ মামাৰ ছোৱালী) মুখে এই মহাদেৱৰ বহুত মাহাত্ম্যৰ কথা শুনিছিলো। হৈমৱতীৰ মাতৃ নাম কণমাই। এদিন ৰবিবাৰে আমি দুয়োজনে তালৈ গৈ ভোগ আৰু পূজা দি আহিছিলো। মনৰ অভিপ্ৰেত বাঞ্ছা বিলাকৰ ভিতৰত এটা আছিল অনুচিত ভাৱে নিৰ্দ্ধাৰণ কৰা মোৰ দৰমহাটো উচিত ভাৱে নিৰ্দ্ধাৰণ

কৰা। আমাৰ হিচাপত মোৰ দৰমহা মাহে প্ৰায় ৩০০ টকা বেচি হ'ব লাগে। থানতে যোৱাৰ কেইদিন মান পাছতে মাহে ৯০ টকা বেচিকৈ কণ্ট্ৰোলাৰৰ পৰা pay slif পালো। ইয়াকে দেখি বোধকৰো আমাৰ লোভ বাঢ়িল। কণমাই ক'লে ৰবিবাৰে দিয়া পূজাতকৈ সোমবাৰে দিয়া পূজাবহে ফল বেচি হয়। আৰু হোম পুৰিব পাৰিলে আৰু ভাল হয়। অকণমাইয়ে এইবাৰ হোম পুৰি ভালাক পূজা দিবৰ ঠিক কৰিলে। আৰু মোৰ বাকীখিনি দৰমহা পূৰা কৰিবলৈ আৰু বাপু বিপুৰ কাৰণে উপযুক্ত সৎপাত্ৰ পাবৰ কাৰণে আদি বহু বাঞ্ছা সিদ্ধিৰ কাৰণে পহিলা ডিছেম্বৰ সোমবাৰে যাবৰ ঠিক কৰা হ'ল। ঈশ্বৰৰ ইচ্ছাত সিদিনা ফতেহা দোৱাজ দাহামৰ কাৰণে অফিচ বন্ধ হ'ল। সকলো যোগাৰ সুকলমে হ'ল। হোম পুৰি পূজা দিলো। অকণমায়ে প্ৰত্যেক গুহাৰ ভিতৰত থকা মূৰ্ত্তিৰ আগত নিজ হাতে চাকি দি আহিল। গুহাবোৰ চাপৰ কাৰণে প্ৰায় প্ৰত্যেক-টোতে হালি আঠু কাঢ়ি সোমাব লাগে।

ইয়াৰ আগ দিনা ৩০ নবেম্বৰ তাৰিখে I.T.Aৰ চেক্ৰেটাৰী Mr. Herdmonএ Sir frederick Bournৰ সম্বৰ্দ্ধনাৰ্থে এটা সান্ধ্য পাৰ্টি দিছিল। Sir frederick কিছুদিনৰ কাৰণে বেঙ্গলত অস্থায়ী গৱৰ্ণৰ আছিল। তেওঁ মাৰ্ৰ্বেৰিটা A.R.T. কোম্পানিৰ এজন ডিৰেক্টৰ আৰু কোম্পানিৰ কাম উপলক্ষে ছিলঙলৈ আহিছিল। পাৰ্টিত নিমন্ত্ৰণ পাই আমি দুয়ো গৈছিলো। যদিও আমি এজনেও মদ ব। চিগাৰেট নাখাওঁ তথাপিও সামাজিকতা ৰক্ষা কৰা হিচাপে এনেকুৱা নিমন্ত্ৰণবোৰ ৰক্ষা কৰিছিলো আৰু মদৰ পৰিবৰ্ত্তে সুমথিৰাৰ ৰস Orange sqnash আদি খাইছিলো। তাৰ আগদিনা চিদলিয়ু বৃষ্টিয়ে আমাক আৰু দুজন মান মানুহক মধ্যাহ্ন ভোজনলৈ নিমন্ত্ৰণ কৰিছিল আৰু সেই নিমন্ত্ৰণো ৰক্ষা কৰি আহিছিলো। এই কেইদিনত এদিনো

তেওঁ পা বেয়া লগাৰ কথা কোৱা নাছিল। ভেতিয়া সপোনবো ভাবা নাছিলো যে আৰু ৭।৮ দিনৰ পাছতে তেওঁ তেওঁৰ পাৰ্থিৰ দেহা এৰি গুচি যাব।

৪ ডিচেম্বৰ বৃহস্পতিবাৰে ৺মাইৰ বছৰেকীয়া শ্ৰাদ্ধ। বুধবাৰে তেওঁ নিজহাতে হৱিষ বান্ধিছে আৰু গধূলি একেলগে বহি খাইছোঁ। উলাবৰী গাওঁৰ শ্ৰীকালি ৰাম কলিতাই govt pressত কাম কাম কৰে। সি সকতে আমাৰ ঘৰত কাম কৰি ভাগৰ হোৱা। সি আমি ধৰা ঘৰটোত এটা ভালকৈ নাম ধৰিব বুলি বহু-দিনৰ পৰা কৈ আছিল। অকণমায়ে মাইৰ শ্ৰাদ্ধৰ দিনাই সেই নাম ধৰাৰ যোগাৰ কৰে। কালিৰামে কোৱা মতে নাম ধৰা ভকতসকলক চাহ-জলপান আৰু পায় খুৱাৰ ব্যৱস্থা কৰে। আমাৰ লিকালৰে প্ৰেছত কাম কৰা ৰবিচন্দ্ৰ শৰ্মাক পুৰোহিত কৰি শ্ৰাদ্ধ কৰোঁ। সিদিনা দিনটো বৰ ঠাণ্ডা আছিল। কিন্তু অকণ-মায়ে ৰাতিপুৱাই উঠি শ্ৰাদ্ধৰ প্ৰসাদ ধুই উপকৰনাদি কাটি-কুটি ধুই-পখালি শ্ৰাদ্ধৰ সকলো যোগাৰ কৰে। প্ৰায় ১১-০০ মান বজাত শ্ৰাদ্ধ শেষ হয় আৰু পুৰোহিতক খুৱাই উঠি আমি একেলগে বহি অলপ জলপাণ খাওঁ। কণমাই (হৈমৱতী) তেওঁৰ কেইটিমান ল'ৰা-ছোৱালী লৈ আহি শ্ৰাদ্ধত সেৱা কৰে।

আমি খাই-বই উঠাৰ পাছত ১২টা মানৰ পৰা ১২টা মানলৈ অকণমাইক দেখা পোৱা নাছিলো। কণমাই সিদিনা মোৰ জগত বৰ বেচিকৈ কথা পাতি আছে। তেওঁৰ মজগৰ অলপ দোষ আছিল আৰু মাজে মাজে বেচি হ'লে অনৰ্গল কথা কৈ থাকে আৰু উত্তেজিত হয় আৰু কিছুদিন লাগ বান্ধ মোহোৱা কথা কৈ থাকে। ১২টা মান বাজাত হঠাৎ অকণমাই আহি ক'লে তেওঁৰ পেটত অসহ্য বেদনা হৈছে। আৰু গাটো অস্থিৰ লাগিছে। মই প্ৰথমে ভাবিছিলো বোধকৰো ৰাতিপুৱাৰ পৰা ঠাণ্ডা জলাই প্ৰায় বহু বান্ধা-পাৰা কৰোতে নাক্ষী লবিছে বা এনে-

কুৰা কিবা হৈছে। তেওঁক কাপোৰ লৈ গুৰু কৰোঁ আৰু Melian lian powder খাব কলো। তেওঁ ক'লে তেওঁক কেতিয়াবাৰ পৰাই বেদনা আৰম্ভ হৈছে আৰু fruit salt, Mean powder আদি কেইবা বাৰো খায়ো একো কম হোৱা নাই। বেদনাৰ ধৰণটো প্ৰসব বেদনাৰ দৰে বুলি কৈ জৰায়ুৰ কিবা অসুখ বুলি ভাবি ড' মিচ নিৰ্মলা চলিহাক মাতিবলৈ ক'লে। ড° চলিহা, যাদৱ চলিহাৰ ভনীয়েক আৰু চলিহা অকণ মাইৰ ভিনিহীয়েক। কনমায়ে তেওঁৰ পেটটো অলপ পিহি দিব খবিলে আৰু মই ড° চলিহাক মাতিবলৈ ওলাই গলো। কিন্তু দুৰ্ভাগ্য বশতঃ তেওঁক হাস্পাতালত (গণেশ দাস হাস্পাতালত) বা ঘৰত ক'তো নাপালো আৰু কলৈ গৈছে কোনেও ক'ব নোৱাৰিলে। মই ঘৰলৈ ঘূৰি আহিলো। বাটে বাটে ভাবি আহিছো কিজানি ইমান পৰে তেওঁৰ পেটৰ বিষ মাৰীন কীয়া হৈ গৈছে। কিন্তু ঘৰত আহি দেখো বিষ একে ৰকমে আছে আৰু তেওঁ বিষত ছটফট কৰিব ধৰিছে। মই চিভিল চাৰ্জন ড° জীৱ শইকীয়াক ফোন কৰিলোঁ। আৰু তেখেত আহিলে। ৩ বজাত আহিল। তেখেতে প্ৰথমে severe type of colic pain বুলি সন্দেহ কৰি এটা টেবলেট খাব দিলে। অলপ পাছত ভূখাবো বমি হ'ল। বেদনা সমানে থাকিল। ডঃ শইকীয়াই তেতিয়া এটা injection দিলে আৰু কলে যদি বেদনা নকমে তেনেহলে Welsh Mission Hospital লৈ নিব লাগিব। তেখেতক মিছন হাচপাতালৰ এখন চিঠি লিখি দৈ গ'ল। তেখেতে তেতিয়াই নগৈ আৰু আধাঘণ্টা বা একঘণ্টা দিয়াৰ খিনি সময় চাব লাগে চাব নিজেই হাচপাতাললৈ নিব লগা কথাটো মিমাংসা কৰি গলে বোধকৰো সকলো কথাই বেলেগ ধৰণৰ হ'লহেতেন। কিন্তু কৰাকাৰ শক্তি কোনেও বাধা দিব নোৱাৰে। তেখেত গুচি গ'ল। কিছু পাছত বেমাৰটো জলপৈৰ লৈকাৰ্ম

পৰা ওপৰটো বুকুৰ কালে বাওঁকালে অহা বুলি কলে। আগতকৈ ছটফট্ কৰা ভাবটো অলপ কমা যেন দেখা গ'ল। হাচপাতাললৈ নি কট কৰে অপাৰেচন কৰাৰ কথা ভাৰিবলৈ সাহ নহল। ইয়াৰ আগতে টিকানদাদাৰ (প্ৰেতুল বৰুৱা) বোৱাৰীয়েক ষোৰহাটত মিছন হাচপাতাললৈ নি Preliminary precution একো নোলোৱাকৈ পেটৰ অপাৰেছন কৰাৰ ফলত তেওঁৰ দেহা নষ্ট হয়। অপাৰেছন কৰা ডাঃ Hezdlseath এজন নামজাদা চাৰ্জন আছিল। কিন্তু বোৱাৰীৰ স্বাস্থ্য অপাৰেছনৰ কাৰণে fit নাথাকা সত্বেও hastily অপাৰেছন কৰা বুলি অমোৰ বিশ্বাস। সেই ভয়টো মনত জাগি উঠিল; আৰু পৰ্য্যমানে অপাৰেছন নকৰাকৈ ৰাখিবৰ ইচ্ছা কৰিলো। আৰু প্ৰত্যেক মুহূৰ্ত্তত তেওঁৰ বেদনাৰ উপশম হ'ব আৰু শ্ৰাদ্ধলৈ নিমন্ত্ৰণ কৰা লোক সকলক সোধপোছ কৰিব পাৰিব বুলি ভাবি আছো। নিমন্ত্ৰিত লোকসকল আহিব আৰু মই তেওঁক কৈ হাচপাতাললৈ গুচি যাম এইটো ভাবিব পৰা নাই।

গধূলি ৬-৩০ মান বজাত বেদনা আকৌ খুব বেছি হ'ল আৰু অকণমাই অস্থিৰ হৈ পৰিল। আকৌ ডাঃ চলিহাক ফোন কৰি এইবাৰ তেওঁক পালো। তেখেতক মই বেগাবেগিকৈ গৈ লৈ আহিলো। ডাঃ শইকীয়াকো আকৌ ফোন কৰিলো আৰু তেখেতো ৭-৩০ বজাত মিচেচ শইকীয়াৰ সৈতে আহিল। ডাঃ চলিহাই internal examination কৰি তলপেটত এটা ডাঙৰ টিপা পালে। তেতিয়াহে প্ৰশ্ন কৰি পালো যে সিদিনা তেওঁৰ ৰাতিপুৱাৰ পৰা শৌচ হোৱা নাই, ইয়াৰ আগেয়ে শৌচৰ কথা আমাৰ কাৰো মনত পৰোৱা নাছিল। কেৱল পেচাপৰ কথা সুধিছিলো আৰু পেচাপ হৈ আছিল। শৌচ নোহোৱাৰ কাৰণে tonche দিব খুজিলে আৰু মই ঘৰতে 'ডুচ' দিয়াৰ বন্দবস্ত কৰিব খুজিলো। কিন্তু ডাঃ শইকীয়া আৰু ডাঃ চলিহাই ঘৰতকৈ হাচপাতালত সুবিধা হ'ব বুলি হাচপাতালটো নিবলৈ কলে। ভাৱিছিলো কলি

কিবা আৰু অপাৰেছনৰ দৰকাৰ হয় তেনেহলে "গনেশ কাশ হাচপাতালখনলৈকে" welsh মিছন হাচপাতালত ডাঃ Hughes ৰ হতুৱাই কৰা ভাল হব। ভুনভুনৰ ( আমাৰ সৰু ল'ৰা ৰবীন্দ্ৰ ) জন্মৰ পাছত ডাঃ হিউজে তেওঁৰ বন্ধ্যাকৰণ অপাৰেছন কৰিছে, মই মনৰ কথা খিনি কলো। ডাঃ চলিহাই একো ভয় নাই বুলি কলে আৰু কলে যে যদি কিবা অপাৰেছনো কৰিব লাগে তেনেহলে সিটো Uterns সম্পৰ্কে সাধাৰণ abdominal অপাৰেছন যাৰ ভিমিত্তে একো ভয় কৰাৰ কাৰণ নাই। অকলমায়েও হাচপাতাললৈ যাবলৈ বৰ ভয় কৰিছিল আৰু কৈছিল "নাৰ্চবোৰক মাত্তি মাত্তি চিঞৰি মৰিলেও নাহিব আৰু হাচপাতাললৈ গলে মই মৰিম" ডাঃ চলিহাই কলে তেখেতে নিজে লগত থাকিব আৰু একো ভয়ৰ কাৰণ নাই। ডাঃ চলিহাই তেতিয়া গনেশ দাসৰ চুপাৰিণ্টেণ্ডেণ্ট ডাঃ This Mukdam লৈ ফোন কৰি এটা Seat ready কৰি ৰাখিবলৈ কলে আৰু আমি ৮ বজাত অকল মাইক গাড়ীত তুলি ললো। তেওঁৰ গা একেবাৰে অস্থিৰ। লগত যাদৱ চলিহাৰ ছোৱালী আইজনী আৰু বাপু ( হেমেন ) হুৱাৰাৰ পৰিবাৰ এৰি ৰহিল। বাবু হুৱৰা মোৰ লগত ৰহিল। তেতিয়া ভাবা নাছিলো যে অকলমাই শেষ বাৰলৈ ঘৰ এৰি গাড়ীত উঠিল আৰু পাছত তেওঁৰ জীৱহীন দেহটোহে কিৰাই আনিব লাগিল। কিবা এটা আতঙ্কত মনটো আকুল হৈ থাকিল।

সেই সময়ত ডিচেম্বৰৰ হিলঙৰ ঠাণ্ডা। যদিও এখন লেপ দি অকল মাইক ঢাকি ঢুকি আনিছিলো, তথাপি হাচপাতাললৈ আনোতে বৰ ঠাণ্ডা পালে। কোঠালী টিক কৈ ৰাখা বুলি অকল মাইক নমাই এখন Wheel chair ত বহুৱাই ঠেলি নিয়া নাৰ্চ জনীয়ে ইফালে সিফালে খুন্দিয়াই লৈ গ'ল। তেওঁ দুখ পালে। পিছত গৈ কোঠাত যেতিয়া সোমালো তেতিয়া দৌৰা-দৌবিকৈ বিছনা কৰিলে। কিন্তু চিমনিত জুই নথকাত কোঠাটো সাংঘাতিক ঠাণ্ডা হৈ আছে। কিছু সময়ৰ পাছত চিমনি জ্বলালে আৰু খাটখন বদলাই এখন adjustable খাটত বিছনা কৰি দিলে। অকলমাই ঠাণ্ডাত বোধকৰো নীলা পৰিছিল। ইতিমধ্যে হাতৰ অঙ্গুলীবোৰ আৰু নীলা হয়। নাড়ী অতি ক্ষীণ আৰু

বেয়া ভাক্তৰে লৰালৰিকৈ গ্লুকোজ ইমটাবতেনাচ ( dripping ) ৮'৫৫ ৰ পৰা ১টা বজালৈ দিলে। ইতিমধ্যে ১০টা বজাত এটা পেনিচিলিন ইনজেকচন দিলে। ১০-১৫ ত এটা মৰফিয়া দিলে। ইমান বিষ থকা স্বত্তেও মৰফিয়া দিলে diagnosis ৰ অসুবিধা হব বুলি মৰফিয়া দিয়া নাছিল। এতিয়া মৰফিয়া দিয়াত অকলমাই অলপ শান্ত হ'ল। glocose দিওতেও বিষৰ অলপ উপশম পাইছিল। শৌচ হবৰ কাৰণে এনিমা দিলে: কিন্তু একো ফল ন'হল। সিদিনা ৰাতিৰ ভিতৰতে তিনিবাৰ এনিমা দিয়াতো অলপো শৌচ নহল। ৰাতিৰ ভিতৰতে আৰু কেইবাটাও ইনজেকচন দিলে।

১০-৫০ ত অলপ টোপনিৰ ভাব হোৱা যেন দেখি আমি ঘৰলৈ আহিলো। আইজনী পেহীয়েক ডাঃ চলিহাৰ ঘৰতে থাকিল। ঘৰলৈ আহি দেখিলো শ্ৰাদ্ধৰ কাৰণ নাম ধৰিব মাণ্ডা ভকতসকলে নাম প্ৰসঙ্গ শেষ কৰিছে। কিন্তু প্ৰসাদ বিতৰণ কৰাৰ আগতে আমি গৈ পাই সেৱা কৰিলো। ভকতসকলে আশীৰ্ব্বাদ কৰিলে অকলমাই যেন বিনা অপাৰেছনে আৰোগ্য লাভ কৰে। যাজৰ চলিহা ঘৰত ল'ৰা-ছোৱালী কেইটাৰ লগত আছিল। আমাৰ হৈ তেখেতে আগতে নামত সেৱা কৰিলে। ৰাতি তেখেতক ঘৰত থৈ ১১-৪০ ত মই আকৌ হাচপাতাললৈ আহিলো। অকল মাই অলপ টলকা মাৰি আছে। মই ঘৰলৈ ফিৰি আহিলো ঈশ্বৰক প্ৰাৰ্থনা কৰিলো তেওঁক যেন সোনকালে আৰোগ্য কৰে। কিন্তু প্ৰাৰ্থনা বোধকৰো নামানিলে। ফিৰি আহোঁতে বাটত বাৰে বাৰে কেৱল কীৰ্ত্তন ঘোষাৰ "প্ৰাণ হৰি গৈলা এৰি" গীতটোহে মনলৈ আহে। মনত আশঙ্কাৰ ভাব জাগিৰ ধৰিলে। ভাল ভাব মনলৈ আহিবলৈ বাৰে বাৰে চেষ্টা কৰিলো। কিন্তু নোৱাৰিলো। শেষত নিজকে প্ৰবোধ দিলে যে এনেকুৱা দুশ্চিন্তা বা বেয়া ভাব নিজৰ মনৰ দুশ্চিন্তাহে। একো বেয়া হ'ব নোৱাৰে।

১২-৩০ টাত ঘৰ পাই ১ বজাত শুলো। ৰাতিপুৱালৈ অকলমাই সম্পূৰ্ণ ভাল হ'ব আৰু ঘৰলৈ লৈ আহিব পাৰিম বুলি ভাবি ভাবি টোপনি গলো। কিন্তু ভগৱানৰ ইচ্ছা বেলেগ। ৰাতিপুৱা প্ৰায় ৬-৩০ টা, ডাঃ চলিহাৰ পৰা কোন পালো যে অকলমাইৰ অৱস্থা ভাল নহয় আৰু অপাৰেছন কৰিব লাগিবই। চুপাৰিণ্টেণ্ডেণ্ট ডাঃ মিত্ৰ মোকাম

দমে ডাঃ জীৱ শইকীয়ালৈ ফোন কৰি জনাইছে যে ডাঃ Hughes বা তেওঁৰ সহকাৰী ডাঃ Tunnel ক লগত লৈ আহি অপাৰেছন কৰক আৰু তেওঁহঁতে asisst কৰিব।

ডাঃ হিউজ অসুস্থ অৱস্থাৰ পৰা সম্পূৰ্ণ সুস্থ হৈ উঠাৰ কাৰণে ডঃ শইকীয়াই তেওঁৰ লগত কোনও আলোচনা কৰিব নোৱাৰিলে। নাৰ্ছে তেওঁক সংযোগ কৰি নিদিয়ে। তেওঁৰ সহকাৰী ডক্টৰ Tunnel ক নকৈ মই গুৱাহাটীলৈ ফোন কৰি ডক্টৰ জ্যোতিষ দাসক অনাৰ কাৰণে চেষ্টা কৰিলো। কাৰণ তেওঁ অকণমাইৰ সম্পৰ্কত মহাদেউ হয়। মই তেতিয়া ডক্টৰ ভুৱনেশ্বৰ বৰুৱাক খবৰ দিয়াৰ কথা ভাবিছিলো। কিন্তু যিহেতু এইটো এটা অপাৰেছন কেচ কাৰণে ডঃ বৰুৱাক খবৰ দিয়া নহল। পিছত অৱশ্যে ডক্টৰ বৰুৱাই মোক বৰ খং কৰিলে। কাৰণ অপাৰেছন কেচ হয়নে নহয় সেইটো কোনে সিদ্ধান্ত লব; আৰু ময়ো তেতিয়া দেখিলো মোৰ বৰ ভুল হ'ল।

শনিবাৰে ৰাতিপুৱা অপাৰেছন আৰম্ভ কৰিলে। মই আৰু সহ-ধৰ্মিণীৰ দাদা হুৱাৰাই ব্লাড দিবৰ কাৰণে সাজু হৈ আছিলো। আমাৰ আমাৰ তেজ ডাক্টৰে ললে আৰু তেজৰ বটল লৈ আম আহিলো। অপাৰেছন হৈ গ'ল। ডঃ জ্যোতিষ দাসে colon ৰ এটা অংশ ফুলি থকা বুলি কাটি পেলালে। ডঃ বত্ৰিশ গগৈ আৰু মই সেই টুকুৰাটো চাই আহিলো। ডঃ জ্যোতিষ দাসৰ মতে অপাৰেচন খুব ভালেৰে হৈ গ'ল আৰু তেওঁ পিচদিনা ৰাতিপুৱা গুৱাহাটীলৈ গ'ল। সোমবাৰে আহিব বুলি কৈ গ'ল। কিন্তু ৰবিবাৰৰ দিনা গধূলি অৱস্থা বেয়াৰ কালে চাল ললে। মই ৰাতি ডঃ দাসক মাতিবলৈ ডঃ শইকীয়া আৰু ডঃ ম'কদেৱক অনুৰোধ কৰো। তেওঁলোকে এতিয়া দৰকাৰ নাই, পিচদিনা ৰাতিপুৱা আহিলেও হ'ব বুলি কলে। কিন্তু পিছদিনা ৰাতিপুৱা ডঃ দাস আহি পোৱাৰ আগতে অকণমাই গ'ল। ৰাতিপুৱা সূৰ্য্য উদয় হোৱাৰ লগে লগে তেওঁৰ জীৱন নিৰ্বাপিত হ'ল।

ৰাজ্যপাল শ্ৰীজয়ৰাম দাস, মুখ্য মন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ৰাজহ মন্ত্ৰী হৰেশ্বৰ দাস আদি কৰি কেইবাগৰাকী মন্ত্ৰী আৰু মোৰ কৰ্মী বন্ধু মুখ্য সচিব শ্ৰীশিশিৰ দত্ত আদি ভালেমান অফিচাৰ আহি ঘৰ ভৰি পৰিল। অসম ট্ৰিবুনৰ শ্ৰীনৰেশ ৰাজখোৱা আহি কেইবাখনো ফটো ললে। তাৰপিছত মোৰ বন্ধুসকলে তেওঁৰ নশ্বৰ দেহ শ্মশানলৈ লৈ গৈ অন্তেষ্টিক্ৰিয়া সম্পাদন কৰিলে। সকলো শেষ হ'ল।

# বিদেশী বহিৰাগত বহিষ্কাৰ আৰু ১৯৭৯ চনৰ পৰা ১৯৮৫ চনলৈ ছয়বছৰীয়া আন্দোলনত মোৰ ভূমিকা

**বহিৰাগতৰ চমু ইতিবৃত্ত ঃ**

অসমৰ বহিৰাগত সমস্যাটো আজিৰ নহয়। বৰ্তমান শতাব্দীৰ আৰম্ভণিৰে পৰা এই সমস্যাটো গুৰুত্বপূৰ্ণ হৈ আহিছে। শতাব্দীৰ আৰম্ভণিৰে পৰা পূৰ্ববংগৰ (পিচত পূব-পাকিস্থান আৰু এতিয়া বাংলা দেশ) মৈমনসিং আদি জনবহুল জিলাবোৰৰ পৰা এই খেতিৰ মাটি বিচাৰি মুছলমান খেতিয়কসকল অসমলৈ আহিব ধৰে। ১৯২০ চন মানৰ পৰা এই জনস্ৰোত প্ৰবল হৈ উঠে। ছাৰ ছাদুল্লা মন্ত্ৰী সভাৰ দিনত অধিক শস্য উৎপাদনৰ নামত পূৰ্ববংগৰ পৰা মুছলমান মানুহ অহাত উৎসাহ দিয়ে। কাৰণ মুছলমানসকল বৰ ভাল খেতিয়ক আছিল। বহিৰাগতসকলে প্ৰথমতে চৰ অঞ্চলত আৰু ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গৰাবাদ মাটিবোৰত খেতি কৰিবলৈ ধৰে।

এই পমুৱা মুছলমানসকল ক্ৰমাত চৰ আৰু নদীৰ পাৰৰ মাটিৰ উপৰিও ভিতৰৰ ফালে আহি চৰণীয়া বিজাৰ্ভত সোমাব ধৰে। আৰু লাহে লাহে অসমীয়া গাওঁবোৰতো সোমাব ধৰে। জনজাতীয় অসমীয়া লোকসকল সাধাৰণতে লোকালয়ৰ পৰা আঁতৰি থাকিবলৈ ভাল পায়। পমুৱা মুছলমানসকল এই গাওঁবোৰত সোমায়েই নানা ৰকম অত্যাচাৰ আৰম্ভ কৰাত মানুহবোৰ গাওঁ এৰি আঁতৰবলৈ যাব ধৰে আৰু অসমীয়া মানুহবোৰে ইয়াৰ প্ৰতিবাদ কৰিবলৈ ধৰে। স্থানীয় লোকৰ সংৰক্ষণৰ বাবে চৰকাৰে যেতিয়া 'লাইন' প্ৰথা উদ্ভাৱন কৰে।

১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছে অসম বিধান সভাত ১০৮ খন আসনৰ ভিতৰত ৩৩ খন আসন দখল কৰি সৰ্ববৃহত্ দল হয় যদিও, ৰাজ্যপালে মুছলমানসকলৰ নেতা ছাৰ ছাদুল্লাকহে মন্ত্ৰী সভা গঠন কৰিবলৈ আমন্ত্ৰণ জনায়। ছাদুল্লা চৰকাৰে 'লাইন' প্ৰথা সম্পৰ্কে তদন্ত কৰিবৰ কাৰণে এখন কমিটি গঠন কৰে। কমিটিৰ ভিতৰত মতভেদ আছিল যদিও সংখ্যাগৰিষ্ঠ সদস্যই 'লাইন' প্ৰথাক সমৰ্থন কৰি ৰিপ'ৰ্ট দিয়ে। আৰু লাইন ভাঙি বহাসকলক আৰু খেতি কৰা সকলক উচ্ছেদ কৰাৰ পৰামৰ্শ দিয়ে। ইতিমধ্যে ছাদুল্লা মন্ত্ৰী সভাৰ বিৰুদ্ধে কৰ্তন প্ৰস্তাৱ আৰু সাধাৰণ প্ৰস্তাৱৰ যোগেদি অনা প্ৰস্তাৱত এঘাৰবাৰ পৰাজয় বৰণ কৰে। ইয়াৰ পিচত অনাস্থা প্ৰস্তাৱ অনাত প্ৰস্তাৱৰ সন্মুখীন নহৈ তেওঁৰ মন্ত্ৰীসভাই পদত্যাগ কৰে। ১৩।৯।৩৮ ইং তাৰিখে গোপীনাথ বৰদলৈয়ে সংযুক্ত (কোৱালিচন) মন্ত্ৰীসভা গঠন কৰে। আৰু ১৯৩৮ চনলৈ অহা বহিৰাগতসকলক 'লাইন' আৰু 'উপনিবেশ' আঁচনি মতে সংস্থাপন কৰাৰ ব্যৱস্থা কৰে। ১৯৩৮ চনৰ পিচত মানুহ অহা বন্ধ কৰাৰ চেষ্টা কৰে। কিন্তু ইয়াৰ পিচত দ্বিতীয় মহাসমৰত বৃটিছে যোগ দি ভাৰতকো যুদ্ধত সংশ্লিষ্ট কৰাত কংগ্ৰেছ কোৱালিচন চৰকাৰে প্ৰতিবাদ কৰি ১৭।১১।৩৯ ইং তাৰিখে পদত্যাগ কৰে। তেতিয়া ছাদুল্লা চৰকাৰ পুনৰ প্ৰতিষ্ঠিত হৈ বৰদলৈ চৰকাৰৰ ভূমিনীতি পৰিহাৰ কৰি 'ডেভেলপমেণ্ট' আঁচনি প্ৰস্তুত কৰে। আৰু তাৰ জৰিয়তে বহিৰাগতক অবাধে অহাৰ সুবিধা দিয়াৰ ব্যৱস্থা কৰে। ইয়াৰ পিচত তেওঁৰ মন্ত্ৰী সভাৰ মন্ত্ৰী ৰোহিনী কুমাৰ চৌধুৰীয়ে পদত্যাগ কৰাত ছাদুল্লা মন্ত্ৰী সভাৰ পতন হয় আৰু ২৪।১২।৪১ তাৰিখে ৰাজ্যপালে ৯৩ ধাৰা মতে শাসনভাৰ নিজৰ হাতলৈ নিয়ে। যেওঁ ডেভেলপমেণ্ট আঁচনি ত্যাগ কৰি আগৰ 'লাইন' প্ৰথা আৰু 'কলনাইজেচন স্কীম' মতে থকাৰ হাতত লয়।

দেশ স্বাধীন হোৱাৰ সময়ত কাৰ্য্যকৰী হৈ থকা নিয়মসমূহ থুলমূলভাৱে এনেধৰণৰ আছিল—

১। যিবিলাক গাওঁত ২০০ বিঘাতকৈ বেছি গৰাবাদ মাটি আছে তাৰ ৩০ ভাগ স্থানীয় মানুহৰ কাৰণে ৰাখি বাকী মাটি বাহিৰৰ মানুহক পৰিকল্পিতভাৱে পট্টন দিয়া হ'ব।

২। পূৰ্ব্ববংগৰ পৰা ১৯৩৮ চনৰ আগতে অহা মানুহক স্থানীয় মাটিহীনসকলৰ লগত একে শ্ৰেণীত ৰখা হ'ব।

জনজাতীয় লোকসকলৰ সংৰক্ষণৰ বাবে ট্ৰাইবেল বেল্ট আৰু ব্লক গঠন কৰা হ'ব। চৰণীয়া ৰিজাৰ্ভ আৰু আন আন ৰিজাৰ্ভ-বোৰ সংৰক্ষণ কৰা হ'ব।

১৯৪৫ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছে ক্ষমতালৈ অহাৰ পিচত ট্ৰাইবেল বেল্ট আৰু ব্লক গঠনৰ আঁচনি কাৰ্য্যকৰী কৰে আৰু ৬,১০০ বৰ্গ মাইল ভূমি সামৰি ট্ৰাইবেল বেল্‌ট আৰু ব্লক গঠন কৰে আৰু ১৯৪৭ চনত ভূমি আৰু ৰাজহ আইনত ১০ম ছেদ বুলি এটা নতুন ছেদ সংযোজন কৰে।

বৃটিছৰ দিনতে ব্যৱস্থা কৰি যোৱা ওপৰত উল্লেখ কৰা নীতিসমূহ ঠিকমতে কাৰ্যকৰী কৰি গলে আজি বহিৰাগতৰ সমস্যা ইমান জটিল হৈ মুঠিল হৈ। কিন্তু কাৰ্য্য ক্ষেত্ৰত ৰাজনৈতিক উদ্দেশ্যত আৰু ন্যাস্ত স্বাৰ্থৰ লোভত এই নীতিবোৰ ঢিলাই দি বে-আইনী কৰি মানুহক ৰিজাৰ্ভ ভাঙি দি মাটি পট্টন দিব ধৰা হ'ল। কংগ্ৰেছ চৰকাৰে আৰম্ভণিতে সেইবোৰ নীতি অৱশ্যে ঠিকমতে পালন কৰিছিল। ১৯৪৬ চনত মোক বৰপেটাৰ মহকুমাধিপতি হিচাপে চৰকাৰে বদলি কৰে। বৰপেটা মহকুমাত চৰণীয়া ৰিজাৰ্ভৰ মাটি খুব বেছি পৰিমাণৰ আছিল আৰু তাত বহিৰাগত হেঁচাও খুব বেছি হৈছিল। ৰিজাৰ্ভৰ মাটি চহ কৰি খেতি কৰাক আৰম্ভতে ৰিজাৰ্ভত সোমোৱাৰ লগে লগে তেওঁলোকক উচ্ছেদ কৰাৰ ব্যৱস্থা কৰি ৰিজাৰ্ভ গাৰ্ড নিযুক্তি কৰা হৈছিল আৰু এক চেক্‌চন পুলিচ

পুলিচ বৰপেটাৰ ওচৰত বখা হৈছিল। বিজাৰ্ভৰ গাৰ্ডে বে-দখল-কাৰী বিজাৰ্ভত সোমোৱাৰ লগে লগে পুলিচক খবৰ দিছিল আৰু তেওঁলোক আহি বে-দখলকাৰীক উচ্ছেদ কৰিছিল। এইদৰে মই বৰপেটাত থকা এবছৰৰ ভিতৰত সমূদায় বিজাৰ্ভ বে-দখল মুক্ত কৰিবলৈ সক্ষম হৈছিলো।

মই ১৯৪৭ চনৰ আগষ্ট মাহত বৰপেটাৰ পৰা বদলি হৈ লেবাৰ কমিচনাৰ পদত নিযুক্ত হওঁ। মই অহাৰ পিচত চৰকাৰৰ বিজাৰ্ভৰ সম্পৰ্কত ঘোষণা কৰা নীতি ঢিলা হৈ আহিল আৰু তেওঁলোকৰ সোপাঢিলা নীতিত আৰু স্থানীয় কিছুমান বিষয়াৰ দুৰ্নীতিত বিজাৰ্ভ-বোৰ ভাঙি ভাঙি বে-দখলকাৰীসকলক পট্টন দিব ধৰা হ'ল। বৰ্তমান বৰপেটাত চৰণীয়া বিজাৰ্ভ নাই বুলিলেই হয়। মই ৰেভিনিউ সচিব হৈ থকা দিনত মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াৰ নিৰ্দেশ অনুসৰি চৰকাৰৰ ভূমিনীতি সম্পৰ্কে এটা টোকা প্ৰস্তুত কৰো। ইতিমধ্যে দেশ বিভাজন হোৱাত পূব পাকিস্থানৰ পৰা লাখে লাখে শৰণাৰ্থী আহি অসমত সোমাল। অসম চৰকাৰে পাঁচ লাখ শৰণাৰ্থী লবলৈ গাত লৈছিল। আচলতে ১৯৬০ চনলৈ ছয় লাখৰ ওপৰ শৰণাৰ্থী অসমত সংস্থাপিত হ'ল। সংস্থাপিত শৰণাৰ্থীসকলৰ কাৰণে চৰকাৰী মাটি আনকি চৰণীয়া বিজাৰ্ভৰ মাটিয়ো খুলি দি তেওঁ-লোকৰ বহাৰ ব্যৱস্থা কৰিছিল। ১৯৫৮ চনত মই প্ৰস্তুত কৰা ভূমিনীতি অনুসৰি এই শৰণাৰ্থীসকলৰ লগতে স্থানীয় মাটিহীন লোককো সমান সুবিধা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। কিন্তু লাহে লাহে এই নীতিবোৰ কাৰ্য্যকৰী কৰোতে বহু পৰিবৰ্তন ঘটিল। আৰু বহিৰাগতসকলক বিশেষ সুবিধা দি আনকি ট্ৰাইবেল বেল্টৰ ভিতৰতো বহিবলৈ দিয়া হ'ল। ১৯৬৭ চনত চৰকাৰে আগৰ ভূমিনীতি পৰিত্যাগ কৰি মাটিহীনসকলক আৰু পৰা থহনীয়া লোকক স্থানীয় বা বহিৰাগতৰ ভিতৰত কোনো পাৰ্থক্য নাৰাখি মাটি পোৱাত অগ্ৰাধিকাৰ দিয়া হ'ল। সেই কাৰণে বহিৰাগত

সকলে স্থানীয় লোকক্তকৈ মাটি পোৱাত বেছি সুবিধা পালে আৰু নতুনকৈ আহি চৰ অঞ্চলত বহা সকল বাৰিষা নদীয়ে চৰ খহাই নিয়াত গৰাখহনীয়াৰ নামত তেওঁলোকে অগ্ৰাধিকাৰ পালে।

১৯৬০ চনত মই অৱসৰ লোৱাৰ পিচৰ পৰা বহিৰাগত সমস্যা আদি কৰি নানা সমস্যাৰ কথা বাতৰি কাকতৰ যোগেদি মই ৰাইজৰ ওচৰত নিবেদন কৰি আহিছো। বহিৰাগত সমস্যাৰ সম্পৰ্কে মই ইংৰাজীত আৰু অসমীয়াত ভালেমান প্ৰবন্ধ মই লিখা 'অসমৰ সংকট কাল' ৪।৩।৭৯ ইং তাৰিখে এটা প্ৰবন্ধ লিখিছিলো যে সেই সময়ত অসমত তিনি লাখতকৈও বেছি মাটিহীন পৰিয়াল আছে। ইফালে বানপানী আৰু গৰাখহনীয়াত বছৰে বছৰে বহু পৰিয়াল গৃহহীন আৰু ভূমিহীন হ'ব ধৰিছে। বহিৰাগত সকল শৰণাৰ্থী হলেও স্থানীয় মাটিহীনতকৈ অগ্ৰাধিকাৰ পোৱা উচিত নহয়। মুখ্যমন্ত্ৰী চলিহাৰ দিনত চৰকাৰী মাটি বিতৰণৰ ক্ষেত্ৰত স্থানীয় লোকক অগ্ৰাধিকাৰ দিয়া স্থিৰ কৰা হৈছিল।

১৯৫৮ চনত মই যুগুত কৰা টোকা চৰকাৰে গ্ৰহণ কৰি প্ৰস্তাৱ আকাৰে ইয়াক প্ৰকাশ কৰে। এই নীতি অনুসৰি :

১। ফৰেষ্ট ৰিজাৰ্ভ আৰু সংৰক্ষিত চৰণীয়া ৰিজাৰ্ভ বিশেষ পৰিস্থিতিৰ উদ্ভৱ নহলে খুলি দিয়া নহব।

২। যিসকল পট্টাদাৰ বানপানী, গড়াখহনীয়া, ভূমিকম্প বা চৰকাৰে অধিগ্ৰহণ কৰাৰ ফলত ভূমিহীন হৈছে সেই সকলে অগ্ৰাধিকাৰ পাব।

কিন্তু এই নীতিসমূহ স্থানীয় বিষয়াসকলে কাৰ্য্যকৰী নকৰি ট্ৰাইবেল বেল্ট আৰু ব্লকৰ ভিতৰত শৰণাৰ্থী বহুৱাই দিলে। সেই সকলৰ অনেক নীতি বৰ্হিভূত কামত চৰকাৰৰ সমৰ্থন থকা যেন লাগে। কাৰণ ২০।৯।৬৮ ইং তাৰিখৰ চৰকাৰ পৰবৰ্ত্তী ঘোষিত ভূমিনীতিত স্থানীয় আৰু বহিৰাগতৰ ভিতৰত কোনো পাৰ্থক্য ৰখা নাই। শৰণাৰ্থীসকলৰ কাৰণে ৰিজাৰ্ভ ভাঙি খুলি দিলে।

ইয়াত স্থানীয় লোকক মাটি দিয়া নহৈছিল। নতুন আঁচনিমতে স্থানীয় আৰু বহিৰাগতৰ মাটিত কোনো পাৰ্থক্য ৰখা নাছিল। কেৱল যাৰ একেবাৰে মাটি নাই তাক সকলোতকৈ অগ্ৰাধিকাৰ দিয়া হ'ল। অৰ্থাৎ বহিৰাগতৰ যিহেতু কোনো মাটি নাই তেওঁলোকে সকলোতকৈ অগ্ৰাধিকাৰ পালে।

দেশ বিভাজনৰ আগতে সমস্যা কেৱল অৰ্থনৈতিক আছিল। দেশ বিভাজন হোৱাৰ পাছত বাংলাদেশৰ পৰা অহা লোকসকল ভাৰতীয় নাগৰিক নহয়। সেই কাৰণে সমস্যাটো ৰাজনৈতিক হ'ল আৰু বেছি জটিল হৈ উঠিল। তেওঁলোকৰ নামো ভোটাৰ লিষ্টত অন্তৰ্ভুক্ত হ'ল। ইয়াৰ ফলত বিদেশী নাগৰিকৰ ভোটত নিৰ্বাচিত হৈ বিদেশী লোক ভাৰতীয় নাগৰিক নোহোৱাকৈয়ে বিধান সভা আৰু পাৰ্লিয়ামেণ্টৰ সদস্য হোৱাত সুবিধা পালে। ইয়াৰ পাছত মঙ্গলদৈ লোকসভা সমষ্টিৰ এম-পি হীৰালাল পাটোৱাৰীৰ মৃত্যু হোৱাত এই সমষ্টিৰ আসনখন খালী হৈ পৰাত উপ-নিৰ্ব্বাচনৰ কাৰণে ভোটাৰ লিষ্ট তৈয়াৰ কৰিব ধৰিলে। ভোটাৰ লিষ্টত বিদেশী নাগৰিকৰ নাম সোমোৱাৰ কথাটো ইয়াৰ আগতে কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টিগোচৰ কৰা হৈছিল। আৰু ২০।৮।৭৫ তাৰিখে কেন্দ্ৰীয় চৰকাৰে ৰাজ্য চৰকাৰক আৰু ইউনিয়ন টেৰিট'ৰিবিলাকক পুলিচ ইনটেলিজেনচৰ দ্বাৰা তদন্ত কৰোৱাই নিৰ্ব্বাচনী বিষয়াক দৃষ্টিগোচৰ কৰিবলৈ কৈছিল। যাতে নিৰ্ব্বাচনী বিষয়াই সেইবিলাকৰ নাম ভোটাৰ লিষ্টৰ পৰা বাদ দিব পাৰে। অসম চৰকাৰে এই বিষয়ে কোনো কাম হাতত লোৱা নাছিল। কিন্তু ১৯৭৮ চনত মঙ্গলদৈ সমষ্টিৰ আসনখন খালী হোৱাত ইয়াৰ উপ-নিৰ্বাচনৰ কাৰণে পুলিচৰ হতুৱাই তদন্ত কৰালে। পুলিচে অকল এই সমষ্টিতে ৪৭ হাজাৰ বিদেশীৰ নাম পালে। ইয়াৰ ভিতৰত ৩৬ হাজাৰ লোকৰ তদন্ত কৰি ২৬ হাজাৰ লোকক বিদেশী বুলি চিনাক্ত কৰিলে আৰু নিৰ্বাচনী বিষয়াই তেওঁলোকৰ নাম ভোটাৰ লিষ্টৰ

পৰা কটাই দিলে। বাকী ১১ হাজাৰ ৬ শ তদন্ত কৰা নৌহওঁতেই ন্যাস্ত স্বাৰ্থত প্ৰতিপত্তিশীল কেইজনমান লোকে মুখ্য নিৰ্ব্বাচনী আয়ুক্তক লগ ধৰি এনেকৈ হাজাৰ হাজাৰ নাম বাদ দিয়াৰ বিৰুদ্ধে ঘোৰ প্ৰতিবাদ কৰিলে। মুখ্য নিৰ্বাচনী আয়ুক্ত এই প্ৰতিপ্ৰত্তিশীল লোকসকলৰ প্ৰভাৱত পৰি এনেকৈ নাম কৰ্তন কৰা বন্ধ কৰে আৰু যি ২৬ হাজাৰ নাম ইতিমধ্যে বাদ দিয়া হৈছিল তাক পুনৰ ভোটাৰ লিষ্টত অন্তৰ্ভুক্ত কৰে। ইতিমধ্যে মধ্যকালীন সাধাৰণ নিৰ্বাচন ঘোষণা হ'ল। আৰু মঙ্গলদৈ সমষ্টিৰ উপ-নিৰ্বাচন স্থাপিত হ'ল। মুখ্য নিৰ্বাচাচনী আয়ুক্তৰ এই নতুন নিৰ্দেশাৱলীৰ বিৰুদ্ধে অসমত প্ৰবল জনমত গঢ়ি উঠিল আৰু আন্দোলন আৰম্ভ হ'ল। এই আন্দোলনত আগ-ভাগ ললে সদৌ অসম ছাত্ৰ সন্থাই আৰু তেওঁলোকেই আন্দোলনৰ গুৰি ধৰিলে। কাছাৰ আৰু উত্তৰ কাছাৰ জিলাৰ বাহিৰে সমগ্ৰ অসমত ৰাজহুৱা সভা, হৰতাল আদি আৰম্ভ হ'ল। আৰু সাধাৰণ নিৰ্ব্বাচনৰ কাৰণে যাতে কোনো প্ৰাৰ্থীয়ে নমিনেচন পেপাৰ দাখিল কৰিব নোৱাৰে তাৰ কাৰণে খুব জোৰে পিকেটিং চলিল। কেন্দ্ৰীয় চৰকাৰ আৰু মুখ্য নিৰ্ব্বাচনী আয়ুক্তই কিন্তু সেইবোৰ আন্দোলনত অলপো কাণষাৰ নকৰিলে। তেওঁলোকে ইয়াত জোৰ জবৰদস্তি কৰি হলেও নিৰ্বাচন পাতিহে এৰিব।

ইতিমধে ২৫।১০।৭৯ তাৰিখে অসম সাহিত্য সভাই কাৰ্য্য-নিৰ্বাহকৰ এখন বিশেষ অধিবেশন গুৱাহাটীত বহুৱায় আৰু তাত যোগ দিবৰ কাৰণে মোক আমন্ত্ৰণ জনায়। সেই মিটিঙত নিৰ্ব্বাচন আৰু ভোটাৰ লিষ্টৰ বিষয়ে বিশদ আলোচনা হয়। আৰু সাহিত্য সভাৰ পৰা ৰাষ্ট্ৰপতিক এখন স্মাৰক-পত্ৰ দিবৰ স্থিৰ কৰা হয়। স্মাৰক-পত্ৰখন যুগুত কৰাৰ কাৰণে খ্যাতনামা সাংবাদিক স্বৰ্গীয় হৰেন্দ্ৰ নাথ বৰুৱা আৰু মোক ভাৰ দিয়ে। মই স্বৰ্গীয় বৰুৱাৰ লগত আলোচনা কৰি স্মাৰক-পত্ৰখন প্ৰস্তুত কৰো আৰু সভাপতি শ্ৰীঅতুল বৰুৱাৰ হাতত ২৯।১০।৭৯ তাৰিখে দাখিল কৰো।

সাহিত্য সভাৰ পৰা সভাপতি শ্ৰীঅতুল বৰুৱাৰ লগত নব-নিৰ্ব্বাচিত সভাপতি শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী, প্ৰধান সম্পাদক শ্ৰীলীলাধৰ গগৈ আৰু প্ৰাক্তন শাখা সভাৰ সভাপতি হিচাপে মোক দিল্লীত গৈ স্মাৰক-পত্ৰ দিবৰ কাৰণে নিৰ্ব্বাচিত কৰে। আমি দিল্লীত এম-পি শ্ৰীমতী ৰেণুকা দেবী বৰকটকীৰ সহায়ত ৰাষ্ট্ৰপতিক স্মাৰক-পত্ৰ দি ৬।১১।৭৯ ইং তাৰিখে অসমলৈ ঘূৰি আহোঁ। সেইদিনা সদৌ অসম ছাত্ৰ সন্থাই গুৱাহাটীত এটা গণ-সমাৰোহ আহ্বান কৰিছিল। এই সমাৰোহত ইমান মানুহ জজফিল্ডত গোট খাইছিল যে আমি বৰঝাৰৰ পৰা আহোতে বহুত ঘূৰি ঘূৰিহে আহিব লগা হৈছিল। পুলিচে জজফিল্ডৰ চাৰিওকাষৰ ৰাস্তাবোৰ যান-বাহনৰ কাৰণে বন্ধ কৰি দিছিল। এই গণ-সমাবেশৰ পৰা এইটো স্পষ্ট হৈ পৰিছিল যে বহিৰাগত বহিস্কাৰ কৰা আন্দোলনত সমগ্ৰ অসমৰ সমৰ্থন আৰু সহযোগ আছিল। অসমীয়া ৰাইজক আনুষ্ঠানিক ভাৱে সংশ্লিষ্ট কৰাৰ কাৰণে সদৌ অসম ছাত্ৰ সন্থাই সদৌ অসম গণ সংগ্ৰাম পৰিষদে এটা অনুষ্ঠানো গঠন কৰিলে। অসম সাহিত্য সভা, অসম যুৱক সমাজ, অসম জাতীয়তাবাদী দল, অসম যুৱ ছাত্ৰ পৰিষদ, পূৰ্বাঞ্চলীয় লোক পৰিষদ, অসম জনজাতীয় সন্থা আদি কৰি সাতোটা সন্থা লৈ এই গণ-সংগ্ৰাম পৰিষদ গঠন কৰা হ'ল। ইয়াৰ লগতে সদৌ অসম ছাত্ৰ সন্থাও থাকিল। ইফালে চৰকাৰে যেনেকৈ নহওঁক নিৰ্বাচন পাতিবই আৰু সেই কাৰণে পুলিচৰ হতুৱাই নিৰ্বাচন বিৰোধিতা কৰা সকলৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিলে। ইফালে স্বাৰ্থন্বেষী লোক কিছুমান আৰু সমাজ বিৰোধী লোক কিছুমানে নানানভাৱে অশান্তি সৃষ্টি কৰিবলৈ আৰম্ভ কৰে। কিন্তু সংগ্ৰাম পৰিষদ বা ছাত্ৰ সন্থাই এইবোৰ উচতনিত কোনো কাৰণত উত্তেজিত নহৈ আন্দোলন অহিংসভাৱে চলাই গ'ল। পিকেটিং ইমানভাৱে চলিল আৰু ৰাইজ তথা অসমৰ ছাপাখানাবোৰৰ সম্পূৰ্ণ অসহযোগত চৰকাৰে ভোটাৰ লিষ্ট ছপা কৰিবলৈ অক্ষম হ'ল। মুখ্য

নিৰ্বাচনী আয়ুক্তই দিয়া নিৰ্দেশ মতে ব্যক্তিগত আপত্তি কৰিলেহে তেওঁৰ শুনানী কৰি ভোটাৰ লিষ্টৰ পৰা নাম কৰ্তন কৰিব পাৰি। আমি কৈছিলো যে আগৰ যিবোৰ চলিত নিয়ম আছিল সেই-মতে চৰকাৰে নিজৰ পৰাই বিদেশীবিলাকৰ নাম কাটি দিয়ক আৰু নাম কটা যোৱাসকলে তেওঁলোক যে বিদেশী নহয় তাক আদালতত প্ৰমাণ কৰি নাম পুনৰ ভৰ্ত্তি কৰক। কিন্তু সেই কথা মুখ্য নিৰ্বাচনী আয়ুক্তই মানি নললে। ব্যক্তিগতভাৱে আপত্তি দৰ্শোৱাত তিনিলাখ বাসত্তি (৩,৭২,০০০) হাজাৰ আপত্তি দাখিল কৰা হ'ল। তাৰ ভিতৰত নিৰ্ব্বাচনী বিষয়াই মাত্ৰ ১,৬৬,০০০ টা নিস্পত্তি কৰিব পাৰিছিল। আৰু এই ১৬৬,০০০ হাজাৰৰ ভিতৰত শতকৰা ৬৫ জনক বিদেশী বুলি চিনাক্ত কৰা হৈছিল। বাকী ১,৯৬,০০০ হাজাৰ আপত্তি নিৰ্ব্বাচনৰ পিচত চৰকাৰে শুনিব বুলি মুখ্য নিৰ্বাচনী আয়ুক্তই নিৰ্দেশ দিলে। অৰ্থাৎ এই ওপৰত দিয়া সংখ্যাৰ দ্বাৰা ই স্পষ্ট হৈ পৰে যে এক লাখতকৈয়ো অধিক বিদেশী নাগৰিকক বে-আইনীভাৱে ভোট দিবলৈ অনুমতী দিয়া হ'ল। তেতিয়া নিৰ্বাচন বন্ধ কৰাৰ কাৰণে একমাত্ৰ উপায় থাকিল নমিনেচন পেপাৰ দাখিল কৰাত বাধা দিয়া। বৰপেটা সমষ্টিৰ কাৰণে স্বৰ্গীয় ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদৰ পৰিবাৰ শ্ৰীমতী আবিদা আহমদ বেগমে নমিনেচন দিবলৈ যায়। তেওঁ যোৱা গাড়ী বাধা দিবৰ কাৰণে গুৱাহাটীৰ পৰা বৰপেটালৈ ছাত্ৰ সন্থা আৰু গণ সংগ্ৰাম পৰিষদ লগ হৈ বাট বন্ধ কৰি পিকেটিং কৰে। কিন্তু পুলিচে শ্ৰীমতী আবিদা বেগমক ৰাতি নিৰাপত্তা দি লৈ যায় আৰু বাটত পিকেটিং কৰা লোকসকলক অমানুষিকভাৱে মাৰ-ধৰ কৰে আৰু ভবানীপুৰৰ ওচৰত খৰ্গেশ্বৰ তালুকদাৰ বোলা এজন ল'ৰাই মৃত্যুবৰণ কৰে। পিচদিনা মৃত্যুৰ বাতৰি পাই অনন্ত শৰ্মাকে আদি কৰি আমি সদৌ অসম যুৱক সমাজৰ পৰা এটা দল সেই ঠাইলৈ যাওঁ আৰু ভবানীপুৰত চলি থকা বাৰুদয়া মৃতক

মই হুআম্মৰ কওঁ। আমি তালুকদাৰৰ ঘৰলৈকেয়ো যাও আৰু খর্গেশ্বৰৰ পিতৃ-মাতৃক শান্তনা দিওঁ। মোৰ সক ল'ৰা শ্ৰীমান ৰথীণে তাৰ গাড়ীত আমাক লৈ গৈছিল।

ছাত্ৰসন্থা আৰু গণসংগ্ৰাম পৰিষদে কেন্দ্ৰীয় চৰকাৰ আৰু সৰ্বভাৰতীয় নেতাসকলৰ দৃষ্টি আকৰ্ষণ কৰাৰ উদ্দেশ্যে অসমৰ পৰা খাৰুৱা তেল নিয়াত বাধা দিয়ে। আন্দোলনৰ বিৰোধী লোক সকল বিশেষকৈ স্বাৰ্থান্বেষী লোকসকলো আন্দোলনৰ গতিত বাধা দিব নোৱাৰাত অহিংস আন্দোলনটো যাতে হিংসাত্মক হয় তাৰ কাৰণে উঠি পৰি-লাগিল আৰু নানান ভাৱে প্ৰৰোচনামূলক কাম কৰিবলৈ ধৰিলে। আৰু পুলিচে যধে-মধে আন্দোলনকাৰী সকলক মাৰধৰ কৰিবলৈ আৰম্ভ কৰিলে। সমাজ বিৰোধী কিছুমান লোকে সুবিধা বুজি কিছুমান গাঁৱত মানুহৰ ঘৰ জলাবলৈ ধৰিলে আৰু লুটপাত আৰম্ভ কৰিলে। নলবাৰীৰ উত্তৰে জনজাতীয় অঞ্চল এটাত ছাত্ৰ নেতা একন মাৰিলে। কেইবাজনো ছাত্ৰ আহত হ'ল। চৰকাৰে দোষী লোকক বিচাৰি শাস্তি দিবলৈ অসমৰ্থ হোৱাত অসমীয়া গাওঁবোৰৰ ওপৰত পাইকাৰী জৰিমনা লগালে। মিলিটাৰী আৰু চি-আৰ-পি আৰু স্থানীয় সশস্ত্ৰ পুলিচ সেই ঠাইত নিযুক্ত কৰি বাইজৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰিলে। চৰকাৰে উত্তৰ কামৰূপ অঞ্চল অশান্ত অঞ্চল ( Desturbed Area) ঘোষণা কৰিলে আৰু গোটেই অঞ্চলটোত সান্ধ্য আইন জাৰি কৰিলে। ১০।১।৮০ ইং তাৰিখে মিলিটাৰি বাহিনী গাঁৱৰ ভিতৰত সোমাই মতা মানুহবিলাকক ঘৰৰ পৰা টানি উলিয়াই আনিলে আৰু নাবালিকা ছোৱালীকে ধৰি মাইকী মানুহবিলাকৰ ওপৰত বলাৎকাৰ কৰি অত্যাচাৰ চূড়ান্ত কৰিলে।

উত্তৰ কামৰূপৰ পৰিস্থিতিৰ বুজ লবলৈ আমি ২২।১।৮০ তাৰিখে অসম যুৱক সমাজৰ দল এটা ওলালো। মোৰ দ্বিতীয় ল'ৰা ৰথীনৰ গাড়ীত গৈছিলো আৰু সি গাড়ী চলাইছিল।

আৰু বীৰেণ অধিকাৰী, প্ৰফেচাৰ দ্বিৰাজ তালুকদাৰ, যোগেন মজুমদাৰ আছিল। আমি কেইখনমান গাওঁ আৰু কেইটামান আশ্ৰয় শিবিৰ চাই আহিলো। কুমৰিকাটা, খকৰিশাল আৰু গদিৰা গাঁৱত মিলিটাৰীয়ে মতা মানুহৰ ওপৰত কৰা অমানুষিক অত্যাচাৰ আৰু মাইকী মানুহৰ ওপৰত কৰা ধৰ্ষণলীলা অবৰ্ণনীয়। ওচৰতে চাউলখোৱা গাঁৱত বাংলাদেশীৰ ঘৰ জ্বলোৱা আৰু তাত হত্যাকাণ্ড চলা বুলি বাতৰি শুনিছিলো। তালৈ গৈ দেখিলো যে তাৰ গাতে লগা বৈদৰ ভিটা বুলি অসমীয়া গাওঁ এখন পুৰি ছাই হৈ গৈছে। আধাপোৰা তামোল গছ আৰু শাক পাচলিৰ গছ দেখিলো। কিন্তু সেই বাতৰি প্ৰকাশ পোৱা নাই। আমি নলবাৰী মহকুমাধিপতিক লগ ধৰি এই বিষয়ে খবৰ কৰাত তেওঁৰ লগত থকা মেজিষ্ট্ৰেট এজনে কলে সেইবোৰ পাম ঘৰহে। অৰ্থাৎ তেওঁলোকৰ মানত পাম ঘৰ ঘৰ নহয়। কিন্তু বাংলাদেশীৰ অতি অস্থায়ী ভাৱে নিৰ্মাণ কৰা ঘৰ হলেয়ো সেইবোৰ ঘৰ। যিহেতু সেইবোৰ পাম ঘৰ নহয়।

২৭ তাৰিখে আমি আকৌ কেইটামান আশ্ৰয় শিবিৰ চালো। সিদিনাও নীতীনৰ গাড়ীত গৈছিলো। জলখানা শিবিৰত অসমীয়া গৃহহীন হোৱা সকলক আশ্ৰয় দিয়া হৈছে। তাতে এগৰাকী গৰ্ভৱতী তিৰোতাই এটি সন্তান প্ৰসব কৰে।

বৰপেটা মহকুমাৰ ভিতৰত ৰামপুৰৰ অসমীয়া শিবিৰত গৈ শুনি আচৰিত হলো যে মহকুমাধিপতিয়ে ২০ তাৰিখে হঠাৎ প্ৰচাৰ বিভাগৰ জৰীয়তে জনাই দিলে যে শিবিৰত বাইজৰ পৰা কোনো সাহায্য পোনপটীয়া ভাৱে দিব নোৱাৰিব আৰু শিবিৰৰ চাউনিত বাইজৰ কোনো লোক সোমাব নোৱাৰিব। লগতে শিবিৰৰ দুৱাৰ মুখৰ ৰাস্তাইদি কোনো সাহায্য দিয়া মানুহ বা বস্ত্ৰ-খাদ্যাদি কঢ়িওৱা গাড়ী যাব নোৱাৰিব। ইফালে শিবিৰত বান্ধা-বঢ়া বাচন চৰকাৰৰ পৰা যোগান নধৰাত শিবিৰৰ লোক

সকল লগোনে থকাৰ উপক্ৰম হৈছিল। এনেতে ভাটিবেলা বোলে এজন মেজিষ্ট্ৰেট আহি ৰাইজৰ পৰা সাহায্য দিয়াৰ অনুমতি দিলে। শিৱসাগৰৰ পৰা অহা এটা সহায্যকাৰী দলক পুলিচে প্ৰথমে চৰকাৰী ৰাস্তাইদি আহিবই দিয়া নাছিল। পিচত যেনিবা নানা তৰ্ক-বিতৰ্কৰ পাছত আহিব দিলে। বৰপেটা মহকুমাধিপতিৰ এনেকুৱা আচৰণ অদ্ভুত।

ইতিমধ্যে অসমীয়া লোকৰ শিবিৰবোৰ যিমান পাৰে উঠাই দিবৰ চেষ্টা চলিছে যাতে প্ৰধান মন্ত্ৰী বা গৃহমন্ত্ৰী আহি অসমীয়াই নিজৰ ঠাইতে গৃহহীন ভগনীয়া হৈ থকা দেখা নাপায়। পাইকাৰী জৰিমনাও কেৱল ৪ খন অসমীয়া গাৱত হে লগোৱা হৈছে। ৰামপুৰৰ পৰা মুকালমুৱাত মতা মানুহবিলাকক আটক কৰি ৰাখি অত্যাচাৰ কৰা ঠাইখন চাই গুৱাহাটীলৈ উভতি আহো।

মই অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুল বৰুৱাক লগত লৈ মুখ্য সচিব পৰম শিৱমক লগ ধৰি এই অত্যাচাৰৰ কথা কৈ মিলিটাৰী উঠাই লবলৈ অনুৰোধ কৰো। তেওঁ মোক ধমকিৰ সুৰত কলে যেতিয়া মই এসময়ত উপায়ুক্ত আছিলো তেতিয়া মই কি কৰিলো হৈ। মই কলো মই এনে ভাৱে গাৱঁলীয়াৰ ওপৰত অত্যাচাৰ কৰিবলৈ মিলিটাৰী মেলি নিদিলো হৈ। আৰু কোনোবা তলতীয়া অফিচাৰে তেনে কাম কৰিলে তাকো বিহিত শাস্তি দিবৰ ব্যৱস্থা কৰিলো হৈ। মুখ্য সচিবে খঙতে কলে যে তেওঁ তাৰ পৰা মিলিটাৰী উঠাইতো নালেই আনকি গুৱাহাটী চহৰতো মিলিটাৰী মেলি দিব। কিন্তু পিচত বোধকৰো শুভ বুদ্ধি হল আৰু ইংৰাজী ১২ তাৰিখে গধূলি মিলিটাৰী উঠাই আনিলে। কিন্তু সান্ধ্য আইন চলি থাকিল। মাত্ৰ দিনৰ বেলিকা কেইঘন্টামানৰ কাৰণে শিথিল কৰি দিয়া হ'ল।

১৮।১।৮০ তাৰিখে তৈল নগৰ দুলিয়াজানত জালিয়ানাৱালাবাগত কৰা হত্যাকাণ্ডৰ দৰে এটা হত্যাকাণ্ড হ'ল। চি-আৰ-পি, বি-

এচ-এক আৰু স্থানীয় পুলিচে লগ লাগি নিৰস্ত্ৰ হাজাৰ হাজাৰ শান্তিপূৰ্ণ ভাবে পিকেটিং কৰা লোকৰ ওপৰত প্ৰথমে লাঠি চালনা, তাৰ পিচত কন্দুৱা গেচ প্ৰয়োগ আৰু শেষত বন্দুকৰ গুলি চালনা কৰে। তাতে ১৫ জনৰ মৃত্যু হয় আৰু কেইবাশ আহত হয়। ইয়াৰ ভিতৰত ২৫ জনৰ অৱস্থা সংকটজনক আছিল আৰু প্ৰাপ্ত বাতৰি মতে ৫৭ জনী ছোৱালীকে ধৰি ১৭১ জন সন্ধানহীন হৈছিল। চৰকাৰী বাতৰি মতে অন্ততঃ ২৮ বাৰ গুলি চালনা হৈছিল। আৰু ৪ জনৰহে মৃত্যু হৈছিল। আৰু আহত হোৱা ২৫ জনক হস্পিতালত ভৰ্ত্তি কৰা হৈছিল। চৰকাৰী হিচাপমতে তেতিয়া প্ৰায় পাঁচ হাজাৰ মানুহ গোট খাইছিল।

ইয়াৰ আগতে ২৭।১১।৭৯ তাৰিখে মংগলদৈত এখন বিৰাট ৰাজহুৱা সভাত বক্তৃতা দিবলৈ মই সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অতুল বৰুৱাৰ লগত যাওঁ। সেই সভাত প্ৰায় ৫০ হাজাৰমান মানুহৰ সমাগম হৈছিল। তাত ছাত্ৰ নেতা শ্ৰীধ্ৰুৱ বৈশ্য আদি কৰি কিছুমানে বক্তৃতা দিছিল। সভাপতি আছিল শ্ৰীপানিৰাম দাস। তেওঁ মোক বিপ্লৱী বৰুৱা বুলি অভিহিত কৰিছিল। সেই সভাত ছাত্ৰ নেতা শ্ৰীবৃন্দাবন গোস্বামীয়ে (পিচত শিক্ষামন্ত্ৰী) ভাষণ দিছিল। ৩১।১২।৭৯ ইং তাৰিখে মৰোৱা গাঁৱত আন্দোলন সম্পৰ্কীয় এখন সভা হয় আৰু তাত মই সভাপতিত্ব কৰো। ১৩।১১।৭৯ তাৰিখে শ্ৰীঅতুল বৰুৱা আৰু শ্ৰীনিশিপদ চৌধুৰীৰ লগত গৈ মুখ্য নিৰ্বাচনী বিষয়া শ্ৰীপি-এল ৰাওক লগ ধৰো। মুখ্য নিৰ্বাচনী আয়ুক্তই নিৰ্বাচন সম্পৰ্কে দিয়া নিৰ্দ্দেশাৱলী চাব্‌ বিচৰাত তেওঁ দিব নোখোজে। দাখিল কৰা প্ৰায় ৪ লাখ দাবী আৰু আপত্তি (claims and obgeotions) অন্ত সম্পূৰ্ণ নকৰাকৈকে নিৰ্ব্বাচন পিচুৱাই দিবলৈ কোৱাত তেওঁ কলে যে ৰাষ্ট্ৰপতিয়ে নিৰ্ব্বাচনৰ কথা ঘোষণা কৰাৰ পিচত নিৰ্ব্বাচন পিচুৱাই দিয়া সম্ভৱ নহয় আৰু অসাংবিধানিক

ভোটাৰ লিষ্টৰে নিৰ্ব্বাচন পতা হ'ব। আমি নিৰ্বাচন পাতিব নিদিও বুলি কৈ ওলাই আহিলো।

১৯৭৯ চনৰ ১২ নবেম্বৰৰ পৰা জন সত্যাগ্ৰহ আৰম্ভ হয়। ১৭ নবেম্বৰত অভূতপূৰ্ব গণ সমাবেশ হয়। সেইদিনা সত্যাগ্ৰহৰ শেষ দিন। ইয়াৰ আগৰ কেইদিন প্ৰত্যেক দিনে হাজাৰ হাজাৰ সত্যাগ্ৰহীয়ে কাৰাবৰণ কৰি আহিছে। ১৭ তাৰিখে বাতিপুৱাৰ পৰা সত্যাগ্ৰহীসকলে ইফালে গুৱালকুছিৰ পৰা সিফালে নাৰেংগী আৰু দক্ষিণ ফালে খানাপাৰাৰ পৰা লাইন নিছিগাকৈ উপায়ুক্তৰ অফিচৰ ফালে খোজ লৈছিল। কটন কলেজৰ ইউনিয়ন হলত সংগ্ৰাম পৰিষদৰ অফিচ। সত্যাগ্ৰহীসকলে তাত তেওঁলোকৰ বেজ পিন্ধি তাৰ পৰা উপায়ুক্তৰ অফিচৰ ফালে আগবাঢ়ে। সকলোৱে কাৰাবৰণ কৰাৰ কাৰণে সাজু হৈ গৈছিল। সেইকাৰণে ইমান মানুহ নধৰিব বুলি চৰকাৰে জজ ফিল্ডত টিনেৰে বেৰা দি আগুৰি এটা অস্থায়ী জেল তৈয়াৰ কৰিছিল। মই ১০-৩০ বজাত ভাত খাই সাজু হৈ আছিলো। কাৰাবৰণ মাত্ৰ প্ৰতীক কাৰাবৰণহে। তথাপি মোৰ মনতো উত্তেজিত হৈছিল। মোৰ দ্বিতীয় পুত্ৰ নীতীনে ১০-৩৫ বজাত আহি ভগৱতী প্ৰসাদ বৰুৱা হললৈ লৈ গ'ল। মোক সি তাতে থৈ গুচি আহিল। কাৰণ সি ব্যৱসায়ী সকলৰ লগত পিচত যাব। সাহিত্য সভাৰ পৰা বহু লোক সমদলত যোগ দিলে। ১১ বজাত মই ওলালো। প্ৰাক্তন সভাপতী ডঃ সত্যেন শৰ্মা আৰু অতুল বৰুৱাই সভাৰ পতাকাখনৰ দুয়োকালে ধৰিলে আৰু বৰ্ত্তমানৰ উপ-সভাপতি শ্ৰীৰজনী শৰ্মাই এখন পতাকা ললে। মই লগে লগে গলো। আমাৰ যুৱক সমাজৰ দলটো ইউনিয়ন হলৰ লগ লাগি বেজ পিন্ধি সাহিত্য সভাৰ দলৰ লগতে যোৱাৰ কথা আছিল। মই সাহিত্য সভাৰ শাখা সভাৰ প্ৰাক্তন সভাপতি, আজীৱন সদস্য আৰু বহু বছৰ ধৰি কাৰ্য্যনিৰ্ব্বাহক সদস্য আছিলো। সেইকাৰণে

